# অসমৰ অৰ্থনৈতিক পৰিস্থিতি

( [illegible] সংস্কৰণ )


ডঃ উপেন্দ্ৰনাথ বৰদলৈ

গুৱাহাটী বিশ্ববিদ্যালয়।


১৯৭৪







দত্তবৰুৱা এণ্ড কোম্পানী

গুৱাহাটী—১

Asomor Arthanaitik Paristhiti: A Collection of Articles on Economic affairs of Assam : Written by Dr. Upendra Nath Bordoloi, Reader, Deptt of Economics Gauhati University and Published by M. N. Dutta Baruah for Dutta Baruah & Co. Gauhati—1.

প্ৰথম সংস্কৰণ ১৯৭৪

মূল্য ঃ- দহ টকা।

মুদ্ৰকঃ-শ্ৰীগুৰু প্ৰেছ ।
গুৱাহাটী—১১

## ॥ আগকথা ॥

অসমীয়া ভাষাত প্ৰকাশিত কেইবাখনো আলোচনী আৰু সাপ্তাহিক নীলাচলত প্ৰকাশিত অৰ্থনৈতিক বিষয়ৰ ভালেখিনি আমাৰ প্ৰবন্ধই ৰাইজৰ প্ৰীতিভাজন হোৱাৰ যোগ্যতা অৰ্জন কৰিছিল। এই প্ৰবন্ধসমূহ যাতে হেৰাই নাযায়, তাৰ অৰ্থে আমাৰ শুভাকাংক্ষী কেইবাজনো বন্ধুৱে, এইবোৰ সংকলন কৰি কিতাপ আকাৰে প্ৰকাশ কৰিবলৈ আমাক পৰামৰ্শ দিছিল আৰু তেখেতসকলৰ পৰামৰ্শ সাৰোগত কৰি, আমাৰ প্ৰবন্ধবোৰ এতিয়া কিতাপৰ আকাৰত ৰাইজৰ আগত দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে।

অসমৰ অৰ্থনৈতিক পৰিস্থিতিৰ সম্পৰ্কত বিশদ আলোচনা সম্বলিত এতিয়ালৈকে নিৰ্ভৰযোগ্য গ্ৰন্থ প্ৰকাশ হোৱা নাই। আমাৰ এই ৰচনা সংকলনখনে এনে অভাৱ আংশিক ভাৱে পূৰণ কৰিব পাৰিলেও আমাৰ যত্ন সফল হ'ব বুলি আমি আশা কৰিছোঁ। এই কিতাপখনত অন্তৰ্ভুক্ত কৰা বিবিধ বিষয়ৰ ৰচনাখিনি সময় সাপেক্ষে সমস্যাৰ গুৰুত্বৰ ভিত্তিত লিখা হৈছিল। সময় অতিবাহিত হোৱাৰ লগে লগে কিছুমান প্ৰবন্ধৰ গুৰুত্ব এতিয়া বহুতো কমিছে আৰু প্ৰবন্ধ লিখাৰ সময়ত চলিত পৰিসংখ্যা বা অন্যান্য তথ্য এতিয়া অতি পুৰণি হৈছে। কিন্তু তথাপিও এইবোৰৰ গুৰুত্ব একেবাৰে নুই কৰিব নোৱাৰি।

কিতাপখনত অন্তৰ্ভুক্ত কৰা ভালেখিনি আলোচনা গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰাক্-বিশ্ববিদ্যালয় স্তৰৰ অৰ্থনীতি-বিজ্ঞান পাঠ্যক্ৰমৰ লগত সাদৃশ্য আছে। গতিকে এই আলোচনাখিনিয়ে ছাত্ৰসকলৰ উপকৰা পাঠ্যপুথিৰ অভাৱ কিছুপৰিমাণে পূৰণ কৰিব বুলি আমি আশা ৰাখিছোঁ।

আমাৰ প্ৰবন্ধখিনি মুদ্ৰিত কৰি প্ৰকাশৰ কাৰণে উৎসাহ উদ্গনি দিয়াৰ

কাৰণে আমাৰ প্ৰিয়বন্ধু শ্ৰীযুত মুনিন্দ্ৰনাৰায়ণ দত্তবৰুৱা, শ্ৰীযুত হোমেন বৰগোহাঞি দেৱৰ ওচৰত আমি চিৰকৃতজ্ঞ। আকৌ শ্ৰীযুত মুনিন্দ্ৰ নাৰায়ণ দত্তবৰুৱাই কিতাপখন প্ৰকাশৰ দায়িত্ব বহন কৰাত আমি তেখেতৰ ওচৰত ঋণী। আমি আমাৰ প্ৰবন্ধবোৰ পুনৰ প্ৰকাশ কৰিবলৈ অনুমতি দিয়াৰ কাৰণে পয়োভৰাৰ সম্পাদক আৰু সাপ্তাহিক নীলাচলৰ সম্পাদকদ্বয়লৈ আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। সদৌ শেষত, এই ক্ষুদ্ৰ কিতাপখনিয়ে আমাৰ পঢ়ুৱৈ সমাজৰ সমাদৰ লাভ কৰিব পাৰিলে আমি কৃতাৰ্থ হম।

খাৰঘুলী, গুৱাহাটী,
ডিচেম্বৰ, ১৯৭৩ চন।

ডঃ উপেন্দ্ৰনাথ বৰফলৈ।

# সূচী পত্র

---

# অসমৰ অৰ্থনৈতিক পৰিস্থিতি

প্ৰাকৃতিক সম্পদত অসম অতি চহকী। প্ৰচুৰ ৰবৰ্যুণ, সাৰুৱা পথাৰ, বিভিন্ন ধৰণৰ খনিজ সম্পদ আৰু মূল্যবান কাঠনি ইত্যাদিৰ কাৰণে অসমৰ অৰ্থনৈতিক উন্নয়ন আৰু ইয়াৰ বহুমুখী কৰণ তুলনামূলকভাৱে অন্য বহুতো অঞ্চলতকৈ সহজ। কিন্তু এই সম্পদৰ সদ্‌ব্যৱহাৰ কৰিবলৈ আমি এতিয়াও সক্ষম হৈ উঠা নাই আৰু ফল স্বৰূপে আমি এতিয়াও অন্য অঞ্চলতকৈ বহুতো ক্ষেত্ৰত পিচ পৰি আছোঁ। ১৯৫১ চনৰ এপ্ৰিল মাহতে পোন প্ৰথমবাৰৰ কাৰণে ভাৰতত পৰিকল্পিত অৰ্থনৈতিক উন্নয়নৰ আঁচনি কাৰ্য্যকৰী কৰিবলৈ আৰম্ভ কৰা হয় আৰু তেতিয়াৰপৰা এখন এখনকৈ তিনিখন পাঁচবছৰীয়া আঁচনি আৰু তিনিখন তদৰ্থ বছৰেকীয়া আঁচনি কাৰ্য্যকৰী কৰা সম্পূৰ্ণ হৈ যায়। চতুৰ্থ পাঁচবছৰীয়া পৰিকল্পনাৰ তৃতীয় বছৰো প্ৰায় শেষ হওঁ হওঁ। গতিকে পৰিকল্পিতভাৱে উন্নয়ন আঁচনি যুগুত আৰু কাৰ্য্যকৰী কৰা এতিয়ালৈকে একুৰি এবছৰ হ'ল। এই সময়ছোৱাত অসমত প্ৰথম পৰিকল্পনাত ২০.৫১ কোটি, দ্বিতীয় পৰিকল্পনাত ৫৪.৪৮ কোটি, তৃতীয় পৰিকল্পনাত ১৩২.৪৪ কোটি আৰু তদৰ্থ তিনিখন বছৰেকীয়া আঁচনিত মুঠ ৮৬.৩৯ কোটি টকা ব্যয় কৰা হয়।

## ৰাজ্যিক জাতীয় আয়

জাতীয় আয় একোখন ৰাজ্যৰ অৰ্থনৈতিক উন্নতি অৱনতিৰ পৰিচায়ক। গতিকে যোৱা তিনিটা পাঁচবছৰীয়া পৰিকল্পনাৰ সময়ত অসমৰ জাতীয় আয় কিমান বৃদ্ধি হৈছে তাক তলত দেখুওৱা হৈছে।

| সময় | অসমৰ ৰাজ্যিক আয়ৰ শতকৰা বৃদ্ধিৰ হাৰ | | ভাৰতৰ জাতীয় আয়ৰ শতকৰা বৃদ্ধিৰ হাৰ | |
|---|---|---|---|---|
| প্ৰথম পাঁচবছীয়া পৰিকল্পনা | চলিত মূল্যমান হিচাবত | ১৯৪৮-৪৯ মূল্যমান হিচাৱত | চলিত মূল্যমান হিচাবত | ১৯৪৮-৪৯ মূল্যমান হিচাবত |
| (১৯৫১-৫৫) | ৭.৭ | ১৯.৮ | ৪.৭ | ১৮.৪২ |
| দ্বিতীয় পৰিকল্পনা | | | | |
| (১৯৫৬-৬১) | ৩২.৭ | ১০.৬ | ৪১.৮ | ২১.৪৭ |
| তৃতীয় পৰিকল্পনা | | | | |
| (১৯৬১-৬৬) | ৫৪.৩ | ২৪.৯ | ৪৬.৩ | ১৫.৫ |
| তিনিখন তদৰ্থ পৰিকল্পনা | | | | |
| (১৯৬৬-৬৯) | ৪৪.৫ | ১৩.৪ | ৩৪.৯ | ১৫.০ |

ওপৰৰ তালিকাৰপৰা দেখা যায় যে প্ৰথম পৰিকল্পনাৰ সময়-ছোৱাত অসমৰ জাতীয় আয় চলিত মূল্যমান অনুসৰি শতকৰা ৭.৭ ভাগ হিচাবত আৰু স্থায়ী মূল্যমান ( ১৯৪৮-৪৯ ) অনুসৰি শতকৰা ১৯.৮ ভাগ হিচাবে বৃদ্ধি হৈছিল। অন্যহাতে ভাৰতৰ জাতীয় আয় ৪.৭ শতাংশ (চলিত মূল্যমান) আৰু ১৮.৪২ শতাংশ ( স্থায়ী মূল্যমান ) হাৰত বৃদ্ধি হয়। দ্বিতীয় পৰিকল্পনাৰ সময়ত অসমৰ জাতীয় আয় চলিত মূল্যমানত শতকৰা ৪৪.৫ হাৰত বৃদ্ধি হয়,

কিন্তু স্থায়ী মূল্যমানত এই বৃদ্ধিৰ হাৰ মাত্ৰ ১০·৬ শতাংশহে। এই বৃদ্ধিৰ হাৰ সৰ্বভাৰতীয় বৃদ্ধিৰ হাৰতকৈ বহুতো কম। তৃতীয় পৰিকল্পনাৰ সময়ত অসমৰ জাতীয় আয় ৫৪·৩ (চলিত মূল্যমান) আৰু ২৪·৯ (স্থায়ী মূল্যমান) শতাংশ হাৰত বৃদ্ধি হয়। মন কৰিবলগীয়া যে এই বৃদ্ধিৰ হাৰ সৰ্বভাৰতীয় বৃদ্ধিৰ হাৰতকৈ বেচি। ইয়াৰ পিচৰ সময়ছোৱাত অসমৰ জাতীয় আয় ৪৪·৫ (চলিত মূল্যমান) আৰু ১৩·৪ (স্থায়ীমূল্যমান) শতাংশ হাৰত বৃদ্ধি হয়। এই সময়ছোৱাত সৰ্বভাৰতীয় জাতীয় আয় ৩৪·৯ (চলিত মূল্যমান) আৰু ১৫·০ শতাংশ (স্থায়ী মূল্যমান) হাৰত বৃদ্ধি হয়।

যিহেতু শতাংশ বৃদ্ধিৰ হাৰৰপৰা সম্যকৰূপে জাতীয় আয় বৃদ্ধিৰ পৰিমাণ নিৰ্ণয় কৰিব নোৱাৰি, আৰু যিহেতু শতকৰা বৃদ্ধিৰ হাৰে বহু সময়ত ভ্ৰান্তিমূলক তথ্যহে যোগান ধৰে, আমি তলৰ তালিকাত সৰমুঠ আয়ৰ পৰিমাণ দেখুৱাইছো।

| বছৰ | সৰ্বমুঠ জাতীয় আয় (অসম) | |
|---|---|---|
| | চলিত মূল্যমান | ১৯৪৮-৪৯ মূল্যমান |
| ১৯৫০-৫১ | ২৫৪·৪ কোটি | ২২৩·৬ কোটি |
| ১৯৫৫-৫৬ | ২৭৪·০ ,, | ২৬৭·৯ ,, |
| ১৯৬০-৬১ | ৩৬৩·৫ ,, | ২৮৬·২ , |
| ১৯৬৫-৬৬ | ৫৬০·৯ ,, | ৩৬৯·৯ ,, |
| ১৯৬৯-৭০ | ৮১৬·৬ ,, | ৪২৭·৫ ,, |

এই তালিকাৰ পৰা দেখা যায় যে অসমৰ জাতীয় আয় চলিত মূল্যমান আৰু স্থায়ী-মূল্যমান দুয়োটা হিচাবতেই বৃদ্ধি হোৱা পৰিলক্ষিত হৈছে। গতিকে ইয়াৰপৰা কব পাৰি যে আমাৰ জাতীয় উন্নতিৰ প্ৰগতি ক্ৰমান্বয়ে উৰ্দ্ধমুখী হৈছে। এই কথা জনমূৰী আয়ৰ ক্ষেত্ৰতো প্ৰযোজ্য। ১৯৫০-৫১ চনত অসমৰ

জনমূৰী আয় আছিল চলিত মূল্যমান অনুসৰি ২৯০'৭ টকা আৰু স্থায়ী মূল্যমান অনুসৰি ২৫৫'৫ টকা। ১৯৬৬-৬৭ চনত (তৃতীয় পৰিকল্পনাৰ শেষলৈকে) ইয়াৰ পৰিমাণ হয় ক্ৰমে (চলিত মূল্য-মানত) ৫০৬'৭ টকা আৰু (স্থায়ী মূল্যমানত) ২৭৪'৩ টকা। এই সময়ত সৰ্বভাৰতীয় জনমূৰী আয় আছিল ১৯৫০-৫১ (চলিত মূল্যমান) ২৬৬.৫ টকা আৰু (স্থায়ী মূল্যমান) ২৪৭.৫ টকা। ১৯৬৬-৬৭ চনত ইয়াৰ পৰিমাণ হয় (চলিত মূল্যমান) ৪৭৬.৩ টকা আৰু (স্থায়ী মুল্যমান) ৩০১.৪ টকা। মুঠতে ১৫ বছৰৰ পিচত অসমৰ জনমূৰী আয় চলিত মুল্যমান হাৰত ২১৬ টকা আৰু স্থায়ী মূল্য-মান হাৰত ১৮.৮ টকা বৃদ্ধি হৈছে। এই সময়ছোৱাত সৰ্বভাৰতীয় জনমূৰী আয় ২০৯.৮ (চলিত মূল্যমান) আৰু ১৩.৯ টকা (স্থায়ী মূল্যমান) কৈ বৃদ্ধি হৈছে। গতিকে সৰ্বভাৰতীয় তুলনাত অসমৰ অৰ্থনৈতিক প্ৰগতি সন্তোষজনক।

## জনমূৰী আয়: পৰিসংখ্যাৰ ছলনা

কিন্তু জাতীয় আয় বা জনমূৰী আয়ৰপৰা মানুহৰ ব্যক্তিগত অৰ্থনৈতিক অৱস্থা স্থিৰ কৰা কঠিন। এই কথা ৰাজ্যিক জাতীয় আয়ৰ ক্ষেত্ৰত বেচি প্ৰযোজ্য। অসমৰ জাতীয় আয় আৰু জনমূৰী আয় তুলনামূলকভাৱে সন্তোষজনক। জনমূৰী আয়ৰ হিচাবত অসমৰ স্থান অন্য বহুতো ৰাজ্যতকৈ ওপৰত। কিন্তু ইয়াৰপৰা আমি কব নোৱাৰোঁ যে অসমৰ মানুহৰ অৱস্থা অন্য অঞ্চলৰ মানুহৰ অৱস্থাতকৈ বেচি ভাল। ১৯৬৬-৬৭ চনৰ হিচাব মতে বিভিন্ন ৰাজ্যৰ জনমূৰী আয় চলিত মূল্যমান অনুসৰি এনেধৰণৰ আছিল:—

অন্ধ্ৰপ্ৰদেশ—৫১৪ টকা; অসম—৫৫৬.১ টকা; বিহাৰ—২৯১.০০ টকা; গুজৰাট—৪১৬.০০ টকা; জম্মু-কাশ্মীৰ—২১৬.০০ টকা; কেৰালা—৩৭০.০০ টকা; মহাৰাষ্ট্ৰ—৫২৪.০০ টকা; মধ্য-প্ৰদেশ—৫০৮.০০ টকা; তামিলনাডু—৫০১.০০ টকা; মহীশুৰ—

৩৯২'০০ টকা ; উৰিষ্যা—২৫২.০০ টকা ; পাঞ্জাব—৬৭৫.০০ টকা ; ৰাজস্থান—৪৪৯.০০ টকা , উত্তৰ প্ৰদেশ—৩৬৪.০০ টকা ; পশ্চিম বঙ্গ—৪৫৯'০০ টকা ; হিমাচল প্ৰদেশ—৩৫৪.০০ টকা ; আৰু হাৰিয়ানা—৫৮৯.০০ টকা। এই হিচাববোৰৰপৰা দেখা যায় যে পাঞ্জাব, হাৰিয়নাৰ পিচতে অসমৰ জনমূৰী আয় সৰ্ব্বৃহৎ। মহাৰাষ্ট্ৰ, মহীশুৰ, তামিলনাডু আদিতকৈ অসমৰ মানুহৰ আৰ্থিক অৱস্থা বেচি ভাল বুলি যি পৰিসংখ্যাৰ দ্বাৰা প্ৰমাণ হৈছে, সেই পৰিসংখ্যাটো নিশ্চয় ভ্ৰান্তিমূলক, তাক বুজায় নকলেও সকলোৰে বোধগম্য। গতিকে চৰকাৰীভাৱে যুগুত কৰা অৰ্থনৈতিক উন্নতিৰ খতিয়ান যে প্ৰকৃত অৱস্থাৰ লগত সম্পূৰ্ণ অমিল ই সম্পূৰ্ণ সত্য। এনে পৰিসংখ্যাৰ দ্বাৰা আমাৰ প্ৰকৃত অৱস্থা ঢাকি ৰখাই হোৱা নাই, ইয়াৰ দ্বাৰা আমাৰ জাতীয় স্বাৰ্থৰ ক্ষতি সাধিত হৈছে। অন্য অঞ্চলত অৰ্থনৈতিক উন্নতিৰ প্ৰতি সৰ্বভাৰতীয় গতিতকৈ পিচ পৰাৰ অজুহাতত কেন্দ্ৰীয় চৰকাৰৰপৰা নানান ধৰণৰ সহায়-সুবিধা আদায় কৰি লৈছে কিন্তু আমি অনুন্নত হৈও, অতি উন্নতৰ লিষ্টি-ভুক্ত হৈ ন্যায্য অধিকাৰৰ পৰাও বঞ্চিত হৈছোঁ।

## জাতীয় আয়ৰ গঠন

অৰ্থনীতি-শাস্ত্ৰৰ জ্ঞান নথকা মানুহেও জানে যে যেতিয়াই মানুহৰ আয় বা উপাৰ্জন বৃদ্ধি হয়, তেতিয়া মানুহৰ জীৱনধাৰণৰ মান বা ব্যয়ৰ মাত্ৰাও বেচি হয়। কিন্তু অসমৰ জনমূৰী মাহেকীয়া ব্যয়ৰ হিচাব দেখিলে মানুহৰ অৰ্থনৈতিক উন্নতি হৈছে বুলি কবৰ সাহস নহয়। ১৯৬৪-৬৫ চনৰ জাতীয় আৰ্হি জৰীপৰ প্ৰতিবেদন মতে গাঁৱলীয়া অঞ্চলত ১.২২ শতাংশ মানুহৰ জনমূৰী মাহেকীয়া খৰচ ১১ টকাতকৈ কম ; শতকৰা ৩৪.০৩ ভাগ মানুহৰ জনমূৰী মাহেকীয়া খৰচ ১১ টকাৰপৰা ২১ টকাৰ ভিতৰত ; ৬৩.৫৪ শতাংশ মানুহৰ মাহেকীয়া খৰচ ২১ টকাৰপৰা ৫৫ টকাৰ

ভিতৰত; আৰু ১.১২ শতাংশ মানুহৰ খৰচ ৫৫ টকা বা তাতকৈ অধিক। নগৰীয়া অঞ্চলতো মাহেকীয়া খৰচৰ হিচাব হৈছে ০.৮৭ শতাংশৰ মাহেকীয়া খৰচ ১১ টকা বা তাতকৈ কম, ২১.৮১ শতাংশৰ মাহেকীয়া খৰচ ১১ টকা আৰু ২১ টকাৰ ভিতৰত; ৬৫.৩৬ শতাংশৰ ২১ টকা আৰু ৫৫ টকাৰ ভিতৰত আৰু ১১.১৪ শতাংশ মানুহৰ মাহেকীয়া খৰচ ৫৫ টকা বা তাতকৈ অধিক। ওপৰৰ তথ্য বিলাকে পৰিষ্কাৰকৈ বুজাই দিছে আমাৰ মানুহৰ অৱস্থা কিমান স্বচ্ছল হৈছে।

আগতে আমি অসমৰ জাতীয় আয়ৰ পৰিমাণ দেখুৱাই আহিছোঁ। ইয়াৰ দ্বাৰা দেশখনৰ প্ৰকৃত অৰ্থনৈতিক অৱস্থা পৰিষ্কাৰ নহয়। তদুপৰি একোখন দেশৰ অৰ্থনৈতিক পৰিস্থিতি অৰ্থনৈতিক বিকাশ ভিন্নমুখী কৰি তোলা প্ৰচেষ্টাৰ সফলতাৰ ওপৰত বহু পৰিমাণে নিৰ্ভৰ কৰে। গতিকে অসমৰ জাতীয় আয় কোন কোন দিশৰপৰা কিমান পৰিমাণে আহিছে তাৰো অনুশীলন প্ৰয়োজন। ১৯৫০-৫১ চনত অসমৰ জাতীয় আয় কৃষি-খণ্ডৰপৰা ১৮৮.৮ কোটি; খনি, নিৰ্মাণ-কাৰ্য্য আদিৰপৰা ৪৩.৩ কোটি; বাণিজ্য, পৰিবহন আদিৰপৰা ২৪.৭ কোটি; আৰু অন্যান্য বিভাগৰপৰা ১৭.৪ কোটি লৈ গঠিত হৈছিল। এই আয় ১৯৬৬-৬৭ চনত কৃষি-খণ্ডৰপৰা ৪০৮.৩ কোটি, খনি, নিৰ্মাণ আদিৰপৰা ১১৫.৩ কোটি; বাণিজ্য, পৰিবহন আদিৰপৰা ৯৩.২ কোটি আৰু অন্যান্য বিভাগৰ পৰা ৮১.২ কোটিলৈ বৃদ্ধি হৈছিল। শতাংশ হিচাবত ১৯৫০-৫১ চনত আছিল কৃষি-খণ্ডৰপৰা ৬৬.৪ শতাংশ, খনি, নিৰ্মাণ আদিৰপৰা ১৭.১ শতাংশ, বাণিজ্য, পৰিবহন আদিৰপৰা ৯.৭ শতাংশ আৰু অন্যান্য বিভাগৰপৰা ৬.৮ শতাংশ। ১৯৬৬-৬৭ চনত ইয়াৰ পৰিমাণ হয় কৃষি ৫৮.৫ শতাংশ, খনিজ নিৰ্মাণ আদি ১৬.৫ শতাংশ, বাণিজ্য পৰিবহন ১৩.৩ শতাংশ আৰু অন্যান্য বিভাগ ১১.৭ শতাংশ। ওপৰৰ বিৱৰণিৰপৰা দেখা যায় যে অসমৰ অৰ্থনীতি এতিয়াও ভিন্নমুখী হোৱা নাই।

কৃষিয়েই এতিয়াও প্ৰধান আৰু সৰ্ববৃহৎ অৰ্থনৈতিক ভেটি হৈ আছে। কৃষি-প্ৰাধান্যতা অৰ্থনৈতিক স্থবিৰতাৰ পৰিচায়ক নহয়, কিন্তু এনে অৰ্থনীতিৰ ওপৰত নিৰ্ভৰশীল হৈ উন্নয়নৰ গতি ক্ষিপ্ৰ কৰা অসম্ভৱ। তদুপৰি কৃষি-প্ৰধান অৰ্থনীতিত সামাজিক অশান্তি আৰু বিশৃঙ্খলতা বেচি হোৱা স্বাভাৱিক। গতিকে কৃষিখণ্ড উন্নত কৰাৰ উপৰিও, অন্যান্য খণ্ড, বিশেষকৈ নিৰ্মাণ, বাণিজ্য, পৰিবহন আদি ভিন্নমুখী কৰি উন্নত কৰিব নোৱাৰিলে, দেশৰ সমৃদ্ধি বৃদ্ধি নোহোৱাৰ উপৰিও দেশত উদ্ভৱ হোৱা বিভিন্ন সমস্যা, বিশেষ কৰ্ম-সংস্থান সমস্যা সমাধান কৰা অতিব কঠিন।

## কৃষিখণ্ড

ওপৰত কৈ অহা হৈছে যে অসমৰ অৰ্থনীতিত কৃষিখণ্ডৰ গুৰুত্ব অতি বেচি। গতিকে অসমৰ অৰ্থনৈতিক বিকাশ কৃষি-উন্নয়নৰ ওপৰত বহুত পৰিমাণে নিৰ্ভৰশীল। সেই কাৰণেই বিভিন্ন পাঁচ বছৰীয়া উন্নয়ন পৰিকল্পনাত কৃষিৰ ওপৰত বেচি গুৰুত্ব দিয়া হৈছিল। তথাপিও কৃষি-উন্নয়ন আশানুৰূপ হোৱা নাই। অসমৰ সৰ্বমুঠ ১২·২০ নিযুত হেক্টৰ ভূমিৰ মাত্ৰ ২·৮৮ নিযুত হেক্টৰ ভূমিহে কৃষিৰ উপ-যোগী। ১৯৫১-৫২ চনত সৰ্বমুঠ ২·০২ নিযুত হেক্টৰ মাটিত খেতি কৰা হৈছিল। ১৯৬৮-৬৯ চনত এনে বীজৰোপণ কৰা ভূমিৰ পৰিমাণ ২·৪১ নিযুত হেক্টৰলৈ বৃদ্ধি হয়। শতাংশ হিচাবত ১৯৫০-৫১ চনত সৰ্বমুঠ ভূমিৰ ৭০·১৪ শতাংশত বীজ ৰোপণ কৰা হৈছিল আৰু ১৯৬৮-৬৯ চনত ইয়াৰ পৰিমাণ হয় ৮৩·৮২ শতাংশ। ইয়াৰ-পৰা দেখা যায় যে খেতি কৰা ভূমিৰ পৰিমাণ বহুতো বেচি হৈছে, কিন্তু অন্য হাতে জনমূৰী খেতি কৰা (শস্য ৰোৱা) মাটিৰ পৰিমাণ ১৯৫০-৫১ চনৰ ০·২২৫ হেক্টৰৰপৰা ১৯৬৮-৬৯ চনত প্ৰতিজনে ০·১৬২ হেক্টৰলৈ কমি যায়। ই এটা অতি গুৰুত্বপূৰ্ণ সমস্যা। অৰ্থনীতি ভিন্নমুখী নোহোৱাৰ কাৰণে বৰ্ধিত জনসংখ্যা

কৃষিৰ ওপৰতেই নিৰ্ভৰশীল হ'ব লগা হৈছে আৰু ফল স্বৰূপে জনমুৰী শস্য ৰোৱা ভূমিৰ পৰিমাণ কমি আহিছে। অন্যহাতে পৰিকল্পনাযুক্ত আঁচনী কাৰ্য্যকৰী কৰাৰ ফলত মাটিৰ উৎপাদিকা শক্তি বা উৎপন্নৰ পৰিমাণ বৃদ্ধি হোৱা পৰিলক্ষিত হোৱা নাই। গতিকে শতকৰা ৭২ ভাগ মানুহৰ (শতকৰা ৭২ ভাগ মানুহ অসমত কৃষিৰ ওপৰত নিৰ্ভৰশীল) অৱস্থাৰ বিশেষ উন্নতি হৈছে বুলি কব নোৱাৰি।

এটা কথা মনত ৰখা উচিত হ'ব যে কৃষি-ভূমি বেচি কৰি কৃষিজাত সামগ্ৰীৰ উৎপাদন বেচি কৰা সাধাৰণতে সম্ভৱ নহয়। গতিকে কৃষি-উৎপাদন বৃদ্ধি কৰিবলৈ একে টুকুৰা মাটিতে একাধিকবাৰ শস্য লগাব লাগিব আৰু আবতৰত শস্য লগাবৰ কাৰণে কৃত্ৰিম জলসিঞ্চনৰ ব্যৱস্থা কৰা, মাটিৰ উৰ্বৰা অটুত ৰখাৰ কাৰণে নানান ধৰণৰ জৈৱিক আৰু ৰাসায়নিক সাৰ দিয়া ইত্যাদি ব্যৱস্থা অপৰিহাৰ্য্য। কিন্তু অসমত একাধিকবাৰ শস্য ৰোপণ কৰা ভূমিৰ পৰিমাণ উল্লেখযোগ্যভাৱে বেচি হোৱা নাই। ১৯৫১-৫২ চনত একাধিক শস্য লগোৱা মাটিৰ পৰিমাণ আছিল মাত্ৰ ০.৩৪ নিযুত হেক্টৰ আৰু ১৯৬৮-৬৯ চনত ইয়াৰ পৰিমাণ হয় মাত্ৰ ০.৫৫ নিযুত হেক্টৰ। কৃষি-উপযোগী সৰ্বমুঠ ২.৮৮ নিযুত ভূমিৰ ভিতৰত মাত্ৰ ০.৫৫ নিযুত হেক্টৰতহে একাধিকবাৰ শস্য লগোৱা হয়। ইয়াৰ অৰ্থ হৈছে এক-পঞ্চমাংশ ভূমিৰ বাহিৰে অন্য ভূমিখণ্ডত এতিয়াও মাত্ৰ এবাৰহে ফচল লগোৱা হৈছে। ১৯৫১-৫২ চনৰপৰা ১৯৬৮-৬৯ চনৰ সময়ছোৱাত অসমত সৰ্বমুঠ শস্য লগোৱা ভূমিৰ পৰিমাণ ২.৩৬ নিযুত হেক্টৰৰপৰা ২.৮২ নিযুত হেক্টৰলৈ বৃদ্ধি হৈছে। ইয়াৰপৰা দেখা যায় যে ১৭ বছৰৰ ভিতৰত শস্য লগোৱা ভূমিৰ পৰিমাণ মাত্ৰ ২৫.৪ শতাংশহে বৃদ্ধি হৈছে। বছেৰেকীয়া হিচাবত এই বৃদ্ধিৰ হাৰ হৈছে মাত্ৰ ১.৩৪ শতাংশ। ওপৰৰ আলোচনাৰপৰা দেখা যায় যে অসমত জনমুৰী কৃষিভূমিৰ পৰিমাণ ক্ৰমে

কমি আহিছে, অন্যহাতে কৃষি-ভূমি বৃদ্ধি কৰাৰ কোনো উপায় নাই। গতিকেই ব্যাপক কৃষি-পদ্ধতি অৱলম্বন নকৰিলে কৃষকৰ অৱস্থা উন্নত হোৱা অসম্ভৱ।

## কৃষি-উৎপাদন বৃদ্ধিৰ নমুনা

অসমত খাদ্য-শস্যৰ খেতিয়েই বেচি পৰিমাণে কৰা হয় যদিও মৰাপাট, কুঁহিয়াৰ আদি নগদ ধন পোৱা শস্যৰো খেতি কৰা হয়। ১৯৫১-৫২ চনত সৰ্বমুঠ ১·৭৫ নিযুত হেক্টৰ মাটিত খাদ্য-শস্যৰ খেতি কৰা হৈছিল। ১৯৬৮-৬৯ চনত খাদ্য-শস্য কৰা ভূমিৰ পৰিমাণ ২·২৫ নিযুত হেক্টৰলৈ বৃদ্ধি হয়। কিন্তু ১৯৬৯-৭০ চনত আকৌ ২·২২ নিযুত হেক্টৰলৈ কমি যায়। ইয়াৰে প্ৰায় শতকৰা ৭২ ভাগ মাটিত মাত্ৰ ধান খেতি কৰা হয়। কিন্তু ধান উৎপন্নৰ পৰিমাণ বেচি বৃদ্ধি হোৱা নাই। ১৯৫১-৫২ চনত অসমত সৰ্বমুঠ ১৪৯৪ হাজাৰ টন ধান উৎপন্ন হৈছিল। ১৯৬৫-৬৬ চনত ইয়াৰ পৰিমাণ হয় ১৮৫১ হাজাৰ টন আৰু ১৯৬৯-৭০ চনত হয় ১৯০১ হাজাৰ টন। সমূহ খাদ্য-শস্যৰ উৎপাদন সেইদৰে ১৯৫১-৫২ চনত আছিল ১৫৩৩ হাজাৰ টন, ১৯৬৫-৬৬ চনত হয় ১৯০৯ হাজাৰ টন আৰু ১৯৬৯-৭০ চনত হয় ১৯৬২ হাজাৰ টন। গতিকে তিনিখন পাঁচ বছৰীয়া যোজনাত কৃষি-খণ্ডত কোটি কোটি টকা ব্যয় কৰাৰ বিশেষ ফল হোৱা নাই বুলিয়েই কব পাৰি। ইয়াৰ সত্যতা প্ৰতি হেক্টৰত উৎপাদন পৰিমাণ দেখিলেই স্পষ্ট হৈ উঠে।

প্ৰতি হেক্টৰত উৎপাদন পৰিমাণ (কিলোগ্ৰাম হিচাবত)

| শস্য | ১৯৫১-৫২ | ১৯৬৫-৬৬ | ১৯৬৯-৭০ |
|---|---|---|---|
| ধান | ৯১৮ | ৯৭২ | ৯২৭ |
| গোমধান | ৫৪৭ | ৫২১ | ৫৩৮ |
| ঘেঁহু | ৮৯৫ | ৬৯৯ | ৬১৩ |
| সকলো খাদ্য-শস্য | ৮৭৩ | ৯৪২ | ৮৯৬ |

ওপৰৰ তালিকাৰপৰা দেখা যায় যে অসমত প্রতি হেক্টৰৰ উৎপাদন–পৰিমাণ অতি কম। ১৯৬৮-৬৯ চনত অসমত ধানৰ প্রতি হেক্টৰত উৎপন্নৰ পৰিমাণ হৈছিল ১০৪৩ কিলোগ্রাম। এইটোৱেই আটাইতকৈ বেচি পাৰিমাণ আছিল। কিন্তু এই পৰিমাণো সর্বভাৰতীয় প্রতি হেক্টৰত ধান উৎপন্নৰ পৰিমাণতকৈ বহুতো কম। সর্বভাৰতীয় পৰিমাণ হৈছে ১৯৬৮-৬৯ চনত ১০৮১ কিলোগ্রাম। সেইদৰে মৰাপাট, কুঁহিয়াৰ আদিতো বেচি উন্নতি পৰিলক্ষিত হোৱা নাই। ১৯৫১-৫২ চনত প্রতি হেক্টৰত ১০৮৩ কিলোগ্রাম মৰাপাট, ২৭৯৩১ কিলোগ্রাম কুঁহিয়াৰ আৰু ৪৮৭২ কিলোগ্রাম আলু উৎপাদন হৈছিল। ১৯৬৯-৭০ চনত ইয়াৰ পৰিমাণ হৈছে মৰাপাট প্রতি হেক্টৰত ১৫৯৮ কিলোগ্রাম, কুঁহিয়াৰ ৪৭৯১৪ কিলোগ্রাম আৰু আলু ৩৫৭৩ কিলোগ্রাম।

ওপৰৰ বিৱৰণৰপৰা দেখা যায় যে অসমত কৃষি-উন্নয়ন আশানুৰূপ হোৱা নাই। ইয়াৰ প্রধান কাৰণ হৈছে যে অসমত কৃষি এতিয়াও সম্পূর্ণৰূপে প্রাকৃতিক অৱস্থাৰ ওপৰত নির্ভৰশীল হৈ আছে। নিয়মীয়াভাৱে বৰষুণ হলে খেতি ভাল হয়, আৰু অনাবৃষ্টি হলে উৎপাদন অতি কম হয়। এই কাৰণেই অসমত কৃষি-উৎপাদনৰ বৃদ্ধিৰ হাৰ অন্য অঞ্চলতকৈ বহুতো কম। ১৯৫১-৫২ চনৰ পৰা ১৯৬০-৬৫ চনৰ সময়ছোৱাত অসমত কৃষি-উৎপাদন বৃদ্ধিৰ হাৰ হৈছে প্রতি বছৰে ১·১৭ শতাংশ। ই সকলো ৰাজ্যতকৈ কম। এই সময়ছোৱাত সর্বভাৰতীয় কৃষি-উৎপন্ন বৃদ্ধিৰ হাৰ আছিল ৩·০১ শতাংশ। অন্য কেইখনমান ৰাজ্যত, যেনে পাঞ্জাৱত ৪·৫৬ শতাংশ, গুজৰাটত ৪·৫৫ শতাংশ, আৰু তামিলনাডুত ৪·১৭ শতাংশ হাৰত কৃষি-উৎপাদন বৃদ্ধি হৈছিল। ইয়াৰ পিচত ১৯৬৫-৬৭ চনত কৃষি–উৎপাদন আৰু কমি যায় আৰু কেৱল ১৯৬৮-৬৯ চনতহে কৃষি-উৎপাদন ১৯৬৪-৬৫ চনতকৈ ৫·৬৩ শতাংশ বৃদ্ধি হয়। এই বছৰতেই অসমত সর্বোচ্চ পৰিমাণ কৃষি-উৎপাদন হোৱা

পৰিলক্ষিত হয়। কিন্তু ইয়াৰ পিচৰ বছৰত আকৌ প্ৰায় ১'৯৮ শতাংশ উৎপাদন কমি যায়। কৃষি-উৎপাদন এই দৰে কম-বেচি হোৱাৰ প্ৰধান কাৰণ হৈছে অতিবৃষ্টি আৰু অনাবৃষ্টি। অতিবৃষ্টি হলে বান-পানীত শস্য হানি হয় আৰু অনাবৃষ্টি হলে খৰাং বতৰৰ কাৰণে শস্য উৎপাদন কৰা সম্ভৱ হৈ নুঠে। তলত দিয়া তালিকা খনৰপৰাই অসমৰ কৃষি-উৎপাদন সৰ্বভাৰতীয় উৎপাদনতকৈ কিমান পিচত পৰি আছে অনুমান কৰিব পাৰি।

কৃষি উৎপাদন সূচী

| বছৰ | সকলো শস্য | |
|---|---|---|
| | অসম (১৯৫৬-৫৭=১০০) | সৰ্বভাৰত (১৯৪৯-৫০=১০০) |
| ১৯৫০-৫১ | ৮৫'৭ | ৯৫'৬ |
| ১৯৫৫-৫৬ | ৯৫'৮ | ১১৬ ৮ |
| ১৯৬০-৬১ | ৯৮'৯ | ১৪২'২ |
| ১৯৬৫-৬৬ | ১০৭'৩ | ১৩২'৭ |
| ১৯৬৮-৬৯ | ১২১'২ | ১৫৯'২ |

## আধুনিকীকৰণৰ প্ৰয়োজন

আগতেই কৈ অহা হৈছে যে অসমৰ মাটি অতি উৰ্বৰ আৰু কিছুমান প্ৰাকৃতিক সুবিধাৰ কাৰণে অসমত কৃষি-উন্নয়ন আৰু ইয়াক বিভিন্নমুখী কৰা বেচি কষ্টকৰ নহয়। অসমত কৃষি-উৎপাদন উন্নত নোহোৱাৰ এটা কাৰণ হৈছে যে এতিয়াও পুৰণিকলীয়া নীতি-নিয়ম, কৃষি-পদ্ধতিয়েই ব্যৱহৃত হৈ আছে আৰু নতুন কৃষি-প্ৰণালী, সৰহ উৎপাদনক্ষম বীজ, যথেষ্ট পৰিমাণে সাৰৰ যোগান, জল সিঞ্চনৰ ব্যৱস্থা, কীট-পতঙ্গ নাশৰ ব্যৱস্থা আৰু একাধিকবাৰ একে ঠাইতে ফচল লগোৱা আদি ব্যৱস্থা বিষদভাৱে কাৰ্য্যকৰী

কৰা হোৱা নাই। ১৯৬৯-৭০ চনত মাত্ৰ ৯৯'৬ হাজাৰ হেক্টৰ মাটিত সৰহ উৎপাদনক্ষম ধানৰ বীজ আৰু ৭'২ হাজাৰ হেক্টৰ ভূমিত তেনে ধৰণৰ ঘেঁহুৰ বীজ লগোৱা হৈছিল। এনে সৰহ উৎপাদনক্ষম ধানৰ বীজ লগোৱা ভূমিৰ পৰিমাণ সৰ্বমুঠ মাত্ৰ ধান-খেতি কৰা মাটিৰ ৪'৭৮ শতাংশহে হয়।

মন কৰিবলগীয়া যে অসমত কোনো বৃহৎ বা মজলীয়া ধৰণৰ কৃত্ৰিম জলসিঞ্চনৰ আঁচনি কাৰ্য্যকৰী কৰা হোৱা নাই। মাত্ৰ তৃতীয় পাঁচ বছৰীয়া পৰিকল্পনাৰ সময়ত যমুনা আৰু শুক্লা যোজনাৰ আৰম্ভ হয় আৰু চতুৰ্থ পৰিকল্পনাৰ সময়ত এই দুইটা সম্পূৰ্ণ হয়। এই যোজনাৰপৰা প্ৰায় ২৫,৭০০ হেক্টৰ মাটিত পানী যোগানৰ ব্যৱস্থা হ'ব। ক্ষুদ্ৰ জলসিঞ্চন ব্যৱস্থা আদিৰ দ্বাৰা পানী যোগানৰ ব্যৱস্থা আশানুৰূপভাৱে বৃদ্ধি হোৱা নাই। ১৯৫১-৫২ চনত অসমত জলসিঞ্চনৰ ব্যৱস্থা থকা মাটিৰ পৰিমাণ আছিল ৯'৯ লাখ হেক্টৰ। ১৯৬৮-৬২ চনত এনে মাটিৰ পৰিমাণ হয় ৪'৯ লাখ হেক্টৰ। মন কৰিবলগীয়া ১৯৬৮-৬৯ চনত অসমত সৰ্বমুঠ ২'৪১ নিযুত হেক্টৰ ভূমিত কৃষিকাৰ্য্য কৰা হয়। তাৰ মাত্ৰ ৪'৯ লাখ হেক্টৰতহে পানী যোগানৰ ব্যৱস্থা আছে। গতিকে অসমত কৃত্ৰিম উপায়েৰে পানী যোগানৰ ব্যৱস্থা নাই বুলিলেও অত্যুক্তি কৰা নহ'ব।

উন্নত উৎপাদনক্ষম বীজ আৰু সাৰ আদিৰ ব্যৱহাৰো পানী-যোগানৰ দৰেই লেখত লবলগীয়া নহয়। ১৯৫১-৫২ চনত ০'৭১ হাজাৰ টন উন্নত ধানৰ বীজ, ১৩'১ টন মাহ আৰু ৭'৪ টন মৰাপাটৰ গুটি ব্যৱহাৰ কৰা হৈছিল। ১৯৬৮-৬৯ চনত এনে উন্নত উৎ-পাদনক্ষম শস্য-বীজৰ ব্যৱহাৰৰ পৰিমাণ হৈছে ধান ২'৬২ হাজাৰ টন, মাহ ১৮২'৫ টন আৰু মৰাপাটৰ গুটি ১২০'৭ টন। ১৯৬৮-৬৯ চনত ৬১'০ হাজাৰ হেক্টৰত উন্নত উৎপাদনক্ষম ধান আৰু ৪'২ হাজাৰ হেক্টৰত ঘেঁহুৰ খেতি কৰা হয়। সাৰৰ ব্যৱহাৰৰ পৰিমাণো

অতি কম। ১৯৫১-৫২ চনত মুঠতে ১.১ হাজাৰ টন সাৰ ব্যৱহাৰ কৰা হৈছিল। ইয়াৰ পৰিমাণ ১৯৬৮-৬৯ চনত ৩৯.৭ হাজাৰ টনলৈ বৃদ্ধি হয়। ইয়াৰ দ্বাৰাই প্ৰমাণ হৈছে যে অসমৰ মানুহৰ কৃষিয়েই প্ৰধান ব্যৱসায় যদিও ইয়াৰ উন্নতিৰ কাৰণে প্ৰয়োজনীয় ব্যৱস্থা লোৱা হোৱা নাই। খৰালি কালত কৃষি কৰিব পৰাকৈ পানী যোগানৰ ব্যৱস্থা, মাটিৰ উৰ্বৰা শক্তি অটুত ৰখাৰ কাৰণে প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ আৰু একে মাটিতে একাধিক ফচল উৎপন্ন কৰাৰ ব্যৱস্থা আৰু সৰহ উৎপাদক্ষম বীজৰ বহুল প্ৰচলন কৰিব নোৱাৰিলে অসমত কৃষকৰ অৰ্থনৈতিক অৱস্থাৰ পৰিবৰ্তন অসম্ভৱ হৈয়েই থাকিব।

———

# অসমৰ অৰ্থনৈতিক পৰিস্থিতি (২)

ঔদ্যোগিক উন্নয়নৰ বহুতো সম্ভাৱনা থকা সত্ত্বেও অসমত উদ্যো-গিক বিকাশৰ গতি অতি মন্থৰ। মন কৰিবলগীয়া যে প্ৰথম পাঁচবছৰীয়া পৰিকল্পনা দুখনত উদ্যোগ স্থাপন বা বিকাশৰ কোনো আঁচনিয়েই যুগুত আৰু কাৰ্য্যকৰী কৰাৰ প্ৰচেষ্টা হাতত লোৱা হোৱা নাছিল। প্ৰথম পাঁচবছৰীয়া পৰিকল্পনাত মাত্ৰ ১১.০৯ লাখ টকা উদ্যোগ আৰু খনিৰ শিতানত ধাৰ্য্য কৰা হৈছিল আৰু প্ৰকৃত ব্যয় হৈছিল মাত্ৰ ৯.৬৪ লাখ টকা। দ্বিতীয় পৰিকল্পনাত এই শিতানত ধাৰ্য্য কৰা ব্যয়ৰ পৰিমাণ আছিল ৫১৩ লাখ। ইয়াৰ ৪৩৭ লাখহে পৰিকল্পনাৰ সময়ত ব্যয় হয়। ইয়াৰপৰাই দেখা যায় যে পৰিকল্পনাৰ প্ৰথম দশকত উদ্যোগ বিভাগ সম্পূৰ্ণ অৱহেলিত হৈ থাকিল। ইয়াৰ পৰিণামত অসম উদ্যোগৰ প্ৰয়ো-জনীয় কেঁচা সামগ্ৰী অপৰ্য্যাপ্ত হৈ থকা সত্ত্বেও অন্য অঞ্চলতকৈ পিচপৰি থাকিল। দ্বিতীয় পৰিকল্পনাৰ শেষৰ পিনে, বিশেষকৈ তৃতীয় পৰিকল্পনাৰ সময়ছোৱাত উদ্যোগ বিকাশৰ প্ৰতি কিছু গুৰুত্ব দিয়া হৈছিল আৰু এই শিতানত ৯.৭৫ কোটি ব্যয়ৰ পৰিমাণ ধাৰ্য্য কৰা হৈছিল। কিন্তু ইয়াৰে মাত্ৰ ৭.৯০ কোটিহে ব্যয় কৰিব পৰা হয়। তৃতীয় পৰিকল্পনাৰ পিচত তিনিটা বছৰ প্ৰকৃতপক্ষে ভাৰতত পৰিকল্পনা বিহীন বছৰ বুলিয়েই ক'ব পাৰি যদিও বছেৰেকীয়া পৰিকল্পনাৰ নামত কিছুমান শিতানত কিছু

অৰ্থ ব্যয় কৰা হৈছিল। চতুৰ্থ পৰিকল্পনাত কেইবাটাও উদ্যোগ স্থাপনৰ ব্যৱস্থা লোৱা হৈছে আৰু কেন্দ্ৰীয়-খণ্ডৰ অধীনত দুই তিনিটামান উদ্যোগ স্থাপনৰ সিদ্ধান্ত লোৱা হৈছে। গতিকে প্ৰকৃতপক্ষে চতুৰ্থ পৰিকল্পনাৰ পৰাহে অসমত উদ্যোগ স্থাপনৰ যো-জা কৰা হৈছে।

আগতেই কৈ অহা হৈছে যে উদ্যোগ-সম্ভাৱনা অসমত অতি বিশাল। কৃষি-কেন্দ্ৰীভূত উদ্যোগ, বনজ সম্পদৰ আৰু খনিজ দ্ৰব্যৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা উদ্যোগৰ কাৰণে অসমত থকা সুবিধা অতুলনীয়। কিন্তু এইবোৰ থকা সত্বেও উদ্যোগ স্থাপনত অসম পিচপৰি থকা কৌতূহলজনক। মূলধন আৰু কৃষি-উদ্যোগপতিৰ অভাৱ, পৰিবহন ব্যৱস্থাৰ বিজুতি, বিজুলীশক্তি আদিত অনাটন আদি লেহেম-শিল্পায়নৰ প্ৰধান কাৰণ বুলি বহুতেই যুক্তি দেখুৱাবলৈ চেষ্টা কৰে। কিন্তু এইবোৰ যুক্তিয়ে নিজৰ অক্ষমতা আৰু দৃঢ়তাহীনতাৰহে পৰিচয় দিয়ে। 'য'তে ইচ্ছা ত'তে বাট' বুলি এটা কথা আছে। অসমৰ ৰাইজৰ তথা চৰকাৰৰ ইচ্ছা থকা হেঁতেন উদ্যোগ স্থাপনত অসম ইমান পিচপৰি নাথাকিলহেঁতেন। পৃথিৱীৰ কোনো দেশতে বা কোনো অঞ্চলতে মূলধন আৰু বিপুল শিল্প-পতিৰ অপৰ্য্যাপ্তুতা পৰিলক্ষিত হোৱা নাই আৰু কোনো অঞ্চলতেই প্ৰথমতেই পৰিবহন আৰু শক্তি আদিৰ যোগান স্বচ্ছল হোৱাৰ পিচতহে শিল্পায়নৰ আঁচনি হাতত লোৱা নাই। স্বীকাৰ কৰিব লাগিব উদ্যোগ-উন্নয়নত এইবোৰ ব্যৱস্থা অতি সহায়ক। কিন্তু প্ৰধান বা অনিবাৰ্য্য ব্যৱস্থা নহয়। উদ্যোগ স্থাপনৰ পিচতো বহুতো অঞ্চলত এনে ব্যৱস্থাৰ বিজুতি হোৱা দেখা গৈছে।

## উদ্যোগৰ বিকাশ নোহোৱাৰ প্ৰকৃত কাৰণ

মুঠতে অসমত উদ্যোগ স্থাপন নোহোৱাৰ যিবোৰ কাৰণ দৰ্শোৱা হৈছে সেইবোৰৰ অন্তৰালত প্ৰকৃত কাৰণ লুকাই আছে। অসমৰ

বিৰাট উদ্যোগ-বিকাশ সম্ভাৱনাৰ সুযোগ কিছুমান স্বাৰ্থান্বেষী ব্যক্তিৰ আত্ম-স্বাৰ্থ সিদ্ধিৰ উদ্দেশ্যত ব্যৱহৃত হোৱা যেনহে অনুমান হয়। মূলধন আদিৰ অভাৱৰ অজুহাতত বাহিৰৰ শিল্পপতিক উদ্যোগ স্থাপন আৰু পৰিচালনাৰ দায়িত্ব দিয়া হয়। এনে শিল্পপতি বিলাকক নানান ধৰণৰ সুবিধা, যেনে বিনা মূল্যে ভূমি, ৰেহাই দামত কেঁচামাল, কৰ-কাটলৰ ৰেহাই ইত্যাদি দিয়া হয়। কিন্তু এই শিল্প-পতিবিলাকে নামত উদ্যোগ পাতিয়ে নানান চল-চক্ৰান্ত কৰি অৰ্থ আত্মসাৎ কৰাৰ বাহিৰে উদ্যোগ-বিকাশৰ কোনো চেষ্টাই নকৰিলে। উদাহৰণ স্বৰূপে "এছোচিয়েটড্ ইণ্ডাষ্ট্ৰিজ", অসম হাৰ্ডবৰ্ড, ফেৰোজ এণ্ড কোম্পানী, নাহৰকটীয়া ব্ৰিকচ্ ইত্যাদি উল্লেখযোগ্য। আকৌ চৰকাৰে নিজেও কিছুমান উদ্যোগ যেনে—"টাৰপেনটাইন ফেক্টৰী, মিটাৰ ফেক্টৰী আদি স্থাপন কৰিবলৈ লয়, কিন্তু আৰম্ভ হোৱাৰ পিচতেই এইবোৰ বন্ধ হৈ যায়। ইয়াৰ কাৰণ সকলোৰে বিদিত।

এতিয়ালৈকে অসমত যিকেইটা উদ্যোগ স্থাপন হৈছে সেইকেইটা আঙুলিৰ মূৰত লেখিব পাৰি। এটা বাইচাইকেল ফেক্টৰী, এটা পাট-সূতা কটা মিল, দুটা কপাহী সূতাৰ মিল (তাৰে এটা বন্ধ হৈ গৈছে), মিটাৰ ফেক্টৰী (বন্ধ হৈ গৈছে) কেইটামান ৰিৰলিং ফেক্টৰী, এটা সংমিশ্ৰিত সাৰ প্ৰস্তুত কাৰখানা (বন্ধ হৈ আছে) এটা হাৰ্ডবৰ্ড ফেক্টৰী, এটা স্ত্ৰেক্সবৰ্ড ফেক্টৰী, সমবায়খণ্ডত ৭টা চেনিৰ কল, আৰু এটা ফল সংৰক্ষণ কাৰখানা স্থাপিত হয়। ইয়াৰ বাহিৰেও অসমৰ বনজ সম্পদৰ ওপৰত ভিত্তি কৰি কিছুমান প্লাইউদ-ফেক্টৰী বিভিন্ন ঠাইত স্থাপন কৰা হয়। কিন্তু এই ফেক্টৰী বোৰৰ যন্ত্ৰপাতি অতি পুৰণা ধৰণৰ আৰু সেই কাৰণে ইয়াৰ প্ৰস্তুত দ্ৰব্যৰ পৰিমাণ খুব কম। গতিকে কাঠৰ সদ্ব্যৱহাৰ হোৱা নাই আৰু এই ফেক্টৰীবোৰৰ কাৰণে অসমৰ বহুমূলীয়া বনজ সম্পদ বিলুপ্ত হোৱাৰহে আশঙ্কা হৈছে।

## তৃতীয় পঞ্চ-বাৰ্ষিকী পৰিকল্পনাৰ সময়ত

তৃতীয় পাঁচবছৰীয়া পৰিকল্পনাৰ সময়ছোৱা কেন্দ্ৰীয় খণ্ডৰ অন্তৰ্গত নুনমাটিত শোধনাগাৰ, নামৰূপত সাৰ-কাৰখানা আৰু বাজ্যিক চৰকাৰৰ নামত গেছ পৰিবহন প্ৰকল্প হাতত লোৱা হয়। আকৌ অসম চৰকাৰে এই পৰিকল্পনাৰ সময়তে চেৰাপুঞ্জীত বিলাতীমাটিৰ কাৰখানাও অ-চৰকাৰী খণ্ডৰপৰা নিজৰ হাতলৈ সম্প্ৰসাৰণৰ ব্যৱস্থা লয়। এই কাৰখানাত এতিয়া দিনে ২৫০ টন বিলাতী মাটি প্ৰস্তুত হয় আৰু দিনে ৮৫০ টন প্ৰস্তুত কৰিব পৰাকৈ ইয়াক সম্প্ৰসাৰণ কৰাৰ ব্যৱস্থা লোৱা হৈছে। ১৯৬৯ চনৰ ডিচেম্বৰ মাহত ভাৰতৰ প্ৰধান মন্ত্ৰীয়ে অসমত উদ্যোগ-উন্নয়নৰ গতি ক্ষিপ্ৰ হোৱাৰ উদ্দেশ্যে কেইটামান উদ্যোগ কেন্দ্ৰীয়খণ্ডত স্থাপনৰ কথা ঘোষণা কৰে। এই সিদ্ধান্তৰ ফলস্বৰূপে বঙাইগাঁৱত এটা পেট্ৰোৰাসায়নিক-চক্ৰ, কাছাৰত কাগজৰ কল আৰু মিকিৰপাহাৰ জিলাৰ বোকাজানত চিমেণ্টৰ কাৰখানা স্থাপনৰ যো-জা কৰা হৈছে। ইয়াৰে প্ৰথম দুটাৰ আধাৰশিলা স্থাপন হৈছে আৰু তৃতীয়টোৰ কিছু কাম আৰম্ভ হৈছে। ইয়াৰ উপৰিও নগাঁও জিলাত সমবায় খণ্ডত এটা মৰাপাটৰ কল স্থাপন কৰা হৈছে। ইয়াত ১৫৩ খন তাঁত আছে আৰু বছৰি ৭০০০ টন মৰাপাট সামগ্ৰী প্ৰস্তুত কৰিব পৰা যাব। ইয়াৰ উপৰিও দৰং জিলাৰ সমবায় খণ্ডত এটা চেনিৰ কল, গোৱালপাৰাত (যোগীঘোপাত) কাগজ আৰু কাগজৰ মণ্ড প্ৰস্তুত কাৰখানা, নামৰূপত পেট্ৰোৰাসায়নিক-চক্ৰ আৰু গোৱালপাৰাত কষ্টিক-চ'ডা আৰু ক্লৰিণ প্ৰস্তুত কৰা কাৰখানা স্থাপনৰ ব্যৱস্থা লোৱা হৈছে। যোগীঘোপাৰ কাৰখানাত প্ৰতিদিনে ১২০ টন কাগজৰ মণ্ড, আৰু ৯০ টন কাগজ প্ৰস্তুত কৰিব পৰা যাব। এই প্ৰকল্পত অনুমান ১৫ কোটি ব্যয় হ'ব। কষ্টিক-চ'ডা আৰু ক্লৰিণ প্ৰস্তুত কাৰখানাত প্ৰতিদিনে ২৫ টন কষ্টিক-চ'ডা আৰু ২১ টন ক্লৰিণ প্ৰস্তুত কৰিব পৰা যাব। ইয়াৰ নিৰ্মাণ ব্যয় হ'ব

২'৫ কোটি ; এই প্ৰকল্প এতিয়াও আঁচনি পৰ্য্যায়তে আছে। নামৰূপৰ পেট্ৰ'ৰাসায়নিক-চক্ৰত "মেথানল", ফৰনেলদাইহাইট্ৰেড আৰু বেচিন আদি প্ৰস্তুত কৰিব পৰা যাব আৰু নিৰ্মাণত প্ৰায় ৫ কোটি ব্যয় হ'ব। ইয়াৰ উপৰিও ২'৬০ কোটি ব্যয়ৰ এটা চেনিৰ কাৰখানা কাছাৰত প্ৰস্তুত কৰাৰ সিদ্ধান্ত লোৱা হৈছে। কেন্দ্ৰীয়খণ্ডত হাতত লোৱা পেট্ৰ'ৰাসায়নিক-চক্ৰত ( বঙাইগাঁও ) ১০০ কোটি খৰচ হ'ব। ইয়াত নেপথা, কেৰাচিন, ডিজেল তেল আৰু এল এচ-এইচ এচ প্ৰস্তুত হ'ব। বোকাজানৰ বিলাতী মাটিৰ কাৰখানাৰ কাম ইতিমধ্যে আৰম্ভ হৈছে আৰু চতুৰ্থ পৰিকল্পনাৰ অন্তৰ কালে সম্পূৰ্ণ হৈ উঠাৰ সম্ভাৱনা আছে।

## বিকাশৰ হাৰ

সংগঠিত খণ্ডত স্থাপিত চাহপাত বনোৱা কল-ঘৰৰ বাহিৰেও ধান-বনা আৰু তেল-পেৰা কল, কাঠফলা কল আৰু কিছুমান মটৰ মেৰামত কৰা কাৰখানাই অসমত উল্লেখযোগ্য শিল্প। কিন্তু ওঠৰ বছৰ পৰিকল্পনাৰ পিচতো এইবোৰৰ উন্নতি পৰিলক্ষিত হোৱা নাই। ১৯৫১ চনত ৰেজিষ্টাৰ কৰা কাৰখানাৰ সংখ্যা আছিল ৯১১ টা। ১৯৬৯ চনত ইয়াৰ সংখ্যা হয় ১১৮৮ টা। ১৯৫১ চনত এই কাৰখানাবিলাকত নিযুক্তিৰ সংখ্যা আছিল ৬০'১ হাজাৰ। ১৯৬৯ চনৰ ইয়াৰ সংখ্যা হয় ৭৯'৪ হাজাৰ। ১৯৬০-৬১ চনত অসমত তৈয়াৰী বা শিল্পখণ্ডৰ অৰিহণা জাতীয় মুঠ উৎপন্নৰ মাত্ৰ ২'৩৫ শতাংশ আছিল। ১৯৬৫-৬৬ চনত ইয়াৰ পৰিমাণ আৰু কমি ১৯৬৮-৬৯ চনত ইয়াৰ পৰিমাণ হয়গৈ ১'৬২ শতাংশ। অসমত থকা ৰেজিষ্টাৰড ফেক্টৰীৰ সংখ্যা হৈছে সৰ্বভাৰতীয় সংখ্যাৰ তুলনাত ১৯৫১ চনত ৫'৩ শতাংশ আছিল। আৰু ইয়াৰ পৰিমাণ হয় ১৯৬৬ চনত ১'২ শতাংশ। সেইদৰে ফলোৎপাদক নিয়োজিত মূল-ধনৰ পৰিমাণ ১৯৫১ চনত ৩'৯ শতাংশৰপৰা ১৯৬৬ চনত ২'২

শতাংশলৈ, নিয়োগৰ সংখ্যা ১৯৫১-অত ২'৪ শতাংশৰপৰা ১৯৬৬ চনত ১'৯ শতাংশলৈ, উৎপাদিত সামগ্ৰীৰ মূল্য ১৯৫১ চনৰ ৩'৩ শতাংশৰ পৰা ১৯৬৬ চনত ১'৯ শতাংশলৈ আৰু নিৰ্মাণ কাৰ্য্যৰ দ্বাৰা মূল্য-বৃদ্ধি ১৯৫১ চনৰ শতকৰা ৪'১ ভাগৰপৰা ১৯৬৬ চনত শতকৰা ১'৮ ভাগলৈ নামি আহে। ১৯৫৯ চনত নিৰ্মাণৰ দ্বাৰা মূল্য-বৃদ্ধিৰ স্থলত অসমৰ স্থান সৰ্বভাৰতীয় স্থানৰ তুলনাত সপ্তম আছিল, কিন্তু ১৯৬৬ চনত অসমৰ স্থান ত্ৰয়োদশ অৱস্থালৈ নামি আহে। ওপৰৰ আলোচনাৰপৰা ইয়াকে সুবুজায় যে ১৯৫১ চনৰ অৱস্থাতকৈ ১৯৬৬ চনৰ অৱস্থা বেয়া। ১৯৫১ চনৰ তুলনাত উদ্যোগ স্থাপন আৰু বিকাশ ১৯৬৬ চনত বহুতো বেচি। তথাপি তুলনামূলক ভিত্তিত অৱস্থা অনুন্নত। ইয়াৰ মানে হৈছে ১৯৫১ চনৰপৰা আৰম্ভ কৰি অন্য অঞ্চলত বহুতো উন্নতি হৈছে। ফলত সৰ্বভাৰতীয় তুলনাত অসমৰ অৱস্থা বহুত তললৈ নামি গৈছে।

## অসমৰ কেইটামান ঔদ্যোগিক আৰু বিত্তীয় প্ৰতিষ্ঠানৰ ভিতৰ-চ'ৰা

সীমামূৰীয়া অৱস্থান, দেশৰ অন্যান্য বেহাবেপাৰ কেন্দ্ৰ আৰু মূলধনৰ বজাৰৰ লগত দূৰত্ব, পৰিবহণ ব্যৱহাৰ অনিশ্চয় অৱস্থা ইত্যাদি নানান কাৰণবশতঃ অসমত গধুৰ আৰু বৃহৎ উদ্যোগৰ সম্ভাৱনা কম। কিন্তু থলুৱা কেঁচা-মাল ব্যৱহাৰ কৰিব পৰা আৰু আভ্যন্তৰীণ বজাৰৰ প্ৰয়োজনীয় বহুতো সামগ্ৰী প্ৰস্তুত কৰাৰ স্থল অসমত যথেষ্ট আছে। তদুপৰি এনেকুৱা নিত্যপ্ৰয়োজনীয় সামগ্ৰী প্ৰস্তুত কৰিব পৰা ক্ষুদ্ৰ পৰিষদৰ উদ্যোগৰ দ্বাৰাইহে ৰাজ্যত বাঢ়ি অহা নিবনুৱা সমস্যা আৰু অৰ্থনৈতিক অসমতা দূৰ কৰা সম্ভৱ হ'ব পাৰে। কিন্তু থলুৱা উদ্যোগপতি আৰু মূলধনৰ অভাৱত এনে উদ্যোগ আশানুৰূপভাৱে বাঢ়িব পৰা নাই। থলুৱা লোকক বুদ্ধিভাৰষা দি মূলধনৰ যোগাৰ কৰি সৰু সৰু আৰু কুটীৰ পৰ্য্যায়ৰ শিল্প-বৃদ্ধি

কৰিবলৈ অন্যান্য ৰাজ্যৰ দৰে অসমতো তিনিটা অনুষ্ঠান স্থাপন কৰা হৈছিল। এইকেইটা হৈছে অসম ঔদ্যোগিক উন্নয়ন নিগম, অসম ক্ষুদ্ৰ শিল্প উন্নয়ন নিগম আৰু অসম বিত্ত নিগম। প্ৰথমে উল্লেখ কৰা নিগমটোৱে বহু বছৰ শুই থাকি এতিয়া "অশোক পেপাৰ মিলচ্", "নাহৰকটীয়া পেট্ৰ-ৰাসায়নিক-চক্ৰ" স্থাপনৰ যো-জা কৰিছে। অশোক পেপাৰ মিলচৰ বুৰঞ্জী শুভ নহয়। বিহাৰৰ দাৰভাঙ্গাত স্থাপন কৰাৰ আগতেই দেৱলীয়া হোৱা কোম্পানী এটাৰ পুৰণা যন্ত্ৰ-পাতি কিনি আনি অসমৰ যোগীঘোপাত পুনৰ সংস্থাপন কৰিবলৈ লোৱা হৈছে। এই প্ৰকল্পটো অৰ্থনৈতিকভাৱে অসুস্থ বুলিয়েই আমাৰ ধাৰণা। আনকি ভাৰতৰ ঔদ্যোগিক উন্নয়ন নিগমৰ নিচিনা এটা অনুষ্ঠানেও এই প্ৰকল্প-টোৰ ভৱিষ্যতত সন্দেহ প্ৰকাশ কৰিছে। নাহৰকটীয়াৰ পেট্ৰৰাসায়নিক কল্পটো জাপানৰ সহযোগীতাত স্থাপন কৰিবলৈ লোৱা হৈছে। কিন্তু যি লেহেম গতিত কাম আৰম্ভ হৈছে তালৈ চাই এই প্ৰকল্প কেতিয়া সম্পূৰ্ণ হ'ব এতিয়াই ক'ব নোৱাৰি। তদুপৰি দিন হৈ যোৱাৰ লগে লগে নিৰ্মাণ-ব্যয় বাঢ়ি যাব। ফলত ই লাভজনক নোহোৱা হব। ক্ষুদ্ৰ শিল্প-উন্নয়ন নিগমে নিজে যেনে—গজাল বনোৱা বিভাগ, টিনপাত বনোৱা বিভাগ, জেক্স-বৰ্ড বিভাগ, চামৰা বনোৱা বিভাগ, নীলাচল চাবোন ফেক্টৰী, জুইশলা-কাঠী বনোৱা, কাছাৰত কাপোৰ বনোৱা বিভাগ আৰু আয়ুৰ্বেদ ঔষধ বনোৱা বিভাগ ইত্যাদি বিভাগবোৰ নিজে পৰিচালনা কৰিছে। এইবিলাকৰ ফল হৈছে ১৯৬৯-৭০ চনৰ হিচাব মতে ৫ লাখ ১৪ হাজাৰ লোকচান হৈছে। ইয়াৰে কেইটামান বিভাগ, যেনে জেক্স-বৰ্ড, চামৰা, জুইশলা কাঠী, বাহঁ-বেতৰ কাম ইত্যাদি ইতিমধ্যে বন্ধ হৈ গৈছে আৰু অন্য কেইটাও বন্ধ হোৱাৰ উপক্ৰম। অন্য ৰাজ্যত ক্ষুদ্ৰ উদ্যোগ উন্নয়ন নিগম আৰু ঔদ্যোগিক উন্নয়ন নিগম, এই দুইটা অনু-ষ্ঠানে চমকপ্ৰদ কাম কৰিছে। ৰাজ্যত ঔদ্যোগিক সম্ভাৱনা জৰীপ

কৰাৰ উপৰিও, স্থান নিৰ্ণয়, কেঁচামালৰ যোগান, প্ৰজেক্ট ৰিপ'ৰ্ট বনোৱা, উৎপাদিত সামগ্ৰী বিক্ৰিৰ সম্ভাৱনা অনুসন্ধান কৰা, ইত্যাদি সা-সুবিধা যোগাৰ কৰি দিয়াৰ উপৰিও প্ৰতিটো পদতে এনৈ নিগমে ক্ষুদ্ৰ উদ্যোগৰ বন্ধু উপদেষ্টা হিচাবে বুদ্ধি-পৰামৰ্শ আদি দি উদ্যোগ স্থাপন, পৰিচালনাত সহায় কৰিছে। আনকি কেইখনমান ৰাজ্যত উদ্যোগ-উন্নয়ন নিগমে বিনা সুতত ঋণ আদি দিও উদ্যোগ স্থাপনত সহায় কৰিছে। এইবোৰৰ তুলনাত অসমত নিগমবোৰৰ কাৰ্য্য দুখ লগাভাৱে পিচপৰা। অন্য ৰাজ্যত উদ্যোগপতিয়ে এনে নিগমলৈ গলে অদম্য আশা-উল্লাস লৈ ঘূৰি আহে। আমাৰ ইয়াত কোনোবাই এই নিগমলৈ গলে হতাশা আৰু বিদ্বেষৰ ভাব লৈ ঘূৰি আহে। এই দুয়োটা নিগমৰ উপৰিও অসম বিত্তীয় নিগমৰ ভূমিকা অতি গুৰুতৰ। যিহেতু অসমত মূলধনৰ অভাৱ এই নিগমেই মূলধনৰ যোগান ধৰি উদ্যোগ স্থাপনৰ দায়িত্ব বহন কৰিব লাগে। কিন্তু পৰিতাপৰ বিষয় আৰম্ভণিৰপৰা এই নিগমে স্বজন-তোষণতাৰ ভাব অৱলম্বন কৰা যেন অনুমান হয়। তদুপৰি ঋণদানৰ ক্ষেত্ৰত এই নিগম অৰ্থনৈতিক সূত্ৰ পৰিত্যাগ কৰি পৰিচালিত হৈছে। ফলত উদ্যোগ স্থাপনত সাহায্য আগবঢ়োৱাৰ পৰিবৰ্তে ই নিজেই বগা হাতীৰ দৰে হৈ পৰিছে। পৰিতাপৰ বিষয় যে এই নিগমে যাকে ঋণ দিছে তেওঁৰেই সুতমূল একোকে পৰিশোধ কৰিব নালাগে বুলি ধৰি লৈছে। তদুপৰি উদ্যোগৰ সকলো নীতি-নিয়ম পৰিত্যাগ কৰি এই নিগমে চাহ-বাগান সম্প্ৰসাৰণ আৰু চাহগছ ৰোপণ আদিৰ কাৰণে ঋণ দিছে। কিন্তু এই চাহ-বাগানত দিয়া ঋণ ( সুত আৰু মূল ) আজিলৈকে পৰিশোধ হোৱা নাই। ক্ষুদ্ৰ ক্ষুদ্ৰ শিল্প, থলুৱা উদ্যোগপতি আদিক অকল ঋণেই নহয়, নানান কাৰ্য্যকৰী বুদ্ধি-পৰামৰ্শ দি উদ্যোগ স্থাপন আৰু বিকাশৰ ব্যৱস্থা কৰা এই বিত্ত-নিগমৰ প্ৰধান উদ্দেশ্য আছিল। কিন্তু স্বজন-তোষণ, আত্ম-স্বাৰ্থৰ প্ৰতি বিশেষভাৱে সজাগ

আদিৰ কাৰণে যি উদ্যোগে প্ৰকৃত সম্পদ উৎপাদন কৰে, বা তাৰ দ্বাৰা নিয়োগৰ সুবিধা বৃদ্ধি হৈ ভৱিষ্যত উন্নয়নৰ পথ মুকলি কৰে, তেনে উদ্যোগত ঋণ দিয়া নহ'ল। যিবিলাকত দিয়া হৈছে সেই বিলাকৰ ক্ষেত্ৰতো লবলগীয়া সাৱধানতা লোৱা হোৱা নাই। ইয়াৰ ফল স্বৰূপে এতিয়ালৈকে যি ঋণ দিয়া হৈছে, সকলোবোৰেই অনাদায়ী হৈ নিগমৰ অৱস্থা দেৱলীয়া–প্ৰায় হৈছে। আমি আগতেই কৈ আঁহিছোঁ যে অসমত অৰ্থনৈতিক উন্নয়ন বা উদ্যোগ-বিকাশত বিশেষ কাৰণবশতঃ এই উপৰোক্ত তিনিটা নিগমৰ ভূমিকা অতি গুৰুতৰ। এই তিনিটা নিগমক সুদক্ষ লোকৰ দ্বাৰা আৰু সুপথে পৰিচালিত কৰিলে এতিয়াও বহুতো উদ্যোগ স্থাপনৰ সম্ভাৱনা আছে।

## বিত্তীয় অনুষ্ঠানৰ পৰামৰ্শ

যোৱা বছৰ ভাৰতৰ কেইটামান বিত্তীয় অনুষ্ঠান, যেনে উদ্যোগ-উন্নয়ন বেঙ্ক, ৰিজাৰ্ভ বেঙ্ক, ঔদ্যোগিক ঋণ আৰু নিয়োগ নিগম আৰু ঔদ্যোগিক বিত্তনিগম, এই আটাইকেইটা অনুষ্ঠানে যুটীয়া-ভাৱে অসমৰ উদ্যোগৰ সম্ভাৱনা সম্পৰ্কে সমীক্ষা আৰু অধ্যয়ন কৰি, কেনে ধৰণৰ উদ্যোগ অসমত স্থাপন কৰিব পাৰি, এই সম্পৰ্কে কিছুমান পৰামৰ্শ আগবঢ়াইছে। এই দলটোৰ মতে অসমৰ ঔদ্যোগিক সম্ভাৱনা পাঁচোটা বিভিন্ন বিভাগত ভগাব পাৰি। এইবোৰ হৈছে (১) খনিজভিত্তিক উদ্যোগ; (২) কৃষিভিত্তিক উদ্যোগ, (৩) বনজভিত্তিক উদ্যোগ, (৪) ৰাসায়নিক আৰু তদ্ৰূপ উদ্যোগ আৰু (৫) ইঞ্জিনীয়াৰিং উদ্যোগ। প্ৰথম খণ্ডত উল্লেখিত পেট্ৰলিয়াম আৰু প্ৰাকৃতিক গেছ আদিৰ ভিত্তিত অসমত কেইবা-টাও উদ্যোগ স্থাপন কৰিবলৈ লোৱা হৈছে আৰু এইবিলাক হৈ উঠিলে উৎপাদিত সামগ্ৰীৰ ওপৰত ভিত্তি কৰি বহুতো সৰু বৰ উদ্যোগ গঢ়ি উঠাৰ সম্ভাৱনা থাকে। তদুপৰি শিৱসাগৰ আৰু

লক্ষীমপুৰ জিলাত থকা কয়লাও নানান ব্যৱহাৰত লগোৱা উদ্যোগৰ সম্ভাৱনাও অসমত নোহোৱা নহয়। এইবোৰৰ উপৰিও মৰাপাটৰ কল, (অন্ততঃ আৰু এটা) চেনিৰ কল; কপাহ ধুনা কল আৰু সূতাকটা কল, ফল সংৰক্ষণ ব্যৱস্থা, গ্ৰেনুলেটেড, ৰাসায়নিক সাৰ, বিজুলী শক্তি-চালিত আৰ্কফাৰনেচ (Electric Arc Furnance), সস্তীয়া শক্তি চালিত নাঙল আদি বনোৱা কাৰখানা, লৰী-মটৰৰ গা বনোৱা ফেক্টৰী আদি স্থাপন কৰিবৰ কাৰণে অসমত সুবিধা আছে আৰু এইবোৰৰ কাৰণে যথেষ্ট বজাৰো আছে। উল্লেখ কৰিব পাৰি যে অসমৰ বনজ সম্পদৰ ওপৰত ভিত্তি কৰি এতিয়ালৈকে প্ৰায় ২০ টা প্লাইউদ ফেক্টৰী গঢ়ি উঠিছে। কিন্তু এইবোৰৰ যন্ত্ৰপাতি আধুনিক ধৰণৰ নহয় কাৰণে ইয়াত বহুত কাঠ এনেয়ে পেলনী যায়। অন্যহাতে অসমৰ কাঠে এইবোৰ ফেক্টৰীক সম্পূৰ্ণ কাঠৰ যোগান ধৰিব নোৱাৰে। লগতে অৰুণাচল, নাগালেণ্ড আদিৰপৰা কাঠ অনাৰ ব্যৱস্থা কৰিব লাগিব, নহয় এই ফেক্টৰীবোৰ আধুনিক কৰিব লাগিব। বাঁহ আদি ব্যৱহাৰৰ কাৰণে তিনিটা কাগজ আৰু কাগজৰ মণ্ড প্ৰস্তুত কাৰখানা গঢ়ি উঠাৰ সম্ভাৱনা আছে। কিন্তু ইপিনে নাগালেণ্ডতো এটা এনে কাগজৰ কল হ'ব ধৰিছে আৰু মেঘালয়ৰ চৰকাৰেও কাগজৰ কল কৰিবলৈ গুণা-গঁথা কৰিছে। এইটো অঞ্চলত ইমানবোৰ কাগজৰ কল চলিব নোৱাৰে। গতিকে কাগজ বা মণ্ড প্ৰস্তুত কাৰখানা বনাওঁতে সাৱধানতা অৱলম্বন কৰা উচিত।

শিল্পায়নত অসম বহুতো পিচপৰা। গোৱালপাৰা, কামৰূপ, মিকিৰপাহাৰ আৰু কাছাৰ জিলাক অনুন্নত বুলি গণ্য কৰি বিভিন্ন বিত্তীয় অনুষ্ঠানবিলাকে ৰেহায় সুদত উদ্যোগৰ কাৰণে ঋণ দিয়াৰ সিদ্ধান্ত লৈছে। তদুপৰি গোৱালপাৰা জিলাত উদ্যোগ স্থাপন কৰিলে কেন্দ্ৰীয় চৰকাৰে নিয়োজিত মূলধনৰ শতকৰা দহ-ভাগ সাহায্য (Subsidy) দিবলৈ স্থিৰ কৰিছে। কিন্তু এনে

উদ্যোগত নিয়োজিত মূলধন ৫০ লাখৰ বেচি হ'ব নালাগিব। তদুপৰি পৰিবহন ব্যৱস্থাৰ অসুবিধাৰ কাৰণে নতুন উদ্যোগৰ লাগতিয়াল কেঁচামাল আৰু প্ৰস্তুত সামগ্ৰী অনা-নিয়াৰ পৰিবহন ব্যয়ৰ শতকৰা ৫০ ভাগ ৰেহাই দিবলৈ স্থিৰ কৰিছে। গতিকে অসমত উদ্যোগ স্থাপনৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে আৰু বিত্তীয় অনুষ্ঠানসমূহে বহুতো সুবিধা আগবঢ়াইছে। কিন্তু তথাপিও থলুৱা উদ্যোগপতিয়ে এইবোৰ সুবিধা লব পৰা নাই, আৰ্থিক আৰু নানান অসুবিধাৰ কাৰণে। অন্য চৰকাৰে, বিশেষকৈ মহীশূৰ মহাৰাষ্ট্ৰ আৰু উৰিষ্যা চৰকাৰে উদ্যোগপতি আকৰ্ষণ কৰিবলৈ নানান সুবিধা আগবঢ়াইছে। এইবোৰ হৈছে স্থান আৰু ফেক্টৰীৰ ঘৰ নিৰ্মাণ, বিজুলী, পানী যোগান আদিৰ ব্যৱস্থা কৰা, শতকৰা ১২½ ভাগ শক্তিৰ মূল্য ৰেহাই, ৰাজ্যিক উদ্যোগ আইনৰ ব্যৱস্থা অনুসৰি ব্যৱসায়িক বেঙ্কৰ ঋণ লবৰ কাৰণে চৰকাৰে গেৰাণ্টি দিয়া, কেঁচামাল আদিত পাঁচবছৰৰ কাৰণে বিক্ৰীকৰ ৰেহাই, বিশেষজ্ঞৰ দ্বাৰা বৈজ্ঞানিক আৰু কাৰিকৰী উপদেশ, ইত্যাদি। এনে সুবিধা প্ৰদান কৰিলে নিশ্চয় উদ্যোগপতি আকৰ্ষিত হ'ব। আমি আশা কৰোঁ, অসম চৰকাৰেও এনেদৰে সুবিধা দিয়াৰ ব্যৱস্থা হাতত ল'ব।

---

# অসমৰ অৰ্থনৈতিক পৰিবহন আৰু শক্তি

## পৰিবহন আৰু শক্তি-যোগান

অসমৰ দ্ৰুত অৰ্থনৈতিক উন্নয়নৰ প্ৰতিবন্ধকবোৰৰ ভিতৰত লেখত লবলগীয়া দুটা প্ৰতিবন্ধক হৈছে ইয়াৰ পৰিবহন ব্যৱস্থা আৰু বিজুলী শক্তিৰ যোগানৰ বিচ্যুতি। সুবিস্তৃত, সুপৰিকল্পিত আৰু নিখুঁত নিয়াৰিকৈ ৰখা পৰিবহন ব্যৱস্থা ঔদ্যোগিক উন্নয়নৰেই সহায়কেই নহয়, অৰ্থনৈতিক উন্নয়নৰো প্ৰধান কাৰণ। বাট-পথে নিবলতা ভঙ্গ কৰে, গাঁও-চহৰৰ দূৰত্ব কমাই নতুন ভাব-চিন্তাৰ আদান-প্ৰদানত সহায় কৰে আৰু নতুন বজাৰৰ সৃষ্টি কৰি উৎপাদনৰ অনুপ্ৰেৰণা যোগায়। সেইদৰে কেঁচামাল, উৎপাদিত সামগ্ৰী অনা-নিয়াৰ সুবিধা সৃষ্টি কৰি সুব্যৱস্থিত পথ পৰিবহন ব্যৱস্থাই ঔদ্যোগিক উন্নয়নত সহায় কৰে। কিন্তু নানান কাৰণ-বশতঃ অসমৰ পৰিবহন ব্যৱস্থা যথোপযুক্ত হৈ উঠা নাই। প্ৰাক্-স্বাধীন যুগত আৰু স্বাধীনতাৰ পিচতো (১৯৬৫ চনলৈকে) নৌ-পৰিবহন ব্যৱস্থা অসমৰ ভিতৰ-বাহিৰৰপৰা বস্তু অনা-নিয়াৰ প্ৰধান আৰু নিৰ্ভৰযোগ্য ব্যৱস্থা আছিল। এই সময়ত নৌ-পৰিবহন ব্যৱস্থাই অসমলৈ অনা-নিয়া মাল-বস্তুৰ প্ৰায় ৬০-৭০ শতাংশ বহন কৰিছিল। প্ৰাক্ স্বাধীন যুগত অসমৰ ৰাস্তা-পথ উন্নত নাছিল আৰু গঙ্গা-ব্ৰহ্মপুত্ৰ নৌ ব্যৱস্থাই কলিকতা, অসম আৰু অসমৰ ভিতৰৰ নৌ-আস্থানসমূহৰ সংযোগ স্থাপন কৰিছিল। নৌ-পৰিবহন

ব্যৱস্থা সস্তীয়া নির্ভৰযোগ্য। গতিকেই সৰহভাগ বস্তু ইয়াৰ দ্বাৰাই অনা-নিয়া হৈছিল। স্বাধীনতাৰ পিচতো নৌ-পৰিবহন ব্যৱস্থাৰ গুৰুত্ব কমা নাছিল। ১৯৬৩-৬৪ চনলৈকে নৌ-পৰিবহনৰ দ্বাৰা প্ৰায় শতকৰা ৮০ ভাগ চাহপাত, শতকৰা ৯০ ভাগ মৰাপাট আৰু যথেষ্ট পৰিমাণ তেল বাহিৰলৈ গৈছিল আৰু সেইদৰেই সমান পৰ্য্যায়ৰ অন্যান্য বস্তু বাহিৰৰপৰা অসমলৈ আহিছিল। কিন্তু ১৯৬৫ চনত ভাৰত-পাঁকিস্তান সংঘৰ্ষৰ পিচত এই গুৰুত্বপূৰ্ণ ব্যৱস্থা বন্ধ হৈ যায় আৰু লগে লগে এই সমগ্ৰ মাল-বস্তু অন্য ব্যৱস্থাৰে যেনে পথ-পৰিবহন আৰু ৰেলৰ দ্বাৰা পৰিচালিত কৰিব লগা হয়। সময়ৰ সুবিধা আৰু নিৰাপত্তাৰ কাৰণে পথ পৰিবহন ব্যৱস্থাই এতিয়া আগৰ নৌ-পৰিবহনৰ সম্পূৰ্ণ অংশ বহন কৰিবলগীয়া হৈছে। অসমত ৰাস্তা-পথৰ বহুতো উন্নতি হৈছে যদিও ই ৰাজ্যৰ আভ্যন্তৰীণ আৰু ওচৰ-চুবুৰীয়া অঞ্চলৰ পৰিবহন চাহিদা সম্পূৰ্ণ-ৰূপে মিতাব-পৰা নাই।

অসমৰ ৰাস্তা-পথৰ বহুতো উন্নতি সাধিত হৈছে। ১৯৪৭-৪৮ চনত গৰকাপ্তানি ৰাস্তাৰ পৰিমাণ আছিল ৬২৮০ কিলোমিটাৰ ১৯৬৮-৬৯ চনত ইয়াৰ পৰিমাণ হয় ২১৬০০ কিলোমিটাৰ আৰু ১৯৭০ চনৰ মাৰ্চ মাহত ইয়াৰ পৰিমাণ হয় ২১৮০০ কিলোমিটাৰ। ইয়াৰে প্ৰায় ২০০০০ কিলোমিটাৰ হাৱাগাড়ী চলাব পৰা। ইয়াৰ উপৰিও স্বায়ত্তশাসিত কৰ্তৃপক্ষৰ অধীনত আৰু ৩০০০ কিলোমিটাৰ গাড়ী চলাব পৰা পথ আছে। এই দুয়োটা মিলাই সৰ্বমুঠ মটৰ চলাব পৰা পথৰ দৈৰ্ঘ্য হৈছে ২৩০০০ কিলোমিটাৰ। কুৰি বছৰীয়া ( ১৯৬১-৮১ ) সৰ্ব-ভাৰতীয় পথ-উন্নয়ন আঁচনি ( ১৯৫৭ ) মতে ১৯৮১ চনত অসমত সৰ্বমুঠ মটৰ চলাব পৰা পথৰ পৰিমাণ হ'ব লাগে ৩৫.২ হাজাৰ কিলোমিটাৰ। ১৯৬৯-৭০ চনলৈকে সৰ্বমুঠ পথৰ পৰিমাণ হৈছে প্ৰায় ২৩০০০ কিলোমিটাৰ। গতিকে অহা এঘাৰ বছৰৰ ভিতৰত আৰু ১২.২ হাজাৰ কিলোমিটাৰ পথ নিৰ্মাণ

সম্পূৰ্ণ হলেহে পথ উন্নয়ন আঁচনিৰ লক্ষ্যত উপনীত হ'ব পৰা যাব। বৰ্ত্তমান অসমত প্ৰতি লাখ মানুহৰ কাৰণে ৩৭ কিলোমিটাৰ আৰু প্ৰতি ১০০ বৰ্গ কিলোমিটাৰ অঞ্চলত ৪ কিলোমিটাৰ ৰাস্তা আছে। সৰ্বভাৰতীয় অৱস্থা হৈছে প্ৰতি লাখ মানুহৰ কাৰণে ৫৬ কিলোমিটাৰ আৰু প্ৰতি ১০০ বৰ্গকিলোমিটাৰ অঞ্চলত ৯ কিলোমিটাৰ। গতিকে সৰ্বভাৰতীয় তুলনাত অসমৰ পথৰ পৰিমাণ বহুতো কম। তদুপৰি পৰিবহনৰ অন্যান্য ব্যৱস্থা নোহোৱা সীমামূৰীয়া আৰু ভূ-আবৃত্ত এটা অঞ্চলৰ কাৰণে বৰ্ত্তমান অৱস্থিত স্থ-পথৰ পৰিমাণ অতি সামান্য। অসমৰ বাহিৰৰ লগত বাণিজ্যিক সংযোগ ৰক্ষা কৰাৰ উপৰিও আভ্যন্তৰীণ বজাৰৰ সদ-ব্যৱহাৰৰ কাৰণেও উন্নত আৰু বিস্তৃত পথৰ অত্যন্ত প্ৰয়োজন। কৃষিজাত সামগ্ৰী আৰু ঔদ্যোগিক কেঁচামাল আদিৰ সময়ত আৰু চাহিদা অনুযায়ী অনা-নিয়া কৰিব নোৱাৰিলে উচিত মূল্য পোৱাৰ সম্ভাৱনা কম। গতিকে পথ-পৰিবহন ব্যৱস্থা উৎপাদকৰ অৱস্থা উন্নত কৰাত সহায়ক। তদুপৰি ওচৰ-চুবুৰীয়া অঞ্চল যেনে মেঘালয়, মিজোৰাম, মণিপুৰ, অৰুণাচল আৰু ত্ৰিপুৰাৰ লগত যোগাযোগ ৰক্ষা কৰিবৰ কাৰণেও সুবিস্তৃত আৰু উন্নত পথৰ প্ৰয়োজন। গতিকে অসমৰ অৰ্থ-নৈতিক উন্নতি বিস্তৃত আৰু উন্নত স্থলপথ নিৰ্মাণ আৰু মেৰামত কৰি ব্যৱহাৰৰ উপযোগী কৰি ৰখাৰ ওপৰত বহুতো নিৰ্ভৰশীল।

মন কৰিবলগীয়া যে ১৯৬৫ চনৰপৰা অসম আৰু অন্য অঞ্চলৰ লগত বাণিজ্যিক সংযোগ ৰক্ষা কৰাৰ কাৰণে ব্যৱহৃত পথ-পৰিবহনৰ প্ৰায় সমস্ত অংশই বাহিৰৰ লোকৰ দ্বাৰা পৰিচালিত। অসমত অৱস্থিত বা থলুৱা লোকৰ দ্বাৰা পৰিচালিত মাল কঢ়িওৱা গাড়ীৰ সংখ্যা অতি কম। অসমৰপৰা বছৰি প্ৰায় ২০০'০ কোটি মূল্যৰ মাল বাহিৰলৈ যায় আৰু সমান পৰিমাণ মূল্যৰ সামগ্ৰী বাহিৰৰপৰা অসমলৈ আহে। আগতেই উল্লেখ কৰি অহা হৈছে যে অসমলৈ অনা আৰু ইয়াৰপৰা নিয়া প্ৰায় ৭০ শতাংশ

মাল পথ পৰিবহন ব্যৱস্থাই বহন কৰে। গতিকে ৰাষ্ট্ৰীয় অৰ্থনীতিত পথ পৰিবহনৰ ভূমিকা অতি গুৰুতৰ। যিহেতু থলুৱা লোকৰ মাল কঢ়িওৱা গাড়ী কিনিবৰ সম্বল নাই, বা অন্য বিত্তীয় অনুষ্ঠান বা বাণিজ্যিক বেঙ্ক আদিৰ পৰাও এইবোৰৰ চৰ্ত অনুযায়ী ঋণ আদি লবলৈ অক্ষম, অসমৰ বিত্তীয় নিগম আৰু চৰকাৰে এই বিষয়ত সক্ৰিয় ভূমিকা লোৱা প্ৰয়োজন। ৰাজ্যিক চৰকাৰে বা বিত্তীয় নিগমে বেঙ্কৰ ঋণ আদিৰ প্ৰত্যাভূতি (Guarantee) আগবঢ়ালে বহুতো থলুৱা লোকে এইফালে আগবাঢ়িবলৈ অনুপ্ৰাণিত হ'ব।

## ৰেল পৰিবহন ব্যৱস্থা

স্থলপৰিবহন ব্যৱস্থাৰ ভিতৰত ৰেল পৰিবহন ব্যৱস্থা বেচি নিৰ্ভৰযোগ্য আৰু তুলনামূলকভাৱে সস্তা। গতিকে অসমৰ পৰিবহন ব্যৱস্থাত ৰেল পৰিবহনৰ ভূমিকা গুৰুত্বপূৰ্ণ। ১৯৬৫ চনত নৌসংযোগ ব্যৱস্থা বিচ্ছিন্ন হৈ যোৱাৰপৰা ৰেল পৰিবহনৰ গুৰুত্ব ক্ৰমাত বেচি হৈ আহে। ভাৰতৰ অন্য অঞ্চলৰপৰা অসমলৈ এটা ঠেক মিটাৰ গেজ ৰেলৰ দ্বাৰা সংযোগ ৰখা হৈছে। কিন্তু ১৯৬৫ চনত নিউ জলপাইগুৰিৰপৰা যোগীঘোপালৈ ব্ৰডগেজ লাইন খোলা হয়। আকৌ ১৯৬২ চনত শৰাইঘাট দলং সম্পূৰ্ণ হোৱাৰ লগে লগে উত্তৰ আৰু দক্ষিণ অসমৰ লগত এটা পোনপটীয়া সংযোগ স্থাপন হয়। ইয়াৰ পিচত ৰঙাপাৰাৰপৰা প্ৰথমে উত্তৰ লক্ষীমপুৰ আৰু পিচত মৰকংচেলেকলৈ ৰেল লাইন সম্প্ৰসাৰিত কৰা হয়। ইয়াৰ উপৰিও ৰেল পৰিবহন ব্যৱস্থা উন্নত কৰিবৰ কাৰণে বহুতো আঁচনি কাৰ্য্যকৰী কৰা হয়। কিন্তু এই সকলোবোৰ হোৱা সত্বেও ৰেল পৰিবহন ব্যৱস্থা আশানুৰূপ হোৱা নাই। যদিও ১৯৬০-৬১ চনত ১৭৫৮ মিটাৰৰপৰা ১৯৬৭-৬৮ চনত ২২২৬ কিলোমিটাৰলৈ ৰেলপথ বৰ্ধিত হৈছে, তথাপিও সৰ্বাধিক অংশ

মিটাৰ গেজ ৰেলপথ হোৱাৰ কাৰণে অসমৰ লগত অন্য অঞ্চলৰ পোনপটীয়া সংযোগ সাধন হৈ উঠা নাই। মন কৰিবলগীয়া যে সৰ্বভাৰতীয় মিটাৰ গেজ ৰেলপথৰ শতকৰা ৮·২ ভাগ অসমতে আছে। অন্যহাতে ব্ৰডগেজ পথৰ পৰিমাণ হৈছে কেৱল ১১০ কিলোমিটাৰ (সৰ্বভাৰতীয় ব্ৰডগেজ ৰেলৰ মাত্ৰ ০·৩৫ শতাংশ)। অসমত প্ৰতি ১০০০ বৰ্গকিলোমিটাৰ অঞ্চলৰ কাৰণে ১৮ কিলো-মিটাৰ ৰেলপথ আছে, দেখাত ই সৰ্বভাৰতীয় গড় হিচাবৰ সমান কিন্তু মিটাৰ গেজ পথ অসমত আছে প্ৰতি ১০০০ বৰ্গ কিলোমিটাৰ অঞ্চলৰ কাৰণে ১৭·৪ কিলোমিটাৰ আৰু সৰ্বভাৰতীয় হিচাবত হৈছে প্ৰতি ১০০০ বৰ্গ কিলোমিটাৰ অঞ্চলৰ কাৰণে ৮·৮ কিলোমিটাৰ। আনহাতে ব্ৰডগেজ সৰ্বভাৰতীয় প্ৰতি হাজাৰ বৰ্গ কিলোমিটাৰৰ ৭·৯ কিলোমিটাৰৰ ঠাইত অসমত মাত্ৰ ০·৮ কিলো-মিটাৰ। যিহেতু মিটাৰ গেজ পথৰ মাল পৰিবহন ক্ষমতা ব্ৰডগেজ পথতকৈ বহুতো কম, অসম অন্য অঞ্চলতকৈ এই ক্ষেত্ৰত অনুন্নত আৰু বহুতো সুবিধাৰপৰা বঞ্চিত।

আগতেই কৈ অহা হৈছে যে ৰেল পৰিবহন ব্যৱস্থা তুলনা মুলকভাৱে সস্তা হোৱা সত্বেও ই পৰিবহনৰ দ্বিতীয় স্থানহে অধি-কাৰ কৰিছে। মন কৰিবলগীয়া যে কলিকতা আৰু গুৱাহাটীৰ ভিতৰত ৰেলৰ ভাৰা প্ৰতি কিলোত প্ৰায় ১২ পইচা। অন্যহাতে পথ পৰিবহন ব্যৱস্থাৰ ভাৰা হৈছে প্ৰতি কিলোত ১৫-২০ পইচা। তথাপিও বেচি গধুৰ বস্তুৰ বাহিৰে অন্য বস্তু পথ পৰিবহনৰ দ্বাৰাই অনা হয়। এখন ৰেলৰপৰা অন্যখনলৈ উঠোৱা-নমোৱা কৰাত পৰিশ্ৰম, হানি-বিঘিনিৰ শঙ্কা আদিৰ কাৰণেই সাধাৰণতে ৰেল পৰিবহন কম পৰিমাণে ব্যৱহৃত হয়। এনে হোৱাৰ প্ৰধান কাৰণ হৈছে ব্ৰডগেজ ৰেলৰ পোনপটীয়া সংযোগ নোহোৱাৰ কাৰণে। ব্ৰডগেজ ৰেলৰ সম্প্ৰসাৰণ কৰি অসমৰ ভিতৰুৱা অঞ্চললৈকে বিস্তৃত হলে অসমত পৰিবহন নিৰ্ভৰযোগ্য হোৱাৰ উপৰিও অৰ্থনৈতিক

উন্নয়নৰ সহায়ক হ'ব। কিয়নো উদ্যোগ-উন্নয়নৰ প্ৰধান আৰু অপৰিহাৰ্য্য কাঠামো হৈছে নিৰ্ভৰশীল আৰু স্বল্পব্যয়ী পৰিবহন ব্যৱস্থা।

## নৌ-পৰিবহন

গঙ্গা-ব্ৰহ্মপুত্ৰ নৌ-সংযোগ ব্যৱস্থাই ১৯৬৫ চনৰ চেপ্তেম্বৰৰ আগলৈকে অসমৰ আয়ু-ৰেখাৰ দৰে গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিছিল চাহপাত আৰু মৰাপাট কঢ়িওৱাত এই ব্যৱস্থাৰ ভূমিকা অতি বেচি। কিন্তু ১৯৬৫ চনত এই সংযোগ বিচ্ছিন্ন হৈ যায়। অসমৰ প্ৰায় ৯৬০০ কিলোমিটাৰ নৌ-পথৰ প্ৰায় ১৬০০ কিলোমিটাৰ ভাপজাহাজ আৰু মাৰনাও চলাচল কৰিব পাৰে। এইবোৰত আগেয়ে সৰু-বৰ নাও চলাৰ উপৰিও বিভিন্ন ভাপ-নাও কোম্পানীয়ে ব্যৱহাৰ কৰিছিল। দ্বিতীয় পৰিকল্পনাৰ সময়ত ৰাজ্যিক চৰকাৰে আভ্যন্তৰীণ জল-পথ সঞ্চালকৰ পদ সৃষ্টি কৰি আভ্যন্তৰীণ নৌ-পথ ব্যৱস্থাৰৰ আঁচনি প্ৰস্তুত কৰাৰ সিদ্ধান্ত লয়। এই সঞ্চালকে সম্প্ৰতে পাণ্ডু আৰু যোগীঘোপাৰ নদীবন্দৰ নিৰ্মাণ কৰি উলিয়াইছে। ইতিমধ্যে ১৯৭১ চনৰ ডিচেম্বৰ মাহত স্বাধীন বাংলাদেশৰ জন্ম হয় আৰু এই দেশে ভাৰতৰ লগত সৌহাৰ্দ্যপূৰ্ণ অটুত ৰাখিব বুলি আশ্বাস দিছে। গতিকে আগৰ নৌ-পৰিবহন ব্যৱস্থা পুনৰ চালু হ'ব বুলি আশা কৰা যায়। এই ব্যৱস্থা চালু হলে অসমৰ কাৰণে অৰ্থনৈতিক উন্নয়নৰ নতুন পদক্ষেপ হ'ব বুলি আশা কৰা যায়। কিয়নো অন্য পৰিবহনৰ দ্বাৰা বস্তু অনা-নিয়াৰ ভাৰা হৈছে প্ৰতি কিলোগ্ৰামত ১২-অৰ পৰা ২০ পইচা, কিন্তু নৌ-পৰিবহনৰ ভাৰা হৈছে প্ৰতি কিলোগ্ৰামত ৫-৬ পইচা। ৰাজ্য চৰকাৰে ৰাজ্যৰ জলপথ সঞ্চালকৰ বিভাগটো সম্পূৰ্ণৰূপে এই ব্যৱস্থাত লগাব পৰাকৈ সংশ্লিষ্ট কৰ্তৃপক্ষৰ লগত যোগা-যোগ কৰাৰ সময় হৈছে। তেতিয়া হলে অ-ফলপ্ৰসূ ব্যয় ফলপ্ৰসূ হোৱাৰ উপৰিও নিয়োগৰ সুবিধাও সৃষ্টি হোৱাৰ সম্ভাৱনা আছে।

## শক্তি যোগান

অসমৰ শক্তি উৎপাদন সম্ভাৱনা অতি বেচি। জল, প্ৰাকৃতিক গেচ, কয়লা আৰু তেলৰ ওপৰত ভিত্তি কৰি ইয়াত বিদ্যুৎ-শক্তি উৎপাদন কৰিব পাৰি। অনুমান কৰা হৈছে যে কেৱল জলশক্তিৰ দ্বাৰাই প্ৰায় ১২ নিযুত কিলোৱাট (KW) শক্তি উৎপন্ন কৰিব পাৰি। ভাৰতৰ সমস্ত জলশক্তিৰ প্ৰায় এক চতুৰ্থাংশ অসমতেই অৱস্থিত। কিন্তু তথাপিও বিদ্যুৎ উৎপাদনত বিভিন্ন পৰিকল্পনাৰ যথেষ্ট মনোনিবেশ কৰা হোৱা নাছিল। বিদ্যুৎ-শক্তি উৎপাদনৰ কাৰণে প্ৰথম পৰিকল্পনাত ২০ নিযুত, দ্বিতীয় পৰিকল্পনাত ৫৮.৫ নিযুত, আৰু তৃতীয় পৰিকল্পনাত ৪৪৬ নিযুত টকা ব্যয় কৰা হৈছিল। তাৰ পিচত তিনিখন বছৰেকীয়া তদৰ্থ পৰিকল্পনাৰ সময়ত (১৯৬৬-৬৯) আৰু ১৯৬.৮ নিযুত টকা ব্যয় কৰা হয়। পৰিকল্পনাৰ সময়ছোৱাত ১৯৫৭ চনত স্থাপিত ৮.৪ মেগাৱাট (MW) শক্তিসম্পন্ন উমত্ৰু জলবিদ্যুৎ আঁচনি ১৯৬৩ চনত ১২.৫ মেগাৱাট শক্তিসম্পন্ন গুৱাহাটী গেছটাৰবিন আঁচনি, ১৯৬৫ চনত ৩৬ মেগাৱাট শক্তিৰ উমিয়াম জলবিদ্যুৎ আঁচনিৰ প্ৰথম খপুৱা আৰু ১৯৭০ চনত ১৮ মেগাৱাট শক্তিৰ দ্বিতীয় খপুৱা আৰু ১৯৬৫ চনত ৬৯ মেগাৱাট স্থাপন শক্তিসম্পন্ন নামৰূপ গেচ থাৰমেল আঁচনি স্থাপন কৰা হয়। ইয়াৰ বাহিৰেও গাৰো পাহাৰৰ থাৰমেল আঁচনি; নামৰূপৰ গেচ থাৰমেল আঁচনিৰ সম্প্ৰসাৰণ আৰু গুৱাহাটীৰ থাৰমেল প্ৰকল্প স্থাপন আদিৰ কাম আগবাঢ়ি আছে। ১৯৫১ চনত অসমত বিদ্যুৎশক্তি উৎপাদনৰ স্থাপিত ক্ষমতা আছিল মাত্ৰ ৩ মেগাৱাট। ই ১৯৬০-৬১ চনত ১৯ মেগাৱাট আৰু এতিয়া প্ৰায় ১৬০ মেগাৱাটলৈ বৃদ্ধি হৈছে। তথাপিও ই সৰ্বভাৰতীয় বিদ্যুৎশক্তিৰ মাত্ৰ ১.১ শতাংশহে।

বিদ্যুৎ-শক্তি উৎপাদনৰ বিৰাট সম্ভাৱনা থকা সত্বেও অসমত বিদ্যুৎ-শক্তি উৎপন্ন আৰু ব্যৱহাৰ ভাৰতৰ অন্য অঞ্চলৰ দৰে বৃদ্ধি হোৱা নাই। অসমৰ ৰাজ্যিক বিদ্যুৎ বৰ্ডৰ স্থাপিত

শক্তি-উৎপাদিকা ক্ষমতা হৈছে ১৫৫ মেগাৱাট। ইয়াৰ ৮১'৬ মেগাৱাট থাৰমেল, ৪৭'২ মেগাৱাট জলবিদ্যুৎ আৰু ২৬'২ মেগাৱাট ডিজেল তেল উৎপাদিত। ইয়াৰ উপৰি চন্দ্ৰপুৰৰ ৩০ মেগাৱাট, নামৰূপ সম্প্ৰসাৰণ ৩০ মেগাৱাট, গাৰোপাহাৰৰ ৫ মেগাৱাট, আৰু উমিয়াম জলবিদ্যুৎ দ্বিতীয় খণ্ডৰা ১৮ মেগাৱাট শক্তি উৎপন্নৰ কাম আগবাঢ়ি আছে। মন কৰিবলগীয়া যে বৰ্তমান বিজুলীশক্তি চাহিদাতকৈ যোগান বেচি। সেই কাৰণে ই নগালেণ্ড, অৰুণাচল আৰু ত্ৰিপুৰালৈ বিজুলীশক্তি যোগান ধৰিছে। কিন্তু ৰাজ্যৰ প্ৰস্তাৱিত উদ্যোগ আদি সম্পূৰ্ণ হলে ১৯৭৪–৭৫ চনত প্ৰায় ২২'৫ মেগাৱাট শক্তিৰ নাটনি হ'ব বুলি অনুমান কৰা হৈছে আৰু এই নাটনি ১৯৭৯-৮০ চনত প্ৰায় ৫৫'৫ মেগাৱাটলৈ বৃদ্ধি হোৱাৰ আশঙ্কা আছে। ভৱিষ্যতৰ এনে নাটনি পূৰণ কৰিবৰ কাৰণেই ৰাজ্যিক বিদ্যুৎ বৰ্ডে নামৰূপ, উমিয়াম আদিৰপৰা শক্তি উৎপাদন বৃদ্ধি কৰাৰ কাম হাতত লৈছে। ইয়াৰ উপৰিও কপিলী জলবিদ্যুৎ আঁচনিৰ জৰীপ কাম সম্পূৰ্ণ কৰা হৈছিল। কিন্তু এই আঁচনি ব্যয়বহুল হ'ব বুলি ইয়াৰ কাম আৰম্ভ কৰাৰ কোনো যো-জা হোৱা নাই। মনত ৰখা উচিত হ'ব যে নতুন মেঘালয় ৰাজ্য গঠিত হোৱাৰ পিচত জলবিদ্যুৎ প্ৰকল্প আটাই কেইটাই মেঘালয়ৰ অন্তৰ্ভুক্ত হৈছে। গতিকে অসমৰ নিজা জলবিদ্যুৎ আঁচনি নোহোৱা হৈছে। গতিকে কপিলী আৰু উত্তৰ পাৰৰ সোৱণশিৰী আঁচনি কাৰ্য্যকৰী কৰাত চৰকাৰে লেহেম কৰা উচিত নহ'ব।

১৯৬৯-৭০ চনত অসমত বিদ্যুৎশক্তিৰ ব্যৱহাৰ এনে ধৰণৰ আছিল। ২৯'৪ নিযুত কিলোৱাট (Kw) ঘৰুৱা ব্যৱহাৰ, ৫'২ নিযুত বাণিজ্যিক তাপ আৰু পোহৰ আদিৰ, ১৬০'৭ নিযুত উদ্যোগৰ শক্তিযোগান ৭'২ নিযুত ৰাজহুৱা পোহৰ আৰু পানীযোগান আৰু ৪৪'০ নিযুত কিলোৱাট অন্যান্য ব্যৱহাৰত ব্যৱহৃত হৈছিল। শতাংশ হিচাবত এইবোৰৰ পৰিমাণ হৈছে প্ৰথমটো

১১.৯, দ্বিতীয়টো ২.১, তৃতীয়টো ৬৫.২, চতুৰ্থটো ২.৯ আৰু পঞ্চমটো ১৭.৯ শতাংশ জনমূৰী হিচাবত বিদ্যুৎশক্তিৰ ব্যৱহাৰ ১৯৬৩-৬৪ চনত আছিল মাত্ৰ ৬ কিলোৱাট। এই সময়ত অন্য কিছুমান অঞ্চলত যেনে দিল্লীত জনমূৰী ব্যৱহাৰ ২০১ কিলোৱাট; পশ্চিমবঙ্গত ১০৮, পঞ্জাৱত ১০৭, মহাৰাষ্ট্ৰত ৯৫, তামিলনাডুত ৭৬ কিলোৱাট থাকিল। সৰ্বভাৰতীয় গড়পত্তা হিচাবত জনমূৰী বিদ্যুৎশক্তি ব্যৱহাৰ এই বছৰত আছিল ৫৫ কিলোৱাট। ১৯৬৭-৬৮ চনত অসমৰ জনমূৰী বিদ্যুৎশক্তি ব্যৱহাৰ ১২ কিলোৱাটলৈ বৃদ্ধি হয়। তথাপিও ই সৰ্বভাৰতীয় গড় হিচাবত জনমূৰী বিদ্যুৎশক্তি ব্যৱহাৰৰ বহুতো কম। এই বছৰত সৰ্বভাৰতীয় হিচাব হৈছে ৭১.৮ কিলোৱাট। অনুমান কৰা হৈছে যে ১৯৬৯-৭০ চনত অসমৰ জনমূৰী ব্যৱহাৰ ১৭ কিলোৱাটলৈ বৃদ্ধি হৈছে।

অসমৰ বিদ্যুৎশক্তি উৎপাদিত কেন্দ্ৰবোৰ চাহিদাৰ ভিত্তিত অপ-ৰিকল্পিতভাৱে স্থাপন কৰাৰ কাৰণে আৰু বেচি থাৰমেল আৰু ডিজেল তেলৰ দ্বাৰা চালিত হোৱাৰ কাৰণে ইয়াত বিদ্যুৎশক্তি উৎপাদন ব্যয় বেচি। তাৰোপৰি এনে কেন্দ্ৰবোৰ পৰিবহনৰ অসুবিধাৰ কাৰণে ক্ষুদ্ৰাকৃতি কৰিবলগীয়া হৈছে। এনে সৰু সৰু কেন্দ্ৰৰ ব্যয় বহুত। গতিকেই অসমত বিদ্যুৎ উৎপাদন ব্যয় অন্যতকৈ বেচি। ইয়াত ঘৰুৱা ব্যৱহাৰৰ কাৰণে শক্তিৰ মূল্য প্ৰায় প্ৰতি ইউনিটত ৩৬ পইচা আৰু কৃষি আৰু উদ্যোগৰ ব্যৱহাৰৰ মূল্য প্ৰতি ইউনিটত ১২ৰ পৰা ১৬ পইচা। বিদ্যুৎ শক্তিৰ ব্যৱহাৰ মূল্য বেচি হোৱাৰ কাৰণে শক্তি ব্যৱহাৰ বিস্তাৰিত হোৱাত বাধা প্ৰাপ্ত হৈছে। মন কৰিবলগীয়া যে ভাৰতৰ অন্য ৰাজ্যত জলসিঞ্চন আৰু গাঁৱত বিদ্যুতিকৰণ আদিৰ কাৰণে ক্ৰমান্বয়ে শক্তিৰ ব্যৱহাৰ বাঢ়ি যাব ধৰিছে। অসমত এতিয়া জলসিঞ্চনত মুঠ শক্তি ব্যৱহাৰৰ মাত্ৰ ০.৪ শতাংশহে ব্যৱহৃত হৈছে। একে ঠাইতে একাধিকবাৰ ফচল লগোৱাত উৎসাহ দিবলৈ এনেকুৱা বিদ্যুৎচালিত জলসিঞ্চনৰ ব্যাপক প্ৰচলন দৰকাৰ। কিয়নো অন্য

উপায়েৰে জলসিঞ্চনতকৈ বিজুলী চালিত জলসিঞ্চন কম খৰচতে যোগান ধৰিব পৰা যাব। তাৰোপৰি গাঁও অঞ্চলৰ অর্থ-নৈতিক উন্নয়নৰ কাৰণেও গাঁও বিজুলীকৰণ অত্যন্ত প্রয়োজন। এতিয়ালৈকে ২৫৭০২ গাঁৱৰ ভিতৰত মাত্র ৪৫৭ খন গাঁৱতহে বিজুলী যোগান ধৰা হৈছে। তাৰোপৰি চাহবাগান বিলাকৰ কাৰণেও বিজুলী শক্তি যোগানৰ প্রয়োজন। এতিয়ালৈকে প্রায় ৭০০ বাগানৰ ভিতৰত মাত্র ১৫০ খনতহে বিজুলী যোগান ব্যৱস্থা আছে। তাৰোপৰি দ্রুত উদ্যোগ-উন্নয়ন আৰু বিকাশৰ কাৰণে ৰেহাই বা কম দামত বিজুলীশক্তি যোগান অতি প্রয়োজন। অসমৰ অর্থনৈতিক উন্নয়নত বিজুলীশক্তি যোগান ব্যৱস্থাই সক্রিয় আৰু প্রত্যক্ষ ভূমিকা গ্রহণ কৰিব লাগিব। কিন্তু তাকে কৰিবলৈ হলে অসম ৰাজ্যিক বিদ্যুৎবৰ্ডে নিজকেই প্রথমে সক্রিয় কৰি তোলা প্রয়োজন। মন কৰিবলগীয়া যে অসমত বিদ্যুৎ শক্তিৰ যোগান মূল্য অন্য ৰাজ্যতকৈ বহুতো বেচি। কিন্তু এনে হোৱা সত্বেও বিদ্যুৎবৰ্ডে আজিলৈকে ইয়াত নিয়োজিত মূলধনৰ ওপৰত দিবলগীয়া সুদৰ এক পইচাও দিব পৰা নাই। গোটেই বিদ্যুৎবৰ্ডটো অসমৰ অর্থনীতিত এটা অতি গধুৰ বোজা হৈ পৰিছে। বিজুলীশক্তি অতি কমমূল্যত যোগান ধৰিব পৰা অৱস্থাৰ ওপৰতে ইয়াৰ ব্যৱহাৰৰ পৰিমাণ নির্ভৰ কৰে। বিশেষকৈ ই উদ্যোগৰ ক্ষেত্রত বেচি প্রযোজ্য। গতিকে অসমৰ ভৱিষ্যত উন্নতিৰ পৰিবহন আৰু শক্তি যোগান আদিৰ সুব্যৱস্থা কৰাৰ ওপৰত বহুগুণে নির্ভৰ কৰে।

---

# অসমৰ অৰ্থনৈতিক পৰিস্থিতি (৪)

## নিয়োগ পৰিস্থিতি

১৯৭১ চনৰ জন পিয়লৰ হিচাব মতে অসমৰ সৰ্বমুঠ জনসংখ্যা হৈছে ১৪৯৫২১০৮ জন। ইয়াৰ ৪২৮১১০৯ উপাৰ্জনৰত (economically active) শতাংশ হিচাবত মাত্ৰ ২৮.৬ ভাগ মানুহহে কৰ্মৰত আৰু বাকীখিনি নিষ্কৰ্মা বা কৰ্মহীন মুনিহ-তিৰোতা হিচাবত ৩৮৪৫১৫৭ জন মুনিহ—৪৮.৯ শতাংশ আৰু ৪৩৫৯৫২ জনী তিৰোতা—৬.২ শতাংশ অৰ্থনৈতিক ভাৱে কৰ্মৰত। ইয়াৰ আগৰ দশকত (১৯৫১-৬১) চনত অসমত কৰ্মৰত মানুহৰ সংখ্যা আছিল প্ৰায় ৫ নিযুত। তাৰে শতকৰা ৫৪ ভাগ মুনিহ আৰু শতকৰা ৩১ ভাগ তিৰোতা কৰ্মৰত আছিল। সেই সময়ত মুঠ মানুহৰ শতকৰা ৪৩ ভাগ কৰ্মৰত আছিল। গতিকে ১৯৭১ চনৰ পিয়লৰ পৰা দেখা গৈছে অসমত কৰ্মহীনতা বৃদ্ধি হৈছে। অসমত কৰ্মৰত মানুহৰ শতাংশ হাৰ কমি অহা, বিশেষকৈ তিৰোতাৰ শতাংশ হাৰ কমি অহাৰ কাৰণ কৰ্মৰত মানুহৰ সংজ্ঞা বদলি হোৱা হেতুকে হৈছে বুলি কোৱা হৈছে। সি যি কি নহওক, ১৯৭১ চনৰ জনপিয়ল হিচাবে এটা অশান্ত পৰিস্থিতিৰ ইঙ্গিত দিয়ে। যিটো অঞ্চলৰ শতকৰা ৭১ ভাগ মানুহ পৰনিৰ্ভৰশীল অৰ্থাৎ অন্যৰ উপাৰ্জনৰ ওপৰত বৰ্তি থাকিবলগীয়া হৈছে, সেই অঞ্চলত আত্মনিৰ্ভৰশীল অৰ্থনীতি গঢ়ি তোলা অত্যন্ত কঠিন। এনে অৰ্থনীতিত আভ্যন্তৰীণ বাহি অসম্ভৱ আৰু ফলস্বৰূপে সদায়েই পৰমুখাপেক্ষী হ'ব লগা হয়।

অসমৰ মুঠ ৪২৮১১০৯ জন কৰ্মৰত মানুহৰ ভিতৰত ২৪১৪৮৪০ জন কৃষক, ৪০০২৩৯ জন কৃষি-শ্ৰমিক আৰু ১৪৬৬০৩০ জন অন্য কামত নিয়োজিত। ১৯৬১ চনৰ জনপিয়লৰ হিচাব অনুসৰি ৩৩২-৩০০০ জন কৃষক, ১৮৭০০০ কৃষি-শ্ৰমিক, ৫১৮০০০ জন খনি, শিল্পখনি, পশুপালন, ২৮০০০০ গৃহকৰ্ম, ১৪৪০০০ নিৰ্মাণ, ১৮৫০০০ জন বেপাৰ বাণিজ্য, ৭৬০,০০ জন পৰিবহন, সংগ্ৰহণ আৰু ৪২৬০০০ জনে অন্য সেৱা কাৰ্য্যত নিযুক্তি পাইছিল। শতাংশ হিচাবত ১৯৫১-৬১ দশকত মুঠ কৰ্মৰত মানুহৰ শতকৰা ৬৩'৮ জন কৃষিত, ৩'৬ জন কৃষিশ্ৰমিক আৰু ৩২'৬ জন অন্যান্য কাৰ্য্যত নিযুক্ত আছিল। ১৯৬১-৭১ দশকত ৫৬'৪ জন কৃষিত ৯'৪ জন কৃষিশ্ৰমিক আৰু ৩৪'২ জন অন্যান্য কামত ৰত থকা দেখা গৈছে। ওপৰৰ হিচাবৰ পৰা দেখা যায় যে যোৱা দুটা দশকত (১৯৫১-৭১) নিয়োগৰ গঠন লেখত লবলগীয়া ভাৱে অদল-বদল হোৱা নাই। অন্যহাতে ভূমিহীন কৃষিশ্ৰমিকৰ সংখ্যাহে বৃদ্ধি হৈছে। তদুপৰি অন্যান্য কৰ্মৰত মানুহৰ সংখ্যা প্ৰায় স্থিতিশীল অৱস্থাত থকাটোৱে প্ৰমাণ কৰে যে অসমৰ অৰ্থনীতি এতিয়াও গতানুগতিক অৱস্থাত আছে। অৰ্থনীতি ভিন্নমুখী কৰি বিকাশ সাধন কৰিব নোৱাৰিলে অৰ্থনৈতিক উন্নতি আৰু ব্যাপক নিয়োগ সম্ভৱপৰ নহ'ব।

## নিয়োগৰ গঠন

১৯৬০ চনত অসমত সৰ্বমুঠ ৰেজিষ্টাৰ্ড কৰা ফেক্টৰীৰ সংখ্যা আছিল ১১৯৩। ১৯৬৭ চনত ইয়াৰ সংখ্যা হয় ১৫১৩ টা। ১৯৬০ চনত ৮১৯০০ এই ফেক্টৰীবোৰত নিয়োগৰ সুবিধা পাইছিল। ১৯৬৭ চনত ইয়াৰ নিয়োগৰ সুবিধা পোৱাৰ সংখ্যা প্ৰায় ৮২ হাজাৰলৈ বৃদ্ধি হয়। কিন্তু ১৯৬৮ চনত ইয়াৰ নিয়োগৰ সুবিধা হ্ৰাস হৈ প্ৰায় ৭৯ হাজাৰলৈ নামি আহে। ১৯৬৯ চনতো এই পৰিমাণৰ কোনো অদল-বদল হোৱা পৰিলক্ষিত

হোৱা নাই। ১৯৬১ চনত বিভিন্ন ফেক্টৰী আদিত নিয়োজিত মানুহৰ সংখ্যা আছিল এনে ধৰণৰ—(১) চৰকাৰী ফেক্টৰী ১১২৩৯, ধানবনা আৰু ময়দা ফেক্টৰী ২২৯৩, চাহকল ৪৮৪৩১, প্লাইউড আৰু কাঠফলা কল ৬১৮৭, জুইশলা ফেক্টৰী ৯৮০ আৰু অন্য ফেক্টৰী ৯০৪৫ পেট্ৰ'লিয়াম ১২৫৪,। সৰ্বমুঠ সংখ্যা হৈছে ৭৯৪২৯ জন। এই ফেক্টৰীবোৰত ১৯৬০ চনত প্ৰায় ৭৭২'০ নিযুত ফলোৎপাদক অৰ্থ খটুৱা হৈছিল। ১৯৬৭ চনত তেনে অৰ্থৰ পৰিমাণ হয় ১০৬৭ নিযুত। এই ফেক্টৰীবোৰ ১৯৬০ চনত প্ৰায় ৯৪.৩ নিযুত মূল্যৰ দৰমহা আৰু অন্য সুবিধা শ্ৰমিকক দিবলগীয়া হৈছিল। ১৯৬৭ চনত দিয়া দৰমহা আৰু অন্যান্য সুবিধাৰ মূল্য হৈছে ২০৪'৭ নিযুত টকা। আকৌ ১৯৬০ চনৰ প্ৰতিজন শ্ৰমিকে বছৰি ১১৫৭ টকা বেতন পাইছিল। ১৯৬৭ চনত প্ৰতিজন শ্ৰমিকৰ বেতনৰ পৰিমাণ হৈছে ২৪২৮ টকা। ১৯৬৮ চনত একোজন শ্ৰমিকৰ বিভিন্ন উদ্যোগত উপাৰ্জনৰ পৰিমাণ এনে আছিল ধানবনা আৰু ময়দাৰ কল ১১৭০ টকা, চাহ ফেক্টৰী—১৪৭৩ টকা, প্লাইউড্ আৰু কাঠফলা কল ১৫০৯ টকা, জুইশলা ফেক্টৰী ৩৭২৭ টকা, সাধাৰণ ইঞ্জিনীয়াৰিং—১৬৮১ টকা, মটৰগাড়ী মেৰামত—১৮৯০ টকা আৰু পেট্ৰলিয়াম—৩৭৬৭ টকা।

## অসম চৰকাৰৰ কৰ্মচাৰী

১৯৬৮ চনত অসম চৰকাৰৰ বিভিন্ন বিভাগত নিযুক্তি পোৱা কৰ্মচাৰীৰ সংখ্যা হৈছে ৯০,০০০। ১৯৬৭ চনত ইয়াৰ পৰিমাণ আছিল ৮৫০০০। ইয়াৰে ৩৪১২ জন (৩'৮ শতাংশ) গেজেটেড, ৪২,৮৯৩ (৪৭'৪) নন গেজেটেড আৰু ৪৩,৪৮৫ জন (৪৮'৪ শতাংশ) চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী। ইয়াৰ ৩৬৯২২ জন মাহে ১০০ টকা বা তাতকৈ কম দৰমহা পোৱা, ৪৪৮৫৫ জনে ১০১ৰ পৰা ২৫০্ টকাৰ ভিতৰত দৰমহা পোৱা ২৫৮৯ জনে ১৫১ৰ পৰা ৩০০ টকাৰ ভিতৰত দৰমহা পোৱা,

৩১৪৬ জনে ৩০১ টকাৰ পৰা ৪৫০ টকাৰ ভিতৰত দৰমহা পোৱা, ৩৮১ জনে ৪৫১ টকাৰ পৰা ৫০০ টকাৰ ভিতৰত দৰমহা পোৱা, ৮৮৯ জনে ৫০১ৰ পৰা ১০০০ টকা দৰমহা পোৱা, ১৭৩ জনে ১০০১ৰ পৰা ১৫০০ টকা দৰমহা পোৱা, ২৩ জনে ১৫০১ৰ পৰা ২০০০ টকা দৰমহা পোৱা আৰু ১২ জন ২০০১ টকাৰ অধিক দৰমহা পোৱা কৰ্ম-চাৰী।

## চৰকাৰী খণ্ডৰ নিয়োগ পৰিস্থিতি

নিয়োগ পৰিস্থিতি সমীক্ষা অনুসৰি ১৯৬৮-৭০ সময়ছোৱাত অসমত চৰকাৰী খণ্ডত নিয়োগ মাত্ৰ এক শতাংশহে বৃদ্ধি হৈছে। ১৯৬৯ চনৰ মাৰ্চ মাহত এনে খণ্ডত মুঠ ২৫৩.৭ হাজাৰ লোকে নিযুক্তি পাইছিল আৰু ১৯৭০ চনৰ মাৰ্চ মাহত ইয়াৰ সংখ্যা হয় ২৫৫.৮ হাজাৰ। ইয়াৰ ৩৯.১ হাজাৰ ৰেলৱেত, ৩৭.৭ হাজাৰ অন্য কেন্দ্ৰীয় অনুষ্ঠানত ১৭৩.৪ হাজাৰ ৰাজ্যিক চৰকাৰৰ অধীনত, ৫৩.৮ হাজাৰ অৰ্ধ চৰকাৰী অনুষ্ঠানত আৰু ১১.৮ হাজাৰ স্থানীয় নিকায় আদিত নিযুক্তি পাইছে। মন কৰিবলগীয়া যে ৰেলৱেত ১৯৬৬ চনত প্ৰায় ৪৩.৫ হাজাৰ আৰু স্থানীয় নিকায় আদিত ১৪.৯ হাজাৰ লোকৰ নিযুক্তি হৈছিল। কিন্তু ১৯৭০ চনত এই দুয়ো বিভাগতে নিযুক্তিৰ সংখ্যা হ্ৰাস হৈছে।

## নিবনুৱা পৰিস্থিতি

নিবনুৱা সমস্যাটো সৰ্বভাৰতীয় সমস্যা। পৰিকল্পনাৰ ভিতৰে বাহিৰে বিভিন্ন আঁচনি যুগুত আৰু কাৰ্য্যকৰী কৰা সত্ত্বেও নিবনুৱা সমস্যা ক্ৰমে জটিলতৰ হৈ আহিছে। অসমৰ অৱস্থাও ইয়াৰ অন্যতম নহয়। চৰকাৰী হিচাব মতে তৃতীয় পাঁচবছৰীয়া পৰিকল্পনাৰ অন্তত প্ৰায় ৩ লাখ মানুহ কৰ্মহীন হৈ থাকিবলগীয়া হয়। আৰু পিচৰ সময় ছোৱাত, অৰ্থাৎ চতুৰ্থ পৰিকল্পনা আৰম্ভ হোৱা সময়লৈকে আৰু

৩'৭৫ লাখ মানুহ কৰ্মহীন হৈ থাকিবলগীয়া হৈছে বুলি অনুমান কৰা হয়। গতিকে চতুৰ্থ পৰিকল্পনাৰ আৰম্ভণিলৈকে নিবনুৱা হৈ থকা ৬'৭৫ লাখ চতুৰ্থ পৰিকল্পনাৰ সময়ত কৰ্মক্ষম হৈ নিযুক্তিৰ সুবিধা বিচৰা আনুমানিক আৰু ৬।৭ লাখ; মুঠতে ১৩।১৪ লাখ মানুহৰ কাৰণে চতুৰ্থ পৰিকল্পনাত নিয়োগৰ সুবিধা প্ৰয়োজন হ'ব। কিন্তু এই সংখ্যাটো আনুমানিক। ইয়াক কোনো নিৰ্ভৰযোগ্য সমীক্ষাৰ ভিত্তিত গণনা কৰা হোৱা নাই। গতিকে ইয়াৰ দ্বাৰা প্ৰকৃত অৱস্থা বুজা নাযায়। ভাৰতৰ নিচিনা যৌথপৰিয়াল ভিত্তিত গঠন হোৱা সামাজিক ব্যৱস্থা থকা আৰু কৃষিকেন্দ্ৰী এখন দেশৰ ব্যাপক জৰীপ অবিহনে নিযুক্ত, অৰ্ধনিযুক্ত বা ছদ্ম নিযুক্ত আৰু নিযুক্তিহীন মানুহৰ প্ৰকৃত সংখ্যা ঠাৱৰ কৰা কঠিন। অসমৰ বেলাত ইয়াৰ অন্যথা নহয়। মাত্ৰ জনসংখ্যা বৃদ্ধিৰ হাৰ আৰু নিযুক্তিৰ আনুমানিক সংখ্যাৰ ওপৰত নিৰ্ভৰযোগ্য তথ্য যোগান ধৰিব নোৱাৰে। ইতিমধ্যে কেন্দ্ৰীয় চৰকাৰে গঠন কৰা ডাণ্টেৱালা কমিটীয়ে ভাৰতৰ সঠিক নিবনুৱাৰ সংখ্যা স্থিৰ কৰিব নোৱাৰি বুলিয়েই অভিমত প্ৰকাশ কৰিছে। আকৌ যোৱা বছৰৰ (১৯৭১) গঠন কৰা নিবনুৱা বিশেষজ্ঞ কমিটীয়ে (ভাগৱতী কমিটীয়ে) এতিয়ালৈকে নিৰ্ভৰযোগ্য তথ্য আগবঢ়াব পৰা নাই। নিবনুৱাৰ প্ৰকাৰ আৰু পৰিমাণ সম্যকৰূপে থিৰাং কৰিব নোৱাৰা হেতুকেই এই সমস্যাৰে সমাধানো জটিল হৈ উঠিছে।

## কৰ্ম নিয়োগ-কেন্দ্ৰৰ হিচাব

কৰ্ম নিয়োগ কেন্দ্ৰত নিয়োগৰ সুবিধা বিচাৰি নাম ভৰ্তিকৰা লোকৰ সংখ্যা ১৯৬০ চনত ৩১৫৮০ জন আছিল। ১৯৭০ চনত ইয়াৰ সংখ্যা হয় ৮৫৮০৮ জন। বছৰটোৰ শেষত সৰ্বমুঠ ৭৮০৫৩ জন প্ৰাৰ্থীৰ নাম নিয়োগ কেন্দ্ৰৰ খাতাত থকা পৰিলক্ষিত হয়। ইয়াৰ ৭৬৫ জনে ঔদ্যোগিক আৰু পৰ্য্যবেক্ষক স্তৰৰ চাকৰিৰ প্ৰাৰ্থী, ৩৬২৩ জন অৰ্ধ-

পৈণত কৰ্মী, ১৬২৮৪ জন আমোলা স্তৰৰ চাকৰি বিচৰা, ১০৯৮ জন শিক্ষা বিভাগত চাকৰি বিচৰা, ৮৪০ জন ঘৰুৱা কৰ্ম বিচৰা, ৪৫৫২০ জন অৰ্হতাহীন আৰু অপটু ধৰণৰ আৰু ৯৬২০ জন অন্যান্য ধৰণৰ কৰ্ম-প্ৰাৰ্থী আছিল। অসমৰ নিয়োগ কেন্দ্ৰৰ তথ্যৰ পৰা দেখা যায় যে ক্ৰমাৎ শিক্ষিত নিৱনুৱাৰ সংখ্যা বেচি হৈ আহিছে। ১৯৬৯ চনত ২২৯ জন ইঞ্জিনীয়াৰ, ডাক্তৰ আৰু কৃষি বিজ্ঞানৰ গ্ৰেজুৱেটৰ নাম নিয়োগ কেন্দ্ৰত ভৰ্তি কৰা হৈছিল। ১৯৭০ চনত এইবিলাকৰ সংখ্যা ৪২৫ জন হয়গৈ। সেইদৰে স্নাত-কোত্তৰ ডিগ্ৰীধাৰীৰ সংখ্যা ৩৮৫ৰপৰা ৫২৬, সাধাৰণ গ্ৰেজুৱেটৰ সংখ্যা ২৩২২ৰ পৰা ৪৪২৯, প্ৰবেশিকা আৰু উচ্চ পৰ্য্যায়ৰ পৰীক্ষাত উত্তীৰ্ণ হোৱা ১৫৫৯৫ জনৰপৰা ১৯৯৩১ জনলৈ বৃদ্ধি পাইছে। মন কৰিব-লগীয়া যে নিয়োগ কেন্দ্ৰত নাম ৰেজিষ্টাৰী কৰা প্ৰাৰ্থীৰ সৰহ সংখ্যক ২৫ বছৰ বা তাতকৈ কম বয়সৰ। আকৌ ১৯৬১ চনত নিয়োগ কেন্দ্ৰৰ যোগেদি নিয়োগ সুবিধা বিচৰা প্ৰাৰ্থীৰ শতকৰা ৫০.২ ভাগ নগৰৰ বাসিন্দা আৰু ৪৯.৮ ভাগ গ্ৰাম্য অঞ্চলৰ আছিল। ১৯৬৮ চনত নগৰৰ প্ৰাৰ্থীৰ পৰিমাণ শতকৰা ৪১.৬ আৰু গ্ৰাম্য অঞ্চলৰ প্ৰাৰ্থীৰ পৰিমাণ ৫৮.৪ লৈ পৰিবৰ্তন হয়। ১৯৭০ চনত নগৰৰ প্ৰাৰ্থীৰ পৰিমাণ শতকৰা ৪২.৮ আৰু গ্ৰাম্য অঞ্চলৰ প্ৰাৰ্থীৰ পৰি-মাণ শতকৰা ৫৭.২ হয়গৈ। ইয়াৰ পৰা দেখা যায় যে গ্ৰাম্য অঞ্চলত নিবনুৱা সংখ্যা বেচি হৈ আহিছে।

নিবনুৱা সমস্যাটো সৰ্বভাৰতীয় সমস্যা হ'লেও অঞ্চল ভেদে ইয়াৰ গুৰুত্ব আৰু জটিলতা ভিন্ন ধৰণৰ। অসমৰ ভৌগোলিক অৱস্থান, সামাজিক গঠন, অৰ্থনৈতিক অনুন্নত অৱস্থা আৰু মানুহৰ ঘৰ এৰি বাহিৰ হ'ব নোখোজা স্বভাৱ ইত্যাদিৰ কাৰণে ই ক্ৰমাৎ জটিলতৰ হৈ আহিছে। অসমৰ অৰ্থনীতি প্ৰায় সম্পূৰ্ণভাৱে কৃষি-কেন্দ্ৰিক। যিহেতু ইয়াত এতিয়াও সেউজী বিপ্লৱৰ কোনো চিন মোকাম বা লক্ষণ পৰিলক্ষিত হোৱা নাই নতুবা সেউজী বিপ্লৱৰ

প্ৰৱল ভাৱধাৰা আৰু পৰিস্থিতি সৃষ্টি কৰিব পৰা হোৱা নাই, কৃষিখণ্ডৰ উন্নয়ন সাফল্যমণ্ডিত কৰি নিয়োগৰ সুবিধা। বিশেষকৈ গ্ৰাম্য অঞ্চলৰ নিয়োগৰ সুবিধা বৃদ্ধি কৰা সম্ভৱ হৈ উঠা নাই। মন কৰিবলগীয়া যে ভাৰতৰ কোনো কোনো অঞ্চলত যেনে পঞ্জাব, হাৰিয়ানা, তামিলনাডু, মধ্যপ্ৰদেশৰ একাংশ আদিত কৃষি বিপ্লৱৰ ফলস্বৰূপে সম্পূৰ্ণ গ্ৰাম্য নিয়োগ সম্ভৱেই হোৱা নাই। এইবোৰ অঞ্চলত শ্ৰমিকৰ অভাৱহে উদ্ভৱ হৈছে। কিন্তু অসমৰ কাৰণে এনে সম্ভাৱনা বহুতো দূৰত। ইয়াৰ কৃষকে একাধিক শস্য লগাবৰ সুযোগ সুবিধাৰপৰা এতিয়াও বঞ্চিত, অসমৰ অৰ্থনৈতিক উন্নতি আৰু নিবনুৱা, বিশেষকৈ গ্ৰাম্য নিবনুৱা সমস্যাৰ সমাধান সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিছে ইয়াৰ কৃষি খণ্ডত নতুন ভাৱধাৰাৰ সৃষ্টি কৰি উন্নত কৰাত। একাধিকবাৰ ফচল লগোৱা, উৎপাদনৰ পৰিমাণ বৃদ্ধি কৰা, কীট-পতঙ্গৰপৰা ৰক্ষা কৰা, হানি-বিঘিনি নোহোৱাকৈ মজুত ৰখা আৰু কৃষকে উচিত মূল্য পোৱা ইত্যাদি বিভিন্ন দিশৰ পিনে পৰিকল্পিত আৰু যথোপযুক্তভাৱে ব্যৱস্থা ললে কৃষিখণ্ডৰ উন্নতি অনিবাৰ্য্য। ইয়াৰ বিভিন্ন পৰ্য্যায়ত নতুন বিনিয়োগৰ সুবিধা সৃষ্টি হ'ব। তদুপৰি কৃষকৰ অৱস্থা উন্নত হলে তেওঁৰ চাহিদাৰ আকাৰো ভিন্ন হ'ব। তেতিয়া হলে গ্ৰাম্য অঞ্চলতে নতুনকৈ উদ্ভৱ হোৱা চাহিদাৰ ভিত্তিত নতুন নিয়োগৰ সুবিধা উদ্ভৱ হ'ব।

আগতে কৈ অহা হৈছে যে পৰিকল্পনা আৰম্ভ হোৱাৰ পৰা অসমৰ ঔদ্যোগিক নীতি পৰমুখাপেক্ষী হোৱাৰ কাৰণে উদ্যোগ সম্ভাৱনা প্ৰচুৰ থকা সত্বেও ইয়াত উদ্যোগ গঢ়ি নুঠিল। গতিকে নিয়োগৰ সুবিধা ভিন্নমুখী হ'বলৈ সুযোগ নাপালে। এতিয়াও বৃহৎ আকাৰত মূলধন প্ৰাধান্য উদ্যোগ স্থাপন অসমত বা ভাৰতত নিবনুৱা সমস্যা সমাধানৰ সহায়ক নহ'ব, যদিহে এনে ধৰণৰ উদ্যোগ ইয়াৰ উপজাত সামগ্ৰী বা ইয়াৰ প্ৰয়োজনীয় সামগ্ৰী ক্ষুদ্ৰায়তন উদ্যোগত ব্যৱহাৰ বা প্ৰস্তুত কৰিবলৈ সুযোগ সুবিধা

আগ নবঢ়ায়। ভাৰতৰ নিবনুৱা সমস্যা ক্ষুদ্ৰ আৰু কুটীৰ শিল্পৰ দ্বাৰাইহে সমাধান কৰিব পৰা যাব। এনে শিল্পৰ প্ৰয়োজনীয় মূলধন আজি-কালি বিভিন্ন বিত্তীয় অনুষ্ঠান, বেঙ্ক আদিয়ে সহজ সৰল চৰ্তত আগবঢ়াইছে আৰু শিক্ষিত নিবনুৱা যুৱকে যাতে এই সুবিধা গ্ৰহণ কৰিব পাৰে তাৰ প্ৰতি লক্ষ্য ৰখা চৰকাৰৰ কৰ্ত্তব্য। তদুপৰি থলুৱা সম্পদৰ ভিত্তিত যিবোৰ উদ্যোগ গঢ়ি তুলিব পাৰি, তেনে উদ্যোগ চৰকাৰে নিজেই স্থাপনৰ ব্যৱস্থা লোৱা উচিত। তাকে নকৰিলে অসমত উদ্যোগ গঢ়ি উঠাৰ সম্ভাৱনা কম।

আমি আগতে কৈ আহিছোঁ যে সামাজিক গঠন, ভ্ৰান্তিমূলক মৰ্য্যাদাবোধ, নিজৰ ঘৰ এৰিব নোৱাৰা স্বভাৱ ইত্যাদিৰ কাৰণে অসমত নিবনুৱা সমস্যা জটিল হৈ উঠিছে। কিছুমান ব্যৱসায় যেনে চুলি কটা, কাপোৰ ধোৱা, জোতা চিলোৱা আদি কাম অসমীয়া মানুহে হেয়জ্ঞান কৰে। অন্য কিছুমানত যেনে ৰিক্সা-চলোৱা, দোকানত বিক্ৰিদাৰৰ কাম, মাটি কটা কাম, মিস্ত্ৰী-বাঢ়ৈ, ৰাজমিস্ত্ৰী আদি কামত খুব কম সংখ্যক অসমীয়া মানুহহে দেখা যায়। এইবোৰ ব্যৱসায়ত বহুতো লোকে নিযুক্তি লাভ কৰিছে। বিভিন্ন পৰিকল্পনাৰ অন্তৰ্ভুক্ত আঁচনিত নিৰ্মাণ কাৰ্য্যত কেইবা শ কোটি টকা খৰচ হৈছে আৰু এইবোৰত নিয়োগৰ সুবিধা পাইছে বহিৰাগত লোকে। অশিক্ষিত আৰু অৰ্ধশিক্ষিত লোকৰ কাৰণে অসমত এতিয়াও নিয়োগৰ স্থল আছে, কিন্তু পৰিতাপৰ বিষয় মানুহৰ নিয়োগ–স্পৃহা নাই। যদিহে থলুৱা মানুহে মাটিৰ কাম কৰিবলৈ আগবাঢ়ি আহে, মিস্ত্ৰী-ৰাজমিস্ত্ৰী, বাঢ়ৈ, কমাৰ, কুমাৰ, মটৰ চালক, মটৰ মেৰামতৰ কাম আদি কৰিবলৈ আগবাঢ়ি আহে, তেতিয়া হলে নিবনুৱা সমস্যা অন্ততঃ অসমত সমাধা কৰা সিমান জটিল নহ'ব। এই কথা কিন্তু প্ৰত্যেক অৰ্ধশিক্ষিত আৰু অশিক্ষিত নিৱনুৱাৰ ক্ষেত্ৰত। শিক্ষিত নিৱনুৱা সমস্যা সমাধানৰ কাৰণে এটা বিস্তৃত আৰু পৰিকল্পিত আঁচনিৰ প্ৰয়োজন। লগে লগে

চৰকাৰৰ দৃঢ়তাৰো প্ৰয়োজন। পৰিতাপৰ বিষয় যে অসমত স্থাপন হোৱা কেন্দ্ৰীয় চৰকাৰৰ অনুষ্ঠান বেঙ্ক, জীৱন-বীমা, ৰেলৱে, প'ষ্ট-অফিচ আদিত থলুৱা লোকে নিয়োগৰ সুবিধা পোৱা নাই। এই অনুষ্ঠানবোৰত যাতে থলুৱা লোকে নিয়োগত সুবিধা পায় তাৰ যথাৰ্থ ব্যৱস্থা ৰাজ্যিক চৰকাৰে লোৱা দৰকাৰ, তদুপৰি আভ্যন্তৰীণ পৰিবহন, খাদ্যবস্তু মজুত আৰু বিতৰণ, বেপাৰ-বাণিজ্যত স্থানীয় লোকে যাতে সুবিধা লব পাৰে তাৰ ব্যৱস্থা• কৰা ইত্যাদি কিছুমান ব্যৱস্থা হাতত ললে নিবনুৱা সমস্যা সমাধানৰ সহায়ক হ'ব। এইবোৰ ব্যৱস্থা সকলোবোৰেই স্বল্পকালীন। কিন্তু ভৱিষ্যতেও যাতে বিৰাট নিবনুৱা সমস্যাৰে সৃষ্টি হৈ সামাজিক স্থায়িত্ব আৰু বিশৃঙখলতাৰ উদ্ভৱ হ'ব নোৱাৰে তাৰো ব্যৱস্থা এতিয়াৰপৰাই লোৱা উচিত। ইয়াৰ কাৰণে ভৱিষ্যতত পৰিকল্পনাৰ আঁচনি নিয়োগকেন্দ্ৰী কৰি যুগুত কৰা, এতিয়াৰ শিক্ষা ব্যৱস্থাৰ অদল বদল কৰি নিয়োগমুখী কৰি গঢ় দিয়া, সঞ্চয়-বিনিয়োগৰ সুবিধা সৃষ্টি কৰা আৰু অৰ্থনীতিৰ উন্নয়ন, বিকাশ ভিন্নমুখী কৰি তোলা আদি ব্যৱস্থা এতিয়াৰপৰাই হাতত লোৱা উচিত। মনত ৰখা উচিত যে কেৱল বিত্ত নিয়োগ আৰু অৰ্থব্যয়ৰ দ্বাৰা স্থায়ীভাৱে নিয়োগৰ সুবিধা সৃষ্টি কৰা সম্ভৱ নহয়। নিয়োগৰ লগে লগে সম্পদ উৎপাদন কৰিব পাৰিলেহে জাতীয় ঐশ্বৰ্য্য বৃদ্ধি হ'ব আৰু তেতিয়া হলেহে অৰ্থনৈতিক নীতিৰ ভেঁটি দৃঢ় হ'ব। কেৱল নিয়োগৰ সুবিধা সৃষ্টি কৰিবলৈ অৰ্থব্যয় কৰিলে যোগানৰ চাহিদাৰ ভাৰসাম্য নাইকিয়া হৈ মুদ্ৰাস্ফীতি উদ্ভৱ হ'ব আৰু ফলত অৰ্থনীতি বিকৃতাঙ্গ হোৱাৰ সম্ভাৱনাই দেখা দিব। গতিকে নিয়োগৰ আঁচনি যুগুত কৰোঁতে যাতে নিয়োগৰ সুবিধা আৰু সম্পদ দুয়োটাই সৃষ্টি হয় তালৈ লক্ষ্য ৰখা উচিত।

———

# অসমৰ অৰ্থনৈতিক পৰিস্থিতি (৫)

## মূল্য আৰু যোগান পৰিস্থিতি

ভাৰতৰ অৰ্থনীতিত উদ্ভৱ হোৱা জটিল সমস্যাবোৰৰ ভিতৰত নিবনুৱা সমস্যা আৰু মূল্যবৃদ্ধি সমস্যা এই দুয়োটাই ক্রমাত আশঙ্কাজনক পৰিস্থিতিৰ সৃষ্টি কৰিছে। দুয়োটাই ৰাজনৈতিক আৰু সামাজিক দৃঢ়তা চঞ্চল হোৱাৰ সম্ভাৱনা সৃষ্টি কৰাৰ উপৰিও ভৱিষ্যত উন্নয়ন-আঁচনি যুগুত আৰু কাৰ্য্যকৰী কৰা দুষ্কৰ কৰি তুলিছে। মন কৰিবলগীয়া যে উন্নয়ন-আঁচনি কাৰ্য্যকৰী কৰিবলৈ লোৱাৰ লগে লগেই পণ্য-দ্রব্যৰ মূল্য উৰ্দ্ধমুখী হ'বলৈ আৰম্ভ কৰে। কিন্তু প্রথম পাঁচবছৰীয়া পৰিকল্পনাৰ সময়ত মূল্যৰ অস্থিৰতা সিমান প্রকট হোৱা নাছিল। দ্বিতীয় পৰিকল্পনাৰ সময়ছোৱাত প্রয়োজনীয় সামগ্রীৰ মূল্য বহুতো বৃদ্ধি হয় আৰু তেতিয়াৰপৰা মাজে মাজে দুই এবছৰ স্থিতিস্থাপক অৱস্থাত থকাৰ বাহিৰে অন্য সময়ত ক্রমাত উৰ্দ্ধমুখী হোৱা পৰিলক্ষিত হৈছে। ১৯৬১-৬৭ চনৰ সময়ছোৱাত পাইকাৰী মূল্য (১৯৬১ চনত ১০০ হিচাবত) প্রায় ৬০.৯ শতাংশ বৃদ্ধি হয়। ইয়াৰ পিচৰ দুটা বছৰত, অৰ্থাৎ ১৯৬৮ চনত আৰু ১৯৬৯ চনত মূল্যমান বিশেষকৈ খাদ্য দ্রব্যৰ মূল্য কিছু স্থিতিস্থাপক অৱস্থাত আছিল। ই সম্ভৱ হৈছিল বিশেষকৈ খাদ্য-দ্রব্যৰ উৎপাদন উন্নত হোৱাৰ কাৰণে। তথাপিও এই সময়ত পাইকাৰী মূল্য প্রায় ২.১ শতাংশ (১৯৬৭ চনৰ মূল্যৰ ওপৰত) বৃদ্ধি হৈছিল। কিন্তু ১৯৭০ চনত সকলো দ্রব্যৰ মূল্য অস্বাভাৱিক-

ৰূপে বৃদ্ধি হয়। এই বছৰটোত সকলো বস্তুৰ পাইকাৰী মূল্য গড় হিচাবত শতকৰা ৬'২ ভাগ বৃদ্ধি হয়। আকৌ এই বছৰত খাদ্য-সামগ্ৰীৰ মূল্য ৫.২ শতাংশ, ঔদ্যোগিক কেঁচামালৰ মূল্য ১০.৪ শতাংশ আৰু অন্য তৈয়াৰী বস্তুৰ মূল্য ৭.৭ শতাংশ হাৰত বৃদ্ধি হয়। আমি তলৰ তালিকাখনত ১৯৬২-৬৩ চনৰপৰা ১৯৭০-৭১ চনলৈকে কেইপদমান সামগ্ৰীৰ মূল্য দেখুৱাইছোঁ।

## পাইকাৰী মূল্য-সূচী

( ১৯৬১—৬২ চনৰ মূল্য=১০০ হিচাবত )

| বছৰ | কৃষিজাত সামগ্ৰী | খাদ্য সামগ্ৰী | ঔদ্যোগিক কেঁচামাল | তৈয়াৰী সামগ্ৰী | সকলো সামগ্ৰী |
|---|---|---|---|---|---|
| ১৯৬২-৬৩ | ১০০ | ১০৫ | ৯৭ | ১০৪ | ১০৪'৯ |
| ১৯৬৩-৬৪ | ১১৫ | ১২০ | ১০৫ | ১০৬ | ১১৩.৩ |
| ১৯৬৪-৬৫ | ১৩১ | ১৩২ | ১১৬ | ১১২ | ১২২.৩ |
| ১৯৬৫-৬৬ | ১৪৮ | ১৫০ | ১৪৪ | ১২৪ | ১৩৭.৫ |
| ১৯৬৬-৬৭ | ১৮২ | ১৮৮ | ১৬৬ | ১৩০ | ১৫৮.৯ |
| ১৭৬৭-৬৮ | ১৭৩ | ১১৪ | ১৪১ | ১৩০ | ১৬০.৩ |
| ১৯৬৮-৬৯ | ১৮২ | ১৮৬ | ১৭২ | ১৩৯ | ১৬৫.১ |
| ১৯৬৯-৭০ | ২০১ | ২০০ | ১৮৬ | ১৪৯ | ১৭৫.৭ |
| ১৯৭০-৭১ | ১৯৪ | ২০০ | ১১১ | ১৬০ | ১৮০.৭ |

### অসমৰ পৰিস্থিতি

অসমৰ পণ্য-দ্ৰব্যৰ মুল্য সৰ্বভাৰতীয় মূল্যৰ দৰেই ক্ৰমাৎ উৰ্ধমুখী যদিও ইয়াত বিভিন্ন কাৰণবশতঃ কিছুমান খণ্ডত অতি বিকৃত আকাৰ ধাৰণ কৰা পৰিলক্ষিত হৈছে। ১৯৫৩ চনৰ মূল্য= ১০০ হিচাবত অসমত ১৯৬১-৬৭ চনৰ সময়ছোৱাত পাইকাৰী মূল্য

শতকৰা ৮২.৪ ভাগ বৃদ্ধি হয়। ১৯৬৮ চনত সৰ্বভাৰতীয় মূল্য-সূচী নিম্নমুখী হোৱা সত্ত্বেও অসমত ইয়াৰ আগৰ বছৰতকৈ প্ৰায় ৬.৬ শতাংশ মূল্য বৃদ্ধি হয়। ১৯৬৯ চনত কৃষিজাত সামগ্ৰীৰ মূল্য হ্ৰাস হোৱা কাৰণে মূল্য-পৰিস্থিতি কিছু সুস্থিৰ হোৱা দেখা যায়। মন কৰিবলগীয়া যে এটা যুগৰ ক্ৰমবৰ্ধমান মূল্যৰ পিচত প্ৰথমবাৰৰ কাৰণে অসমত মূল্যসূচী প্ৰায় ৭.৯ শতাংশ কমা পৰিলক্ষিত হয়। কিন্তু ইয়াৰ পিচৰ বাৰে৷ অৰ্থাৎ ১৯৭০ চনত আকৌ দ্ৰব্য-মূল্য উৰ্ধমুখী হোৱা পৰিলক্ষিত হয়। খাদ্য-সামগ্ৰীৰ মূল্য এই বছৰত প্ৰায় ৬.৮ শতাংশ হাৰত বৃদ্ধি হয়। কিন্তু অন্যান্য সামগ্ৰীৰ মূল্য এই সময়ছোৱাত প্ৰায় ৪.৯ শতাংশ কম হয়। গতিকে সকলো সামগ্ৰীৰ পাইকাৰী মূল্য-সূচী এই বছৰটোত প্ৰায় ৩'১ শতাংশ বৃদ্ধি হয়। তলৰ তালিকাত সেই কেইবছৰৰ মূল্যসূচী দেখুওৱা হৈছে।

## পাইকাৰী মূল্য-সূচী

(অসম) (১৯৫৩=১০০ হিচাবত)

| বছৰ | খাদ্য-সামগ্ৰী | অন্য-সামগ্ৰী | সকলো সামগ্ৰী |
|---|---|---|---|
| ১৯৬৬ | ২১৮.১ | ১৯৯.১ | ২১১.৬ |
| ১৯৬৭ | ২৭২.৮ | ১৯৪.৭ | ২৪৭.০ |
| ১৯৬৮ | ২৯২.৪ | ২০৬.১ | ২৬৩.৩ |
| ১৯৬৯ | ২৪৮.৮ | ২২৯.৯ | ২৪২.৫ |
| ১৯৭০ | ২৬৫.৮ | ২১৮.৭ | ২৫০.১ |

সৰ্বভাৰতীয় মূল্য-সূচীৰ তালিকা আৰু অসমৰ মূল্য-সূচীৰ তালিকা দুয়োখন বিজাই চালে দেখা যায় যে সকলো বস্তুৰে মূল্য অসমত বহুত বেচি। এই কাৰণেই অসমৰ ৰাইজে ভাৰতৰ অন্য অঞ্চলৰ ৰাইজতকৈ বেচি গধুৰ বোজা বহন কৰিবলগীয়া হৈছে। অসম

উচ্চমূল্যৰ অঞ্চল বুলি পৰিগণিত। এনে হোৱাৰ কাৰণ অৰ্থনৈতিক সূত্ৰৰ দ্বাৰা ব্যাখ্যা কৰা কঠিন। ভৌগোলিক দূৰত্ব, পৰিবহন ব্যৱস্থাৰ অস্থিৰতা, আভ্যন্তৰীণ উৎপাদন যথেষ্ট নোহোৱা আৰু লাভখোৰ ব্যৱসায়ীৰ কাৰ্চাজি আৰু স্থানীয় চৰকাৰৰ কোনো সুস্থ যোগান বিতৰণৰ নীতিৰ অভাৱ ইত্যাদি নানান কাৰণ বশতঃ অসমত বস্তুৰ মূল্য অস্বাভাৱিকৰূপে বেচি হোৱা বুলি ক'ব পাৰি।

আগতেই কৈ অহা হৈছে যে অসমৰ অৰ্থনীতি সম্পূৰ্ণভাৱে কৃষি-কেন্দ্ৰিক। কিন্তু এনে হোৱা সত্ত্বেও ই খাদ্য-দ্ৰব্য যোগানত স্বাৱলম্বী নহয়। যোৱা কেইবছৰমান চাউলৰ যোগানত অলপ-পৰিমাণ বাহি উদ্বৃত্ত হৈছে যদিও অন্য খাদ্য-দ্ৰব্যৰ ক্ষেত্ৰত অসম বাহিৰৰ যোগানৰ ওপৰত নিৰ্ভৰশীল। ই বছৰি প্ৰায় ২৫ লাখ টন ঘেহু, মাহ, ময়দা ইত্যাদি আমদানি কৰিব লাগে। মনকৰিবলগীয়া যে খাদ্য-দ্ৰব্য উৎপাদনৰ প্ৰায় শতকৰা ৯৭ ভাগ অকল ধান উৎপাদনতেই আৱদ্ধ থাকে। গতিকে অন্য খাদ্য-দ্ৰব্য বাহিৰৰপৰা আনিব লাগে। এই খিনিতে উল্লেখ কৰি থোৱা উচিত হ'ব যে প্ৰতি বছৰে অসমৰপৰা বাহিৰলৈ প্ৰায় ২০০ কোটি মূল্যৰ বস্তু ৰপ্তানি হয় আৰু সেই সমান মূল্যৰ বস্তু অন্য ঠাইৰপৰা ইয়ালৈ আহে। ইয়াৰপৰা ৰপ্তানি হোৱা বস্তুৰ ভিতৰত চাহপাত, পেট্ৰলিয়ামজাত সামগ্ৰী, মৰাপাট আৰু অন্যান্য বস্তু যেনে কাঠ, চামৰা ইত্যাদিয়ে প্ৰধান। অসমলৈ অহা বস্তুবোৰৰ ভিতৰত কাপোৰ, লোহা-টিখা, যন্ত্ৰপাতি, ঘেহু, ময়দা, বনস্পতি তেল, তেলৰগুটী, চেনি, চিমেণ্ট, নিমখ আৰু অন্যান্য ধৰণৰ ব্যৱহাৰ্য্য সামগ্ৰী। গতিকেই অসমত বস্তুৰ মুল্যমান সম্পূৰ্ণৰূপে বাহিৰৰ যোগানৰ ওপৰত নিৰ্ভৰশীল।

অসমৰ অৰ্থনীতি কৃষিপ্ৰধান হোৱাৰ উপৰিও ইয়াৰ অন্য এটা দিশ হৈছে যে ইয়াত মাত্ৰ এবিধ শস্যৰ ওপৰত বেচি প্ৰাধান্য দিয়া হয়। শতকৰা ৭০ ভাগ মাটিত কেৱল ধানখেতি কৰা হয়। অন্য খাদ্য-শস্য যেনে গোমধান বছৰি ১৩০০০ টন আৰু ঘেহু ৭০০০ টনহে উৎপন্ন

হয়। অন্য শস্য যেনে চাহপাত, মৰাপাট, কুঁহিয়াৰ, তেলগুটী আৰু আলুৰ উৎপাদন সৰ্বভাৰতীয় উৎপাদনৰ ক্ৰমে শতকৰা ৫০, ২০, ২, ৪ আৰু ৬ অংশহে অসমত উৎপন্ন হয়। তদুপৰি অৰ্থনীতি ভিন্নমুখী নোহোৱাৰ কাৰণে আৰু নিত্য-ব্যৱহাৰ্য্য বস্তু তৈয়াৰী কৰিবৰ কোনো কলকাৰখানা স্থাপন নোহোৱা বা যথেষ্ট পৰিমাণ নোহোৱাৰ কাৰণে ইয়াৰ যোগান ব্যৱস্থা সম্পূৰ্ণ অস্থিৰ। গতিকেই মূল্যমান সদায়েই অস্থিৰ।

দেশ বিভাজনৰ পিচৰপৰাই অসমৰ যোগসূত্ৰ ভাৰতৰ অন্য অঞ্চলৰ লগত প্ৰায় বিচ্ছিন্ন হৈ পৰে। তাৰ পিচত ১৯৬৫ চনৰ ভাৰত-পাকিস্তান সংঘৰ্ষৰ পিচত নৌ-পৰিবহন ব্যৱস্থাও বিচ্ছিন্ন হৈ যায়। মন কৰিব লগীয়া যে স্থলভাগেদি অসম আৰু ইয়াৰ বাহিৰৰ লগত যি ৰেল-সংযোগ স্থাপন কৰা হৈছে সেই সংযোগ পথ অতি নিশকটীয়া। বান-পানী হলেও ই প্ৰায়েই অকামিলা হৈ পৰে। তদুপৰি মিটাৰ গজ হোৱাৰ কাৰণে ইয়াৰ গতি-বেগ আৰু বহন-ক্ষমতা অতি কম। গতিকেই অসমলৈ অহা বস্তুৰ সোঁত সহজেই বাধাপ্ৰাপ্ত হয়। তদুপৰি ৰেল কৰ্তৃপক্ষৰপৰাও উপেক্ষা আৰু অমনোযোগিতাৰ ফলত বহু সময়ত সময়মতে আৰু নিয়মীয়াকৈ ৰেলৰ ডবা যোগানত ব্যতিক্ৰম হোৱা দেখা যায়। ইয়াৰ উপৰিও অসমত ব্যৱসায়ী আৰু লুভীয়া ৰেল-কৰ্মচাৰীৰ অভিসন্ধিত বহুতো সময়ত অসমলৈ মাল কঢ়িয়াই অনা ডবা ঠিক সময়ত গন্তব্য স্থানত আহি উপস্থিত নোহোৱা অসমৰ কাৰণে এটা স্বাভাৱিক পৰিস্থিতি হৈ পৰিছে। অন্যহাতে স্থলভাগেদি পথ-পৰিবহনৰ দ্বাৰা মাল কঢ়িওৱা ব্যয়-বহুল। কিন্তু অন্য ব্যৱস্থা নথকাৰ কাৰণে আজিকালি সৰহ সংখ্যক বস্তু পথ-পৰিবহন ব্যৱস্থাৰ দ্বাৰাই বহন কৰিবলগীয়া হৈছে। ৰেল-পৰিবহন ব্যৱস্থাৰ অনিশ্চয়তা আৰু পথ-পৰিবহন ব্যৱস্থাৰ ব্যয়-বহুলতা এই দুয়োটাই অসমৰ সামগ্ৰিক মূল্যৰ ওপৰত সদায়েই হেঁচা দি আহিছে আৰু অন্যান্য অঞ্চলৰ তুলনাত ইয়াত উচ্চতৰ

মূল্য হোৱাৰ প্ৰধান কাৰণ হৈ পৰিছে।

অসম লাভখোৰ আৰু অসৎ ব্যৱসায়ীৰ স্বৰ্গ। পৰিবহন ব্যৱস্থাৰ অনিশ্চয়তাৰ সুযোগ লৈ ব্যৱসায়ী সম্প্ৰদায়ে সঘনাই কৃত্ৰিম নাটনি সৃষ্টি কৰা আৰু ক্ৰমান্বয়ে মূল্য বৃদ্ধি কৰা অসমৰ অৰ্থনীতিৰ চিৰন্তন ঘটনা হৈ পৰিছে। ৰাজ্যিক চৰকাৰৰ যোগান-বিতৰণ ব্যৱস্থাৰ কোনো সুস্থিৰ সুস্পষ্ট নীতি নোহোৱাৰ কাৰণে সমূহ ৰাইজ ব্যৱসায়ীৰ মৰ্জিৰ ওপৰত তিষ্ঠি থাকিব লগা হৈছে। দুখৰ কথা যে চাউলৰ উৎপাদন সুস্থিৰ থকা সত্বেও চাউলৰ অনাটন হোৱাও সম্ভৱ হৈছে অসমৰ বজাৰত। তাতোকৈ পৰিতাপৰ বিষয় যে খাদ্য-দ্ৰব্যৰ মূল্য উচ্চ হোৱাৰ অনুপাতত কৃষকে প্ৰকৃত মুল্য পোৱা নাই। ইয়াৰ কাৰণো চৰকাৰৰ দুৰ্বলতা আৰু ব্যৱসায়ীৰ কাৰ্চাজি। বৰ্তমান অসম এপেক্স মাৰ্কেটীং আৰু ভাৰতৰ খাদ্য নিগমে অসমত একচেটিয়াভাৱে ধান সংগ্ৰহৰ অধিকাৰ লাভ কৰিছে আৰু দুয়োটা সন্থাই চৰকাৰে স্থিৰ কৰা মুল্যত ধান সংগ্ৰহ কৰিব লাগে। কিন্তু নানান যুক্তি দেখুৱাই এই দুয়োটা সন্থাই প্ৰকৃত সময়ত ধান সংগ্ৰহ নকৰে। অসমৰ কৃষক কেৱল দুখীয়াই নহয়, তেওঁলোকৰ ধান-কটাৰ পিচত মজুত কৰি ৰাখিবলৈও সুবিধা নাই। গতিকে ধান চপোৱাৰ লগে লগেই তেওঁলোকে বিক্ৰী কৰিবলগীয়া হয়। কিন্তু যিহেতু ধান সংগ্ৰহ কৰা অনুষ্ঠানবিলাক সেই সময়ত নিষ্ক্ৰিয় হৈ বহি থাকে, অন্য বেপাৰী বিশেষকৈ ধান-কলৰ মালিকবিলাকে কৃষকৰ নিৰুপায় অৱস্থাৰ সুবিধা লৈ ধান সংগ্ৰহ কৰে অতি কম মূল্যত। আৰু এই ব্যৱসায়ীসকলে পাচত অনাটনৰ সৃষ্টি কৰি উচ্চ মূল্যত বিক্ৰী কৰে। দ্বিতীয়তে, যিহেতু অসমৰ মুকলি বজাৰত চাউলৰ কিনা-বিকাৰ ওপৰত কোনো নিয়ন্ত্ৰণ নাই, যিহেতু যোগান বিভাগে যোগান ধৰা চাউলৰ গুণ সাধাৰণতে অতি নিম্ন আৰু তাকো সদায়েই অনিয়মিত আৰু যথেষ্ট নহয়, অসমত চাউলৰ মুকলি বজাৰ অপ্ৰতিদ্বন্দ্বী হিচাপে চলি আহিছে। অসমৰ ৰাইজৰ প্ৰধান খাদ্য ভাত আৰু

আভ্যন্তৰীণ যোগান সুস্থ হোৱা সত্বেও চাউলমুঠি ৰাইজে সুলভ মূল্যত পাব পৰা নাই। বাহিৰৰ যোগানৰ ওপৰত বিক্ৰী নিৰ্ভৰ কৰা অন্য বস্তু মহঙা হোৱা গতিকে একো অস্বাভাৱিক অৱস্থা নহয়।

অসম চৰকাৰৰ যোগান আৰু বিতৰণ নীতি অতি দুৰ্বল। কিছুমান ব্যৱসায়ীক নিত্য প্ৰয়োজনীয় সামগ্ৰী সংগ্ৰহ, মজুত আৰু বিতৰণৰ একচেটিয়া চৰ্ত দি অসম চৰকাৰে ৰাইজৰ প্ৰতি নিজৰ কৰ্তব্য পালন কৰিছে। ৰাজ্যিক যোগান বিভাগৰ এই ব্যৱসায়ীবিলাকৰ ওপৰত নিয়ন্ত্ৰণ অতি লেহুকা। গতিকে এই ব্যৱসায়ীবিলাকে ইচ্ছা অনুসৰি মূল্য স্থিৰ কৰাৰ সুবিধা ভোগ কৰি আহিছে। তদুপৰি সুলভ মূল্যত ৰাইজক অতি প্ৰয়োজনীয় দ্ৰব্য দিবৰ কাৰণে যি সমবায় আৰু সুলভ মূল্যৰ দোকান সৃষ্টি কৰা হৈছে, সেইবোৰত কটকটীয়া পৰিদৰ্শকৰ অভাৱত চোৰাং বজাৰ আৰু অসৎ লোকৰ ক্ৰীড়াভূমি হৈ পৰিছে। গতিকে এইবোৰৰ পৰাও ৰাইজে সকাহ পাব পৰা নাই।

অসমত বিভিন্ন সামগ্ৰীৰ চৰা দাম হোৱাৰ কাৰণ কেইবাটাও। প্ৰথমতে আভ্যন্তৰীণ যোগান চাহিদা অনুপাতে যথেষ্ট নহয়। মন কৰিবলগীয়া যে কৃষি-প্ৰধান অঞ্চল হোৱা সত্বেও অসমত কৃষি উৎপাদন বৃদ্ধিৰ হাৰ ১৯৫০-৫১ চনৰপৰা ১৯৬৮–৬৯ চন সময়ছোৱাত মাত্ৰ ৪০ শতাংশ হৈছে। এই সময়ছোৱাত সৰ্বভাৰতীয় কৃষি-উৎপাদন বৃদ্ধিৰ হাৰ হৈছে ৬৬ শতাংশ। গতিকে আভ্যন্তৰীণ যোগান সুস্থিৰ কৰিবলৈ প্ৰয়োজনীয় ব্যৱস্থা লোৱা প্ৰয়োজন। তদুপৰি ঘেহু, মাহ, ডাইল, আলু, পিয়াঁজ আদি উৎপাদনৰ প্ৰতি কৃষকক উৎসাহ দিয়াৰ উপৰিও অন্যান্য সামগ্ৰী, বিশেষকৈ চেনি, বিলাতী মাটি আৰু অন্যান্য প্ৰস্তুত কৰিব পৰা সামগ্ৰী উৎপাদনত বিশেষ গুৰুত্ব দিয়া উচিত। পৰ-নিৰ্ভৰশীল যোগান ব্যৱস্থাত মূল্য স্থিতি সম্ভৱ নহয়। আত্ম-নিৰ্ভৰশীল, বিশেষকৈ খাদ্য-দ্ৰব্য যোগানত স্বাৱলম্বী হোৱা আঁচনি যুগুত আৰু কাৰ্য্যকৰী কৰা ভৱিষ্যৎ যোজনাৰ মূল লক্ষ্য হোৱা উচিত।

দ্বিতীয়তে অসমত বস্তুৰ মূল্য পৰিবহন ব্যৱস্থাৰ বিজুতিৰ কাৰণে সততে পৰিবৰ্তন হয়। বাংলাদেশৰ ভিতৰেদি নৌ-পৰিবহন ব্যৱস্থাৰ পুনৰ প্ৰচলন আৰু স্থল পৰিবহন ব্যৱস্থাৰ উন্নতি সাধন এই দুয়োটা ব্যৱস্থাকে খৰতকীয়াকৈ কাৰ্য্যকৰী কৰি তুলিবলৈ ৰাজ্যিক চৰকাৰে কেন্দ্ৰীয় চৰকাৰৰ ওপৰত হেঁচা দিয়া উচিত। গুৱাহাটী অসমৰ প্ৰধান বাণিজ্যৰ কেন্দ্ৰ। অন্ততঃ গুৱাহাটীলৈকে ব্ৰডগজ ৰেলৰ সম্প্ৰসাৰণ নহলে যোগান পৰিবহনৰ উন্নতি আৰু নিয়ামানুবৰ্তিতা সম্ভৱ নহয়।

তৃতীয়তে অসমৰ ব্যৱসায় বাণিজ্য এটা বিশেষ সম্প্ৰদায়ৰ একচেটিয়া বৃত্তি। এই বিশেষ সম্প্ৰদায় এনেভাৱে একগোট যে অন্য কোনো সম্প্ৰদায়ৰ লোকে এই ব্যৱসায়ত প্ৰবেশ কৰিব নোৱাৰে। ফলস্বৰূপে অসমৰ বজাৰ, যোগান আৰু মূল্য সম্পূৰ্ণ-ৰূপে এই গোষ্ঠীৰ ক্ৰীড়াভূমি হৈ পৰিছে। এওঁলোকৰ ওপৰত চৰকাৰৰ কোনো নিয়ন্ত্ৰণ নাই। এই ব্যৱসায়ী গোষ্ঠীৰ একচেটিয়া স্বত্ব চূৰ্ণ কৰি প্ৰতিযোগিতামূলক বজাৰ সৃষ্টি কৰিব নোৱাৰিলে, অসমত পণ্য-দ্ৰব্যৰ মূল্য স্থিত অৱস্থা প্ৰবৰ্তন কৰা অসম্ভৱ। ই সম্ভৱ হ'ব পাৰে দুটা উপায়েৰে। থলুৱা মানুহক যোগান পৰি-বহনৰ কৰ্তৃত্ব দিয়াৰ উপৰিও ঠায়ে ঠায়ে, বিশেষকৈ প্ৰধান নগৰ-বিলাকত নিয়ন্ত্ৰিত বজাৰ স্থাপন কৰা। এই বজাৰবিলাক চৰ-কাৰৰ উদোগত স্থাপন কৰি থলুৱা লোকক ভাৰাত দি, ব্যৱসায়ৰ সুবিধা দিয়া উচিত। দ্বিতীয়তে চৰকাৰে নিজে ৰাজ্যিক যোগান নিগম সৃষ্টি কৰি অত্যাৱশ্যকীয় সামগ্ৰী মজুত ৰখা। অসম চৰ-কাৰে বাণিজ্যিক পৰামৰ্শদাতা নামৰ এটা ব্যয়বহুল অনুষ্ঠান কলি-কতাত ৰাখি থৈছে। বৰ্তমান এই অনুষ্ঠানটোৰ আলহী থকা ঘৰটোত কলিকতালৈ অহা-যোৱা কৰা মানুহক থকা-মেলা ঠাইৰ তদাৰক কৰা আৰু মন্ত্ৰীসকলক আদৰি অনা আৰু বিদায় সম্বৰ্দ্ধনা জনোৱাৰ বাহিৰে বিশেষ উল্লেখযোগ্য সেৱা আগবঢ়াইছে বুলি

আমাৰ বিশ্বাস নহয়। অসমত এনে যোগান নিগম স্থাপন কৰি আৰু ইয়ালৈ নিয়মীয়াভাৱে বস্তুৰ যোগান ধৰাৰ কাৰণে বাণিজ্য পৰামৰ্শ বিভাগটো সক্ৰিয় কৰি তুলিলে ভৱিষ্যতে অসমত হঠাতে কৃত্ৰিম নাটনি উদ্ভৱ হোৱা সম্ভাৱনা বহুতো কমিব। তদুপৰি যেতিয়াই পৰিবহনৰ বিজুতিৰ কাৰণে নাটনি হয়, তেতিয়াই এই নিগমে যোগান অব্যাহত ৰাখি মূল্যমান সুস্থিৰ কৰি ৰাখিব পাৰিব।

———

# অসমৰ অৰ্থনৈতিক পৰিস্থিতি (৬)

অসমৰ বিত্তীয় পৰিস্থিতি বৰ স্বচ্ছল নহয়। কেইবা বছৰো একে লেঠাৰিয়ে ৰাজ্যিক বাজেটত ঘাটি উন্তৰ হৈছে। আয়-ব্যয়ৰ ভাৰসাম্যহীনতা বছৰে বছৰে বাঢ়ি গৈছে আৰু এই ভাৰসাম্যহীনতাই সমস্ত বিত্তীয় পৰিস্থিতিত অসুস্থ অৱস্থাৰ সৃষ্টি কৰিছে। অসমৰ বাজেটত ১৯৫৫-৫৬ চনত ঘাটিৰ পৰিমাণ আছিল ২ কোটি ৬৫ লাখ। ১৯৬০-৬১ চনত এই ঘাটিৰ পৰিমাণ হয় ১০ কোটি ৯৪ লাখ। তাৰ পিচত ক্ৰমান্বয়ে ১৯৬৫-৬৬ চনত ঘাটি হয় ১ কোটি ৬২ লাখ, ১৯৬৭-৬৮ চনত হয় ১ কোটি ৬১ লাখ, ১৯৬৮-৬৯ চনত হয় ১৮ কোটি ১৬ লাখ ৫০ হাজাৰ, ১৯৬৯-৭০ চনত হয় ৭ কোটি ৭৭ লাখ ১৬ হাজাৰ, ১৯৭০-৭১ (সংশোধিত) হয় ৩৯ কোটি ২ লাখ ৮৫ হাজাৰ আৰু ১৯৭১-৭২ চনৰ বাজেটত ৪৩ কোটি ৮১ লাখ ১৭ হাজাৰ ঘাটি হ'ব বুলি অনুমান কৰা হৈছে। অৰ্থনৈতিক উন্নয়নত পিচপৰি থকা অসমৰ নিচিনা এখন ৰাজ্যৰ কাৰণে বাজেটত ঘাটিৰ পৰিমাণ ক্ৰমান্বয়ে বেচি হৈ যোৱা সুস্থ পৰিস্থিতিৰ সুচায়ক নহয়।

## ৰাজহ আয়

১৯৭১-৭২ চনৰ ৰাজহ বাজেটত অসমৰ সৰ্বমুঠ আয় ১১৭.৪৭ কোটি আৰু সৰ্বমুঠ খৰচ ১২৩.৪১ কোটি দেখুওৱা হৈছে। আয়ৰ

শিতানত, ১৮·৭০ কোটি ( সৰ্বমুঠ ৰাজহ আয়ৰ ১৫.৯ শতাংশ ) কেন্দ্ৰীয় কৰৰ অংশ হিচাবে ৩৪.৯৫ কোটি (আয়ৰ ২৯.৮ শতাংশ) ৰাজ্যিক কৰৰপৰা ৯.৯ কোটি ( ৮.৪ শতাংশ ) অন্য আয়ৰপৰা (non-tax) ৫০.৮১ কোটি কেন্দ্ৰৰ অনুদান (৪৩.৩ শতাংশ) ৩.১১ কোটি আদায়ৰপৰা উদ্ভৱ হ'ব বুলি অনুমান কৰা হৈছে। ইয়াৰপৰা দেখা যায় যে কৰৰপৰা (কেন্দ্ৰীয় আৰু ৰাজ্যিক) প্ৰায় ৫৩.৭ কোটি অৰ্থ আহৰণ হোৱাৰ হিচাব কৰা হৈছে। ই সমস্ত ৰাজহৰ প্ৰায় ৪৬ শতাংশ। ইয়াৰে ১৮.৭ কোটি বা মুঠ ৰাজহৰ ১৬ শতাংশ কেন্দ্ৰীয় আয়ৰপৰা উদ্ভৱ হৈছে। আনহাতে অন্য আয়ৰপৰা সংগৃহীত হোৱা ৬৩.৮ কোটিৰ ৫০.৮ কোটি বা আয়ৰ ৪৩ শতাংশ কেন্দ্ৰৰ অনুদানৰ-পৰা আহিব। ৰাজহ ব্যয়ৰ শিতানৰ সৰ্বমুঠ ১২৩.৪ কোটিৰ ২৫.৬৮ কোটি সাধাৰণ সেৱা, ৩৬.০৩ কোটি সামাজিক সেৱা, ১৬.৫২ কোটি অৰ্থনৈতিক আৰু উন্নয়ন সেৱা, ১৬.৮৮ কোটি অসামৰিক সেৱা (Civil works) আৰু ২৮.৩০ কোটি বিভিন্ন সেৱাৰ শিতানত ব্যয় হ'ব বুলি দেখুওৱা হৈছে। এইবিলাক সৰ্বমুঠ ব্যয়ৰ শতাংশ হিচাবত ক্ৰমে ১০.৮, ১৯.১, ১৩.৪, ১৩.৭ আৰু ১২.৯ শতাংশ হয়। মোটামুটি হিচাবত সৰ্বমুঠ ব্যয়ৰ প্ৰায় ৪৩ শতাংশ সামাজিক, অৰ্থনৈতিক আৰু উন্নয়ন সেৱাত, ২১ শতাংশ সাধাৰণ সেৱাত, ১৪ শতাংশ অসামাজিক কাম, যেনে ঘৰ, ৰাস্তা, জলসিঞ্চন আৰু মথাউৰি আদিত আৰু ১৩ শতাংশ অন্যান্য 'সেৱাত ব্যয় হ'ব।

মূলধন বা পুঁজি বাজেটৰ সৰ্বমুঠ ১২০.৭৮ কোটিৰ ১১৫.৪৮ কোটি ৰাজহুৱা ঋণৰপৰা ২.০৪ কোটি ৰাজ্যিক চৰকাৰে দিয়া ঋণৰ-পৰা আৰু ২.৮৭ কোটি ৰাজ্যিক খাদ্য-সামগ্ৰী বাণিজ্যৰপৰা উদ্ধাৰ হ'ব বুলি ধৰা হৈছে। খৰচৰ হিচাবত ২১.৩ কোটি মূলধন নিয়োগ, ১০৮.৩ কোটি ৰাজহুৱা ঋণ পৰিশোধ আৰু ৪ ৮ কোটি ৰাজ্যিক চৰকাৰে দিবলগীয়া ঋণৰ শিতানত ধৰা হৈছিল।

## আয়-ব্যয়ৰ গতি

১৯৫০-৫১ চনৰপৰা অৰ্থাৎ প্ৰথম পাঁচবছৰীয়া পৰিকল্পনা আৰম্ভ হোৱাৰপৰা ১৯৭১-৭২ চনলৈকে হোৱা আয়-ব্যয়ৰ এটা হিচাব ১নং তালিকাত দেখুওৱা হৈছে।

১নং তালিকাৰপৰা দেখা যায় যে ৰাজহ বাজেটত ১৯৫০-৫১ চনত ৰাহি উদ্ভৱ হৈছিল। ইয়াৰ পিচত যেনে প্ৰথম, দ্বিতীয়, তৃতীয় পৰিকল্পনা আৰু পুঁজি বাজেটত ১৯৫০-৫১ চন, ১৯৬৫-৬৬ আৰু ১৯৬৯-৭০ চনৰ বাহিৰে অন্য কেইবছৰত ঘাটি পৰিছে। ৰাজহ আৰু পুঁজি-বাজেট দুয়োটাকে একত্ৰিত কৰিলে ১৯৫০-৫১ আৰু ১৯৬৯-৭০ চনত ৰাহি হয় আৰু অন্য কেইবছৰত ঘাটি উদ্ভৱ হয়। তিনি বছৰৰ তদৰ্থ পৰিকল্পনাৰ শেষত ৰাজহ-বাজেটত মাত্ৰ ঘাটি পৰিছে। ১৯৭০-৭১ চনৰ হিচাব সংশোধিত অনুমান আৰু ১৯৭১-৭২ চনৰ আনুমানিক হিচাব মতেও এই দুয়োবছৰতে ঘাটি উদ্ভৱ হৈছে। দুয়োখন বাজেটৰ একত্ৰিত হিচাবৰ পৰা এটা বস্তু চকুত পৰে যে ১৯৫০-৫১ চনৰ পৰা ১৯৬৯-৭০ চনলৈকে আয় আৰু ব্যয় দুয়ো শিতানত আয়-ব্যয় ক্ৰমান্বয়ে বৃদ্ধি হৈছে কিন্তু ইয়াৰ পিচত আয়-ব্যয় নিম্নগামী হোৱা দেখা যায়। ১৯৭১-৭২ চনৰ বাজেট-হিচাব ১৯৫০-৫১ চনৰ বাজেট হিচাবতকৈ প্ৰায় ১৩ গুণ বেচি আৰু ১৯৫৫-৫৬ চনতকৈ ৭ গুণ বেচি।

## ৰাজহ আয়ৰ পৰিবৰ্তনৰ গতি

অসমৰ ৰাজহ-আয় ক্ৰমে বৃদ্ধি হৈছে। ১৯৫০-৫১ চনত সৰ্বমুঠ আয় আছিল মাত্ৰ ১০.৩ কোটি। ১৯৭১-৭২ চনৰ বাজেটত সৰ্বমুঠ আয়ৰ হিচাবত মুঠ ১১৭.৫ কোটি হৈছে। কিন্তু কৰজাত আয়ৰ পৰিমাণ অন্য আয়ৰ পৰিমাণতকৈ কিছু পৰিবৰ্তন হৈছে। ১৯৫০-৫১ চনত কৰজাত আয় সৰ্বমুঠ ৰাজহৰ প্ৰায় ৬৫ শতাংশ আছিল, ১৯৭১-৭২ চনত ইয়াৰ পৰিমাণ হয় ৪৭ শতাংশ। সেইদৰে কেন্দ্ৰৰপৰা পোৱা ৰাজহৰ (কৰজাত নহয়) পৰিমাণ ১৯৫০-৫১ চনৰ শতকৰা ১২ ভাগৰ-

তালিকা নং ১

লাখৰ সংখ্যাত দেখুওৱা হৈছে।

| ১। ৰাজহ বাজেট | ১৯৫০-৫১ | ১৯৫৫-৫৬ | ১৯৬০-৬১ | ১৯৬৫-৬৬ | ১৯৬৯-৭০ | ১৯৭০-৭১ | ১৯৭১-৭২ |
|---|---|---|---|---|---|---|---|
| আয় | ১০২৯ | ২৩১৭ | ৩৭৯৯ | ৬৬৩৩ | ১১২৬১ | ১১০৯৯ | ১১৭৪৭ |
| ব্যয় | ৯৬৫ | ২৪৫৫ | ৪২৪৯ | ৮২০৮ | ১২৬১৪ | ১২২৩০ | ১২৩৪১ |
| ৰাহি বা ঘাটি | +৬৪ | (—) ১৩৮ | (—) ৪৫০ | (—) ১৫৭৫ | (—) ১৩৫৩ | (—) ১১৩১ | (—) ৫৯৪ |
| ২। পুঁজিবাজেটৰ আয় | ৯২৬ | ৯২৩ | ১৬১৮ | ১৩৪২০ | ১৬৪৯০ | ১২৭৪২ | ১২০৭৮ |
| ব্যয় | ৯২৫ | ১০৫০ | ২২৬২ | ১২০০০ | ১৪৭২৩ | ১৫৮৩৬ | ১৩৪৩৬ |
| ৰাহি বা ঘাটি | +১ | (—) ১২৭ | (—) ৬৪৪ | + ১৪২০ | + ১৭৬৭ | (—) ৩০৯৪ | (—) ১৩৫৮ |
| সৰ্বমুঠ ৰাহি বা ঘাটি | +৬৫ | (—) ২৬৫ | (—) ১০৯৪ | (—) ১৫৫ | + ৪১৪ | (—) ৪২২৫ | (—) ১৯৫২ |

পৰা (সৰ্বমুঠ ৰাজহৰ) ১৯৭১-৭২ চনত শতকৰা ৪৪ ভাগলৈ বৃদ্ধি হৈছে। কেন্দ্ৰীয় কৰজাত আয়ৰ অংশৰ পৰিমাণ ১৯৫০-৫১ চনত আছিল শতকৰা ১৪ ভাগ। ১৯৭১-৭২ চনত ইয়াৰ পৰিমাণ হয় শতকৰা ১৬ ভাগ। ২নং তালিকাত বিভিন্ন শিতানত উদ্ভৱ হোৱা আয়ৰ পৰিমাণ দেখুওৱা হৈছে।

২নং তালিকাত আমি বিভিন্ন খণ্ডৰপৰা উদ্ভৱ হোৱা ৰাজহ আয়ৰ হিচাব দেখুৱাইছোঁ। ৩নং তালিকাখনত আমি বিভিন্ন কৰৰ শিতানত উদ্ভৱ হোৱা আয়ৰ পৰিমাণ দেখুৱাইছোঁ।

২নং আৰু ৩নং তালিকা দুখনৰপৰা দেখা যায় যে কৰজাত ৰাজহ, কেন্দ্ৰীয় আয়কৰৰ অংশ, কেন্দ্ৰীয় শুল্কৰ অংশ, বাজ্যিক বিক্ৰীকৰ আৰু মাটিৰ খাজনা এই কেইটা কৰৰ পৰাই সৰ্ববৃহৎ পৰিমাণে উদ্ভৱ হয়। কৃষি আয়কৰ আৰু ৰাজ্যিক শুল্কৰপৰাই উদ্ভৱ হোৱা পৰিমাণ মজলীয়া ধৰণৰ। এই দুয়োবিধ কৰজাত ৰাজহ উন্নত হোৱাৰ স্থল আছে। কৃষি আয়কৰৰ স্তৰ আৰু হাৰ সংশোধিত কৰি আৰু মদ নিবাৰণী আইন প্ৰত্যাখ্যান কৰি এই দুয়োবিধ কৰৰ ফল উন্নত কৰিব পাৰি। ননটেক্স ৰাজহৰ, বন-বিভাগৰ আয় সৰ্ববৃহৎ হলেও ইয়াক উন্নত কৰাৰ স্থল আছে। তদুপৰি জল-পৰিবহন, মথাউৰি, জলসিঞ্চন ইত্যাদিৰপৰা ৰাজহৰ পৰিমাণ উন্নত কৰিব পাৰি। ১৯৭০-৭১ চনৰপৰা পথ-পৰিবহন বিভাগৰ আয় বাজেটত দেখুওৱা হোৱা নাই। কিয়নো ৰাজ্যিক পৰিবহন নিগম স্থাপন হোৱাৰপৰা ইয়াৰ আয় সুকীয়া হৈ পৰিল। কিন্তু এই নিগমৰ লাভাংশ চৰকাৰে পোৱা উচিত। ৰাজ্যিক বিদ্যুৎ ব'ৰ্ডৰ পৰাও চৰকাৰে একো অৰিহণা পোৱা নাই। এই সংস্থান ফলোৎপাদক কৰি তোলা প্ৰয়োজন। কৰৰ পৰা উদ্ভৱ হোৱা শিতানৰ তালিকাখনৰ পৰা দেখা যায় যে ১৯৫০-৫১ আৰু ১৯৭১-৭২ চনৰ ভিতৰত কৰজাত আয়ৰ পৰিমাণ সৰ্বমুঠ কৰ-আয়ৰ শতকৰা ২৬ ভাগলৈ, সম্পত্তি আৰু সম্পত্তি হস্তান্তৰৰ ওপৰত

তালিকা নং ২

লাখৰ হিচাবত

| | ১৯৫০-৫১ | ১৯৫৫-৫৬ | ১৯৬০-৬১ | ১৯৬৫-৬৬ | ১৯৬৯-৭০ | ১৯৭০-৭১ | ১৯৭১-৭২ |
|---|---|---|---|---|---|---|---|
| ১। কেন্দ্ৰীয় আয়ৰ অংশ | ১৪২ | ১৮২ | ৪৪৬ | ৯১০ | ১৬০৩ | ১৭৯৪ | ১৮৭০ |
| (১) কেন্দ্ৰীয় শুল্ক | — | ৪৬ | ১২৭ | ৪৪২ | ৬৬৭ | ৭২৬ | ৭৫০ |
| (২) উপকৰা | — | — | ১০০ | ১৪৮ | ১৪৩ | ১৫৬ | ১৬২ |
| (৩) আয়কৰ | ১৪২ | ১৩২ | ২১২ | ৩০১ | ৭৭৫ | ৮৯৫ | ৯৪০ |
| (৪) মৃত্যু শুল্ক | — | ৪ | ৭ | ১৯ | ১৮ | ১৭ | ১৮ |
| ২। ৰাজ্যিক কৰ | ৫০৭ | ১০১৬ | ১২২৭ | ২১৬১ | ৩১৮৭ | ৩২০২ | ৩৪৯৫ |
| (১) খাজনা | ১৯০ | ২০৫ | ২৭৭ | ৫৬৯ | ৭৩৪ | ৭৭৮ | ৭৯৮ |
| (২) কৃষি আয়কৰ | ৭০ | ১৭৭ | ২৭৪ | ২৮৪ | ৪৩৮ | ৩৮৪ | ৪৩৪ |
| (৩) ৰাজ্যিক শুল্ক | ৯৩ | ১৯৮ | ১৯৩ | ২১৬ | ২৫২ | ২২৮ | ৩৫০ |
| (৪) ষ্টাম্প আপুৰ্ত্তিকৰণ | ২৭ | ৩৬ | ৫৭ | ৮৪ | ১৪৩ | ১৩৭ | ১৫০ |
| (৫) মটৰ-কৰ | ৩০ | ৬৭ | ৬৪ | ১১৮ | ১৬৬ | ১৬৫ | ১৮৫ |
| (৬) বিক্ৰীকৰ | ৭৪ | ১৩১ | ২৮২ | ৭৯১ | ১২২৪ | ১৩১১ | ১৩৭৯ |
| (৭) অন্যান্য-কৰ | ১৪ | ২১২ | ৮০ | ১১১ | ২২০ | ১৯৭ | ২০১ |

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| ৩। ননটেক্স আয় | ২২৭ | ৫৩৬ | ৭৩৮ | ৮১০ | ১০৬৯ | ৮৬৪ | ৯৯০ |
| (১) বন-বিভাগ | ৫৭ | ৮৭ | ১৫২ | ২৫৮ | ৩৭৯ | ৩০৯ | ৪২৫ |
| (২) অসামৰিক শাসন | ৩৭ | ৭২ | ১১৪ | ১৮২ | ২৩৭ | ২৬৫ | ২৩৪ |
| (৩) জল-পৰিবহন, জল-সিঞ্চন ইত্যাদি | ২৩ | ১০৩ | ২২ | ৫০ | ৫৪ | ৫৫ | ৬৩ |
| (৪) পথ-পৰিবহন | ৫১ | ৯৮ | ১৪৬ | ২০৩ | ২৪৬ | — | — |
| (৫) অন্যান্য | ৫৯ | ১৭৬ | ৩০৪ | ১১৭ | ১৫৩ | ১৬৩ | ২৬৮ |
| ৪। কেন্দ্ৰীয় ননটেক্স আয় | ১১৬ | ৫৩৩ | ১৩২৫ | ২৫৮০ | ৫২৫৬ | ৪৯২৭ | ৫০৮১ |
| (১) মুঠ আয় | ৯৯২ | ২২৬৭ | ৩৭৩৬ | ৬৪৬১ | ১১১০৫ | ১০৮৭৭ | ১১৪৩৬ |
| (২) আদায় (Recovery) | ৩৭ | ৫০ | ৬৩ | ১৬২ | ১৫৬ | ৩১২ | ৩১১ |
| (৩) সৰ্বমুঠ আয় | ১০২৯ | ২৩২৭ | ৩৭৯৯ | ৬৬২৩ | ১১২৬১ | ১১০৯৯ | ১১৭৪৭ |
| (৪) কেন্দ্ৰীয় সূত্ৰৰপৰা পোৱা | ২০২ | ৭৬০ | ১৮৩২ | ৩৬৫০ | ৬৯৭৩ | ৬৮৯০ | ৭১৬৬ |
| (৫) ৰাজ্যৰ সূত্ৰৰপৰা পোৱা | ৭৩৭ | ১৫৫৭ | ১১৬৭ | ২৯৭৩ | ৪২৮৮ | ৪২০৯ | ৪৫৮১ |

৩ নং তালিকা

## কৰৰপৰা উদ্ভৱ হোৱা আয়।

(লাখৰ হিঁচাবত)

| | ১৯৫০-৫১ | ১৯৫৫-৫৬ | ১৯৬০-৬১ | ১৯৬৫-৬৬ | ১৯৬৯-৭০ | ১৯৭০-৭১ | ১৯৭১-৭২ |
|---|---|---|---|---|---|---|---|
| ১। আয়ৰ ওপৰত লগোৱা কৰ | ২২১ | ৩১৭ | ৪৯৭ | ৬০১ | ১২৩৬ | ১৩০৫ | ১৪১০ |
| (১) আয়কৰৰ অংশ | ১৪২ | ১৩২ | ২১২ | ৩০১ | ৭৭৫ | ৮৯৫ | ৯৪০ |
| (২) কৃষি-আয়কৰ | ৭৯ | ১৭১ | ২৭৪ | ২৮৪ | ৪৩৮ | ৩৮৪ | ৪৩৪ |
| (৩) বৃত্তিকৰ | ৩ | ৮ | ১১ | ১৬ | ২৩ | ২৬ | ২৭ |
| ২। সম্পত্তি আৰু সম্পদ হস্তান্তৰৰ ওপৰত লগোৱা কৰ | ২১৭ | ২৪৫ | ৩৪১ | ৬৫৬ | ৮৯৮ | ৯৩৪ | ৯৬৪ |
| (১) মাটিৰ খাজনা | ১৯০ | ২০৫ | ২৭৭ | ৫৪৯ | ৭৩৪ | ৭৭৮ | ৭৯৬ |
| (২) মৃতকৰ (সম্পত্তি) | — | ৪ | ৭ | ১৯ | ১৮ | ১৭ | ১৮ |
| (৩) ষ্টাম্প আৰু ৰেজিষ্ট্ৰেচন | ২৭ | ৬ | ৫৭ | ৮৪ | ১৪৩ | ১৩৯ | ১৫০ |
| (৪) স্থাৱৰ সম্পত্তিৰ ওপৰত কৰ | — | — | — | ৪ | ৩ | — | — |

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| ৩। সামগ্ৰীৰ আৰু সেৱাৰ ওপৰত লগোৱা কৰ | ২০৮ | ৬৩৬ | ৮৩৫ | ১৮১৪ | ২৬৫৬ | ২৭৫৭ | ৩০০৯ |
| (১) কেন্দ্ৰীয় শুল্ক | — | ৪৬ | ২২৭ | ৫৯০ | ৮১০ | ৮৮২ | ৯১২ |
| (২) ৰাজ্যিক | ৯৩ | ১৯৮ | ১৯৩ | ২১৬ | ২৬২ | ২২৪ | ৩৫০ |
| (৩) যান-বাহনৰ ওপৰত কৰ | ৩০ | ৩৭ | ৬৪ | ১১৮ | ১৬৬ | ১৬৫ | ১৮৫ |
| (৪) বিক্ৰীকৰ | ৭৪ | ১৫১ | ২৮২ | ৭৯৯ | ১২২৪ | ১৩১১ | ১৩৭৯ |
| (৫) অন্য কৰ | ১১ | ২০৪ | ৬৯ | ৯১ | ১৯৪ | ১৭১ | ১৭৪ |

লগোৱা কৰৰ পৰিমাণ শতকৰা ৩৩ ভাগৰ পৰা শতকৰা ১৮ ভাগলৈ কমি আহে। অন্যহাতে সামগ্ৰীৰ ওপৰত লগোৱা কৰৰ পৰিমাণ ১৯৫০ চনৰ শতকৰা ৩২ ভাগৰপৰা (সৰ্বমুঠ কৰ-আয়ৰ) ১৯৭১-৭২ চনত শতকৰা ৫৬ ভাগলৈ বৃদ্ধি হয়। ইয়াৰ মানে হৈছে যে প্ৰত্যক্ষ কৰৰ আয়ৰ পৰিমাণতকৈ পৰোক্ষ কৰৰ আয়ৰ পৰিমাণ বেচি।

## ৰাজহ-ব্যয়

১৯৫০-৫১ চনৰ ৰাজহ-বাজেটত ব্যয়ৰ পৰিমাণ দেখুওৱা হৈছিল ৯.৭ কোটি। ১৯৭১-৭২ চনত ইয়াৰ পৰিমাণ হ'লগৈ ১২৩.৪ কোটি। মন কৰিবলগীয়া যে এই সময়ছোৱাৰ ভিতৰত কৰজাত ৰাজহ বৃদ্ধি হয় ৮ গুণ কিন্তু ব্যয় বৃদ্ধি হয় প্ৰায় ১৩ গুণ। ৪নং তালিকাত আমি ৰাজহ-বাজেটৰ ব্যয়ৰ পৰিমাণ দেখুৱাইছোঁ।

ৰাজহ বাজেটৰ ব্যয়ৰপৰা হৈছে গতানুগতিক প্ৰশাসনীয় ব্যয়। ইয়াৰ পৰা মাত্ৰ প্ৰশাসনীয় সম্প্ৰসাৰণ আদিৰ কিছু আভাস পোৱা যায়। কিন্তু প্ৰকৃত অৰ্থনৈতিক উন্নয়নৰ শিতানত বিনিয়োগৰ একো আভাস পোৱা নাযায়। গতিকে ৬নং তালিকাত আমি মূলধনী বা পুঁজি বাজেটৰ অন্তৰ্গত ব্যয়ৰ হিচাব দেখুৱাইছোঁ।

৫নং তালিকাখন দেখিলে এটা কথা সুদৃঢ় হয় যে ১৯৫০-৫১ চনৰ পৰা ১৯৭১-৭২ চনলৈকে মূলধনী বাজেটত ব্যয়ৰ পৰিমাণ অতি কম। মূলধন নিয়োগ নকৰিলে অৰ্থনৈতিক উন্নয়ন উদ্যোগ স্থাপন আৰু অৰ্থনৈতিক কাৰ্য্য ভিন্নমুখী কৰা ইত্যাদি সম্ভৱ নহয়। কিন্তু ওপৰৰ ব্যয়ৰ হিচাবৰপৰা দেখা যায় যে প্ৰকৃত উন্নয়ন শিতানত যথেষ্ট পৰিমাণে ব্যয় হোৱা নাই। জলসিঞ্চন, উদ্যোগ উন্নয়ন আদিত ব্যয় অতি কম, অন্যহাতে গড়কাপ্তানি কামত গৃহ-নিৰ্মাণ আদিত তুলনামূলকভাৱে বহুতো ব্যয় হৈছে। সেই কাৰণেই অসমত প্ৰকৃত অৰ্থনৈতিক উন্নয়ন হোৱা নাই।

অসমৰ অৰ্থনৈতিক পৰিস্থিতি অতি দুৰ্বল। আৰু প্ৰতি বছৰেই

৪ নং তালিকা

(লাখৰ হিচাবত)

| | ১৯৫০-৫১ | ১৯৫৫-৫৬ | ১৯৬০-৬১ | ১৯৬৫-৬৬ | ১৯৬৯-৭০ | ১৯৭০-৭১ | ১৯৭১-৭২ |
|---|---|---|---|---|---|---|---|
| ১। সাধাৰণ সেৱা | ২৩৯ | ৪৬০ | ৮৭৭ | ১৫৩২ | ২২১৮ | ২২৩১ | ২২৬৮ |
| (১) সাধাৰণ-প্ৰশাসন | ৭১ | ১২৬ | ২১৬ | ২৯৭ | ৪৭৯ | ৫৩০ | ৫৬৮ |
| (২) ৰাজস্বপ্ৰশাসন | ৪৩ | ১২২ | ১৯২ | ১৯২ | ৩৩০ | ৩৪৬ | ৩৪৭ |
| (৩) খাজনা | ২৯ | ৭৯ | ১৪৭ | ১১৭ | ২১০ | ২০৬ | ২০৭ |
| (৪) অন্যান্য | ১৪ | ৪৩ | ৪৫ | ৭২ | ১২০ | ১৪০ | ১৪০ |
| (৫) ন্যায় জেইল আৰু পুলিচ | ১২৫ | ২১২ | ৪৬৯ | ১০৯৬ | ১৪০৯ | ১৩২৫ | ১৬২৩ |
| ২। সামাজিক সেৱা | ২১৯ | ৫৫৪ | ১০২৬ | ২১৭১ | ৩৪০৩ | ৩২৮৯ | ৩৬০৩ |
| (১) শিক্ষা | ১৫১ | ৩৯২ | ৭১০ | ১৫১০ | ২৪৪১ | ২৬২১ | ২৫৯৪ |
| (২) চিকিৎসা-জনস্বাস্থ্য | ৬৩ | ১৫৩ | ২৯৮ | ৫৭৮ | ৮২৭ | ৮২০ | ৭৪৩ |
| (৩) অন্যান্য | ৪ | ৯ | ১৮ | ৮৩ | ১৩২ | ১৪৮ | ২৬৫ |

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| ৩। অৰ্থ নৈতিক আৰু উন্নয়ন সেৱা | ১০৯ | ৪৯০ | ৮৫৬ | ১৩৩২ | ১৮১৪ | ১৬০৯ | ১৬৫২ |
| (১) কৃষি, মীন, পশু | ৫২ | ১৩৪ | ২২৭ | ৫৩৪ | ৭৪৪ | ৮১৭ | ৮৪১ |
| (২) উদ্যোগ, পৰিবহন | ৬ | ৯৮ | ২৩০ | ৩১৭ | ৪২৩ | ১৭৮ | ১৮৭ |
| (৩) বন বিভাগ | ৩৮ | ৭২ | ১০৮ | ৯৫ | ১৬১ | ২০০ | ১৯০ |
| (৪) সমবায় | ৪ | ১৬ | ৬১ | ৭১ | ১২০ | ১১৫ | ১২৫ |
| (৫) সমূহীয়া উন্নয়ন ইত্যাদি | ৮ | ১৭০ | ২৩০ | ৩১৫ | ৩৬৬ | ২৯৯ | ৩০৯ |
| ৪। অসামৰিক কাম, জলসিঞ্চন | ১৪৯ | ৬০৯ | ৬৯১ | ১৮৯৫ | ২৮১৫ | ২০৬১ | ১৬৮৮ |
| (১) গড়কাপ্তানি কাম | ১৪২ | ৫৮৯ | ৬১০ | ১৬২১ | ২২৫৫ | ১৪৭৬ | ১৪২২ |
| (২) জলসিঞ্চন মথাউৰি আদি | ৭ | ২০ | ৮১ | ২৭৪ | ৫৬০ | ৫৮৫ | ২৬৬ |
| ৫। অন্যান্য সেৱা | ২৪৯ | ৩৪২ | ৭৯৯ | ১২৭৫ | ২৩৬৩ | ২৭৪০ | ২৮৩০ |
| (১) ঋণ-পৰিশোধ আৰু সুত | ৭ | ২০ | ১৭১ | ৮০৩ | ১৫১৬ | ১৮৩২ | ২০১০ |
| (২) অন্যান্য | ২৪২ | ৩২২ | ৬২৮ | ৪৭২ | ৮৪৮ | ৯০৮ | ৮২০ |
| মুঠ ব্যয় | ৯৬৫ | ২৪৫৫ | ৪২৪৯ | ৮২০৮ | ১২৬১৪ | ১২২৩০ | ১২৩৪১ |

৫ নং তালিকা

(লাখৰ হিচাবত)

| | ১৯৫০-৫১ | ১৯৫৫-৫৬ | ১৯৬০-৬১ | ১৯৬৫-৬৬ | ১৯৬৯-৭০ | ১৯৭০-৭১ | ১৯৭১-৭২ |
|---|---|---|---|---|---|---|---|
| (১) নৌবহন, মথাউৰি, খাল প্ৰথা | ১১ | ৪৩৮ | ১২৬ | ৪৬০ | ৭১৫ | ১০৯২ | ৮৯৫ |
| (২) বন আৰু কৃষি | ৪ | ১৯ | ১১ | ৫ | — | | — |
| (৩) উদ্যোগ উন্নয়ন | — | ১০৬ | ৬৬ | ১০০ | ২২৬ | ২৫০ | ২৩২ |
| (৪) অসামৰিক কাম | — | ১৫৮ | ৩১৩ | ৩১৭ | ৬২৫ | ৭৫৬ | ৬৮১ |
| (৫) অন্যান্য (পথ-পৰিবহন, ব্যৱসায়) | ৭৩৮ | ১১০ | ৭৮০ | ১৪৬৯ | ৬৫৮ | ৮৭২ | ৩২১ |
| মুঠ ব্যয় | ৭৫৩ | ৮২৬ | ১২৯৬ | ২৮৫১ | ২২০৪ | ২৯৭০ | ২১৩০ |

ঘাটি বাজেট প্ৰস্তুত কৰিবলগীয়া হৈছে। এনে হোৱাৰ অন্যান্য কাৰণৰ উপৰিও এটা প্ৰধান কাৰণ হৈছে যে ৰাজ্যিক চৰকাৰৰ ঋণ পৰিশোধ আৰু সুত পৰিশোধৰ বোজা বহুতো বেচি।

ৰাজহ বাজেটত আমি দেখুৱাই আহিছোঁ যে ঋণ-সুত পৰিশোধৰ কাৰণে ১৯৫০-৫১ চনত মাত্ৰ ৭ লাখ টকা ব্যয় হৈছিল কিন্তু ১৯৭১-৭২ চনত ইয়াৰ পৰিমাণ হয় ২০ কোটি ১০ লাখ। গতিকে আমি ৬নং তালিকাত ৰাজ্যিক চৰকাৰৰ ঋণৰ পৰিস্থিতি দেখুৱাইছোঁ।

৬নং তালিকাত ৰাজ্যিক চৰকাৰে সংগ্ৰহ কৰা ঋণ আৰু তাৰ ব্যয় দেখুওৱা হৈছে। তালিকাখন এবাৰ চকু ফুৰালেই ঋণৰ বোজা অনুমান কৰিব পাৰি। কিন্তু অন্যহাতে ৰাজ্য চৰকাৰে অন্যলৈ বা ৰাইজক আৰু বিভিন্ন অনুষ্ঠানক ঋণ দিছে। কিন্তু সেইবোৰৰ আদায়ৰ পৰিমাণ অতি কম। ৭ নং তালিকাত এনে ঋণ আৰু আদায়ৰ হিচাব দেখুৱাইছোঁ।

ইয়াত দিয়া চমু বিৱৰণী আৰু বিভিন্ন তালিকাবোৰৰপৰা অসমৰ বিত্তীয় পৰিস্থিতিৰ এটা চমু আভাস পোৱা যায়। এইবোৰৰপৰা এটা কথা সুস্পষ্ট হয়, যে অসমৰ বিত্তীয় পৰিস্থিতি সুস্থিৰ নহয়। ক্ৰমান্বয়ে প্ৰশাসনীয় ব্যয় বৃদ্ধি হৈছে, আৰু সেই পৰিমাণে আয় বৃদ্ধি হোৱা নাই। আয় বৃদ্ধি কৰি আয়-ব্যয়ৰ সমতা ৰক্ষা কৰিব নোৱাৰিলে অৰ্থনৈতিক উন্নয়নৰ গতিৰ স্থিৰতা অনা অসম্ভৱ। উন্নয়নৰত দেশত ব্যয় বৃদ্ধি হোৱা স্বাভাৱিক। কিন্তু এনে ব্যয় বৃদ্ধিৰ লগে লগে আয়ৰ পৰিমাণো বৃদ্ধি হোৱা উচিত। অসমৰ অনুন্নত অৱস্থা, কৰ লগোৱা স্থলৰ সীমাবদ্ধতা আৰু সাধাৰণ মূল্যমান অতি উচ্চ আদি বিভিন্ন কাৰণবশতঃ আৰু কৰ লগাবৰ স্থান নাই। গতিকে কৰৰ দ্বাৰা অৱস্থাৰ উন্নতি বৰ্তমান অৱস্থাত অসম্ভৱ। গতিকে বিকল্প ব্যৱস্থা লোৱা প্ৰয়োজন। প্ৰশাসনীয় ব্যয় হ্ৰাস, মিতব্যয়িতা অৱলম্বন আৰু প্ৰকৃত উন্নয়নমূলক আচনিত অৰ্থ নিয়োগ আদি কিছুমান সুদৃঢ়ভাৱে কাৰ্য্যকৰী কৰা উচিত। ইয়াত স্থানৰ অভাৱত এই সম্পৰ্কে আমি বিশদ আলোচনা কৰিব নোৱাৰিলোঁ। কিন্তু অন্য এটা প্ৰবন্ধত এই সম্পৰ্কে বিতংকৈ আলোচনা কৰা হ'ব।

৬ নং তালিকা

(লাখত দেখুওৱা হৈছে)

| | ১৯৫০-৫১ | ১৯৫৫-৫৬ | ১৯৬০-৬১ | ১৯৬৫-৬৬ | ১৯৬৯-৭০ | ১৯৭০-৭১ | ১৯৭১-৭২ |
|---|---|---|---|---|---|---|---|
| (ক) কেন্দ্ৰৰপৰা লোৱা ঋণ | | | | | | | |
| (১) সংগৃহীত অৰ্থ | ৪৯ | ৭৫৮ | ৮৫২ | ৫১৩২ | ৭০৪৬ | ৪৫৫৮ | ৪০৮১ |
| (২) ব্যয় | ১৬ | ২৮ | ২৪৩ | ১৮৩৩ | ২৪৪৯ | ৫২৬৪ | ৩৭২৮ |
| (খ) অঙ্গঋণ সংগ্ৰহ | ১ | | ২৮ | ৭১২৭ | ৮৯৫৫ | ৭২২৪ | ৭৪৯৮ |
| ব্যয় | ৮৩ | — | — | ৬৮৮৪ | ৯৪১৭ | ৬৮২৪ | ৭০৯৯ |

৭ নং তালিকা

(লাখৰ হিচাবত)

| | ১৯৫০-৫১ | ১৯৫৫-৫৬ | ১৯৬০-৬১ | ১৯৬৫-৬৬ | ১৯৬৯-৭০ | ১৯৭০-৭১ | ১৯৭১-৭২ |
|---|---|---|---|---|---|---|---|
| আগবঢ়োৱা ঋণৰ পৰিমাণ | ৭৩ | ১১৯ | ৭১৯ | ৯১২ | ৫৫৩ | ৭৭৮ | ৪৭৯ |
| ঋণ আদায় | ৯ | ২৮ | ৫১ | ৫৮ | ১০১ | ১৪৭ | ২০৪ |

# অসমৰ জাতীয় আয়

ডঃ উপেন্দ্ৰ নাথ বৰদলৈ

জাতীয় আয় দেশৰ অৰ্থনৈতিক প্ৰগতিৰ খতিয়ান লোৱাৰ এক-মাত্ৰ দাপোণ। ইয়াৰ দ্বাৰা দেশৰ সম্পদ বৃদ্ধি হৈছে নে কমিছে বা একে অৱস্থাতে আছে তাক জনা যায়। জাতীয় আয় দেশৰ সকলো লোকৰ গোটেই বছৰৰ অৰ্থনৈতিক প্ৰচেষ্টাৰ ফল, আৰু ইয়াৰ ওপৰত ভিত্তি কৰিয়েই ভৱিষ্যৎ উন্নতিৰ পৰিকল্পনা যুগুত কৰা হয়। কৃষি, শিল্প, ব্যৱসায়, বাণিজ্য প্ৰভৃতি বিভিন্ন উৎসৰপৰা জাতীয় আয়ৰ কি পৰিমাণ পোৱা হৈছে আৰু কোন উৎসটো অধিক সুব্যৱহাৰ কৰিলে জাতীয় আয় আৰু অধিক বৃদ্ধি হব, তাক জাতীয় আয় বিশ্লেষণ কৰিলে জানিব পৰা যায়। আকৌ দেশৰ বিভিন্ন শ্ৰেণীৰ মাজত জাতীয় আয় কেনেকৈ বিতৰণ হৈছে আৰু বিতৰণ ব্যৱস্থাৰ ক্ৰুটীও এই বিশ্লেষণৰ পৰা জনা যায়। ইয়াৰ দ্বাৰা আন্তৰ্দেশীয় বা আন্তঃ-ৰাজ্যিক অৰ্থনৈতিক অৱস্থা তুলনা কৰিব পৰা হয়। এই প্ৰৱন্ধত অসমৰ জাতীয় আয়, ইয়াৰ সংগঠন ব্যৱস্থা আৰু ইয়াৰ উন্নতি অৱ-নতিৰ হিচাপ দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে।

মন কৰিবলগীয়া যে ভাৰতৰ সৰ্ব্বমুঠ জনসংখ্যাৰ ২.৭ শতাংশ অসমত বাস কৰে আৰু ইয়াৰ জাতীয় আয় ভাৰতৰ সামগ্ৰিক জাতীয়

আয়ৰ শতকৰা ২'৪ ভাগ। ১৯৬৮—৬৯ চনৰ আনুমানিক হিচাপ মতে অসমৰ জাতীয় আয়ৰ পৰিমাণ হব চলিত মূল্যমান অনুসৰি ৮১০'৪ কোটি আৰু ১৯৪৮-৪৯ চনৰ মূল্যমান অনুসৰি মাত্র ৪১০'৮ টকা। প্ৰথম পৰিকল্পনা আৰম্ভ হোৱাৰ পৰা অসমৰ জাতীয় আয় বৃদ্ধিৰ পৰিমাণ পিচৰ তালিকাখনত দেখুৱা হৈছে।

( কোটি টকাত )

| বছৰ | চলিত মূল্যমান | ১৯৪৮-৪৯ চনৰ মূল্যমান |
|---|---|---|
| ১৯৫০-৫১ | ২৫৪'৪ | ২২৩'৬ |
| ১৯৫৫-৫৬ | ২৭৪'০ | ২৬৭'৯ |
| ১৯৬০-৬১ | ৩৬৩'৫ | ২৯৬'২ |
| ১৯৬৫-৬৬ | ৫৬০'৯ | ৩৬৯'৭ |
| ১৯৬৬-৬৭ | ৬৮৯'৩ | ৩৭৪'২ |
| ১৯৬৭-৬৮ | ৭৯০'৬ | ৩৯৬'০ |
| ১৯৬৮-৬৯ | ৮১০'৪ | ৪১০'৮ |

প্ৰথম পৰিকল্পনাৰ সময়ত অসমৰ জাতীয় আয় চলিত মূল্যত ৭'৭ শতাংশ হাৰত বৃদ্ধি হয়; কিন্তু ১৯৪৮-৪৯ চনৰ মূল্যমানত এই বৃদ্ধিৰ হাৰ হয় ১৯'৮ শতাংশ। দ্বিতীয় পৰিকল্পনাৰ সময় ছোৱাত অসমৰ জাতীয় আয় শতকৰা ৩২'৭ ভাগ হাৰত বৃদ্ধি হয় চলিত মান অনুসৰি। কিন্তু স্থায়ী মূল্যমানত ( ১৯৪৮-৪৯ ) এই বৃদ্ধিৰ হাৰ হয় মাত্র ১০'৬ শতাংশ। তৃতীয় পৰিকল্পনাৰ সময়ত অসমৰ জাতীয় আয় চলিত মূল্যত শতকৰা ৫৪'৩ ভাগ হাৰত আৰু স্থায়ী মূল্যমানত শতকৰা ২৪'৯ ভাগ হাৰত বৃদ্ধি হয়। ইয়াৰ পিচত জাতীয় আয় চলিত মূল্যমানত শতকৰা ৪৪'৫ হাৰত আৰু স্থায়ী মূল্যত শতকৰা ১১'১ হাৰত বৃদ্ধি হয়।

ওপৰৰ তালিকাখনৰপৰা দেখা গ'ল যে প্ৰথম পৰিকল্পনাৰ কালছোৱাত অসমৰ জাতীয় আয় চলিত মানত ১৯'৬ কোটি বৃদ্ধি

হয়; কিন্তু স্থায়ী মূল্যমানত ইয়াৰ পৰিমাণ হয় ৪৪'৩ কোটি। ইয়াৰ পিচৰ সময় ছোৱাত (দ্বিতীয় পৰিকল্পনাৰ সময়) অসমৰ জাতীয় আয় বৃদ্ধি হয় ৮৯'৫ কোটি আৰু স্থায়ী মূল্যত হয় ২৮'৩ কোটি। তৃতীয় পৰিকল্পনাৰ সময়ত জাতীয় আয় চলিত মূল্যমানত ৯৭'৪ কোটি পৰিমাণ আৰু স্থায়ী মূল্যমানত ২২'৭ কোটি পৰিমাণ বৃদ্ধি হয়। ইয়াৰ পিচত তিনিখন তদৰ্থ বছেৰেকীয়া পৰিকল্পনাৰ সময়ত অসমৰ জাতীয় আয় চলিত মূল্যমানত বৃদ্ধি হয় ২৪৯'৫ কোটি আৰু স্থায়ী মূল্যমানত বৃদ্ধি হয় ৪১'৯ কোটি। ইয়াৰ পৰা পৰিষ্কাৰ হয় যে অসমৰ জাতীয় আয় বৃদ্ধি চলিত মূল্যমান হিচাপত চমকপ্ৰদভাৱে বৃদ্ধি হৈছে; কিন্তু স্থায়ী মূল্যমানত এই বৃদ্ধিৰ পৰিমাণ অতি নগণ্য। এতিয়া প্ৰশ্ন উঠে কোনটো মূল্যমান আমি আমাৰ জাতীয় আয় বিশ্লেষণ কৰাত ব্যৱহাৰ কৰিলে দেশৰ প্ৰকৃত অৰ্থনৈতিক অৱস্থাৰ সম্ভেদ পোৱা যাব। ১৯৪৮-৪৯ চনৰ মূল্যমান স্থায়ী হিচাপে গ্ৰহণ কৰিলে জাতীয় আয়ৰ প্ৰকৃত স্বৰূপ জানিব নোৱাৰা যেন লাগে। কিয়নো ১৯৪৮-৪৯ চনৰ ভাৰতীয় অৰ্থনীতি বিমৰ্ষ অৱস্থাত আছিল আৰু অসমৰ নিচিনা অঞ্চলত ইয়াৰ অৱস্থা অতি শোচনীয় আছিল। সেই সময়ৰ আয়, মানুহৰ চাহিদা আৰু ইয়াৰ প্ৰকৰণ অতি সৰল আছিল। কেইপদমান অতি প্ৰয়োজনীয় খাদ্য সামগ্ৰীৰ মূল্যৰ ভিত্তিত গণনা কৰা এটা মূল্যমানে তাৰ ২২ বছৰৰ পিচত অৱস্থাৰ যি সঙ্কেত দিব সি কেতিয়াও প্ৰকৃত অৱস্থাৰ সঙ্কেত হব নোৱাৰে। অন্যহাতে আমাৰ দেশৰ চলিত মূল্যমানো প্ৰকৃত অৱস্থাৰ পৰিচায়ক নহয়। কিয়নো প্ৰতিখন পৰিকল্পনা কাৰ্য্যকৰী কৰিবলৈ কৰা ঘাটি বিত্তীয় ব্যৱস্থা, খাদ্য সামগ্ৰীৰ কৃত্ৰিম আৰু অকৃত্ৰিম অনাটন, শ্ৰমিক বনুৱা, চাকৰিয়াল আদিৰ দৰমহা মজুৰি বৃদ্ধি আৰু কৃত্ৰিম উপায়েৰে বিত্ত যোগান ইত্যাদি নানান কাৰণবশতঃ ভাৰতৰ অৰ্থনীতিত যি মুদ্ৰাস্ফীতি উদ্ভৱ হ'ল আৰু ই ক্ৰমান্বয়ে যিদৰে বাঢ়ি যাব

ধৰিছে, এনে পৰিস্থিতিত চলিত মূল্যমান কেতিয়াও প্ৰকৃত অৱস্থাৰ পৰিচায়ক হব নোৱাৰে। ভাৰতৰ নিচিনা দেশত, বিশেষকৈ, অসমৰ নিচিনা সীমামুৰীয়া অঞ্চলত, বস্তুৰ মূল্য নিশাটোৰ ভিতৰতে বৃদ্ধি হব পাৰে—কৃত্ৰিম অনাটন সৃষ্টি কৰি বা বস্তুৰ অনাটন হব বুলি জনৰৱ সৃষ্টি কৰি। গতিকে চলিত মূল্যমানত গণনা কৰা জাতীয় আয় প্ৰকৃত অৱস্থাৰ পৰিচায়ক নহয়, বৰং এনে গণনাই ভুল পৰিস্থিতিৰ সন্ধান দিয়ে। আৰু এনে পৰিস্থিতি আমাৰ অৰ্থনৈতিক উন্নতিৰ কাৰণে অমঙ্গলসূচক।

সামগ্ৰিক জাতীয় আয়ে দেশৰ অৰ্থনৈতিক অৱস্থাৰ এটা মোটামুটি আভাস দিলেও ই মানুহৰ প্ৰকৃত অৱস্থাৰ কোনো ইঙ্গিত নিদিয়ে। মানুহৰ অৱস্থা উন্নত হৈছেনে, একেদৰে আছে ইত্যাদি জানিবলৈ জনমূৰি আয় বিশ্লেষণৰ প্ৰয়োজন। তলত আমি অসমৰ জনমূৰি আয়ৰ তালিকা দিলো:

| | ১৯৪৮-৪৯ চনৰ মূল্যমান | | চলিত মূল্যমান | |
|---|---|---|---|---|
| বছৰ | অসম | ভাৰত | অসম | ভাৰত |
| ১৯৫০-৫১ | ২৫৫'৫ টকা | ২৪৭'৫ টকা | ২৯০'৭ টকা | ২৬৬'৫ টকা |
| ১৯৫৫-৫৬ | ২৬৮'০ ,, | ২৬৭'৮ ,, | ২৭৪'১ ,, | ২৫৫'০ ,, |
| ১৯৬০-৬১ | ২৫৩'৫ ,, | ২৯৩'২ ,, | ৩১১'১ ,, | ৩২৫'৭ ,, |
| ১৯৬৫-৬৬ | ২৭৫'৮ ,, | ২৯৯'৪ ,, | ৪১৮'১ ,, | ৪৪৫'৪ ,, |
| ১৯৬৬-৬৭ | ২৭১'৪ ,, | ২৯৮'০ ,, | ৪৯৯'৭ ,, | ৪৬০'৮ ,, |
| ১৯৬৭-৬৮ | ২৭৯'৪ ,, | — | ৫৫৭'৭ ,, | ৫৪২'৯ ,, |
| ১৯৬৮-৬৯ | ২৮১'৯ ,, | — | ৫৫৬'১ ,, | — |

ওপৰৰ তালিকাখনৰ পৰা কেইটামান আচৰিত ধৰণৰ তথ্যৰ সন্ধান পোৱা যায়। প্ৰথম পাঁচ বছৰীয়া পৰিকল্পনা আৰু তৃতীয় তৃতীয় বছেৰেকীয়া পৰিকল্পনাৰ সময় ছোৱাৰ ভিতৰত অৰ্থাৎ ১৮ বছৰৰ পিচত অসমত জনমূৰি আয় স্থায়ী মূল্যমান হিচাপত মাত্ৰ বৃদ্ধি হল ২৬'৪ টকা; কিন্তু চলিত মূল্যমান হিচাপত ইয়াৰ বৃদ্ধিৰ

পৰিমাণ হল ২৬৫'৪ টকা। ইয়াৰ পৰা দেখা যায় যে স্থায়ী মূল্যমানতকৈ চলিত মূল্যমান প্ৰায় ১০ গুণ বেচি। দ্বিতীয় জনমূৰি আয় বৃদ্ধিৰ হাৰ উঠা পৰা ধৰণৰ। অসমত জনমূৰি আয় কোনো বছৰ বৃদ্ধি হৈছে আৰু কোনো বছৰ কমি গৈছে। কিন্তু ভাৰতৰ ক্ষেত্ৰত ১৯৫০-৫১অৰপৰা ১৯৬৪-৬৫ চনলৈকে, স্থায়ী মূল্যমান হিচাপত জনমূৰি আয় ক্ৰমাণ্বয়ে উৰ্দ্ধমুখী হোৱা দেখা যায়। অসমৰ বেলা এনে অৱস্থা পৰিলক্ষিত হয় কেৱল মাত্ৰ চলিত মূল্যমান হিচাপতহে। ইয়াৰ পৰা প্ৰমাণ হল যে বছৰি বছৰি অসমত বস্তুৰ মূল্য বৃদ্ধি হৈ গৈছে আৰু কেতিয়াও স্থিতিশীল অৱস্থাত উপনীত হব পৰা নাই। স্থায়ী মূল্যমান গণনাত অসমত জনমূৰি আয় ১৯৫১-৫২, ১৯৫৩-৫৪, ১৯৫৬-৫৭, ১৯৫৭-৫৮, ১৯৫৯-৬০, ১৯৬২-৬৩, ১৯৬৫-৬৬ আৰু ১৯৬৬-৬৭ চনত কমি যোৱা পৰিলক্ষিত হয় আৰু এনে কমি যোৱা অৱস্থা পৰিলক্ষিত হয় চলিত মূল্য গণনা ব্যৱস্থাত, ১৯৫২-৫৩, ১৯৫৫-৫৬, ১৯৫৭-৫৮, ১৯৫৯-৬০, ১৯৬২-৬৩ আৰু ১৯৬৮-৬৯ চনত। এতিয়া দেখা গল যে অসমত ১৮ বছৰ বিভিন্ন পৰিকল্পনা অন্তৰ্ভুক্ত আঁচনি কাৰ্য্যকৰী কৰিবলৈ ২৯৩'৮২ কোটি টকা খৰচ কৰা সত্বেও মানুহৰ অৰ্থনৈতিক উন্নতি হৈছে জনমূৰি মাত্ৰ ২৬'৪ টকা মূল্যৰ। অৰ্থাৎ আমাৰ বছৰি জনমূৰি আয় প্ৰায় ২'৪৪ পইচা হাৰতহে বৃদ্ধি হৈছে। যদিহে আমি দেশৰ অৰ্থনৈতিক অৱস্থাৰ বৈষম্য বিশ্লেষণ কৰো, তেতিয়াহলে বিনা যুক্তিতে প্ৰমাণ কৰিব পৰা হব যে এক বিৰাট সংখ্যক মানুহৰ আৰ্থিক অৱস্থা ভাল হোৱাৰ পৰিবৰ্ত্তে বেয়াৰ ফাললৈ ঢাল লৈছে। এনে পৰিস্থিতি জাতীয় সংহতি দুৰ্ব্বল কৰাৰ প্ৰধান সোপান।

এটা কথা এইখিনিতে উন্নুকিয়াই যোৱা ভাল হব যে ওপৰত আমি জনমূৰি আয়ৰ হিচাপ দেখুৱালো কিন্তু সিও নিৰ্ভুল বা বিশুদ্ধ নহয়।

আগতে আমি কৈ আহিছো যে আমাৰ দেশত জাতীয় আয়

গণনা কৰা পদ্ধতি এতিয়াও দোষমুক্ত কৰিব পৰা নাই। নানান কাৰণ বশতঃ আমাৰ ইয়াত যি পদ্ধতিৰে জাতীয় আয় গণনা হয় সি বৈজ্ঞানিক পদ্ধতি নহয়। কিয়নো ইয়াৰ দ্বাৰা ভুল শুদ্ধ ধৰা পেলোৱা কোনো স্বয়ংক্রিয় প্রণালী ব্যৱহৃত হোৱা নাই। ইয়াৰ উপৰিও আমাৰ দেশৰ বহুতো অঞ্চলত এতিয়াও সম্পূর্ণভাৱে বিত্ত অর্থনীতি প্রচলিত হোৱা নাই আৰু বহুত ধৰণৰ উৎপাদন গণনাৰ বাহিৰত থাকি যোৱাৰ সম্ভাৱনা আছে। এনে পৰিস্থিতিৰ কাৰণে আমাৰ ইয়াত গণনা কৰি উলিওৱা জাতীয় আয় বা জনমূৰি আয় প্রকৃত অৱস্থাৰ স্বৰূপ নহয়, ই মাত্র আনুমানিক পৰিস্থিতি। তাৰোপৰি বিভিন্ন অঞ্চলত বিভিন্ন ধৰণৰ মূল্যমান হোৱাৰ কাৰণে এনে আয়ৰ পৰিমাণৰ দ্বাৰা বিভিন্ন অঞ্চলৰ অর্থনৈতিক অৱস্থাৰ তুলনা কৰাও উজু নহয়। বৰং এনে তুলনাৰ দ্বাৰা ভুল তথ্যহে সন্ধেদ পোৱা যায়। তাৰ প্রমাণ স্বৰূপে আমি সিপিঠিৰ তালিকাখনৰ অসম আৰু অন্য অঞ্চলৰ জনমূৰি আয় দেখুৱাইছো :

### চলিত মুল্যমান অনুসৰি

| ৰাজ্যৰ নাম | বছৰ (১৯৬০-৬১) | ৰাজ্যৰ নাম | বছৰ (১৯৬৪-৬৫) |
|---|---|---|---|
| ১। মহাৰাষ্ট্র | ৪১৯ টকা | ১। পঞ্জাব | ৫৭৫ টকা |
| ২। পশ্চিমবঙ্গ | ৩৮৬ ,, | ২। মহাৰাষ্ট্র | ৫১৬ ,, |
| ৩। পঞ্জাব | ৩৮৩ ,, | ৩। গুজৰাট | ৫২৩ ,, |
| ৪। গুজৰাট | ৩৮০ ,, | ৪। হাৰিয়ানা | ৫০৪ ,, |
| ৫। হাৰিয়ানা | ৩৫১ ,, | ৫। পশ্চিমবঙ্গ | ৪৯৮ ,, |
| ৬। অসম | ৩৪১ ,, | ৬। অসম | ৪৪১ ,, |
| ৭। তামিল নাডু | ৩৪৪ ,, | ৭। অন্ধ্রপ্রদেশ | ৪৩৮ ,, |
| ৮। অন্ধ্রপ্রদেশ | ৩১৪ ,, | ৮। তামিল নাডু | ৪৩৪ ,, |
| ৯। মহীশূৰ | ২৯২ ,, | ৯। মহীশূৰ | ৪২০ ,, |

| | | | | | |
|---|---|---|---|---|---|
| ১০। | কেৰালা | ২৭৮ টকা | ১০। | কেৰালা | ৩৯৩ টকা |
| ১১। | মধ্যপ্ৰদেশ | ২৭৪ ,, | ১১। | উত্তৰ প্ৰদেশ | ৩৭৪ ,, |
| ১২। | জম্মু-কাশ্মীৰ | ২৬৭ ,, | ১২। | মধ্যপ্ৰদেশ | ৩৭৩ ,, |
| ১৩। | উত্তৰ প্ৰদেশ | ২৪৪ ,, | ১৩। | ৰাজস্থান | ৩৫৬ ,, |
| ১৪। | উৰিষ্যা | ২২৬ ,, | ১৪। | জম্মু-কাশ্মীৰ | ৩৪১ ,, |
| ১৫। | বিহাৰ | ২১৬ ,, | ১৫। | বিহাৰ | ২৯৯ ,, |

ওপৰৰ তালিকাখনৰ পৰা দেখা যায় যে দুয়ো বছৰতেই অসমৰ স্থান একে। কিন্তু সংশয় হয় অসমৰ ইমান উচ্চ স্থান হোৱাৰ প্ৰকৃত কাৰণৰ ওপৰত। বিশ্বাস কৰিবলৈ টান লাগে অসমৰ অৰ্থনৈতিক অৱস্থা তামিলনাডু, মহীশূৰ, উত্তৰ প্ৰদেশ আদিতকৈ কেনেকৈ ভাল হব পাৰে। ক'ৰবাত কিবা ভুল হৈ গৈছে আৰু তাৰ পম খেদি অসমৰ জাতীয় আয় গঠনৰ ধৰণ বিশ্লেষণ কৰিবলৈ ওলাইছো।

তলৰ তালিকাত কোন খণ্ড যেনে কৃষি, খনি আৰু তৈয়াৰী শিল্প, বাণিজ্য পৰিবহন আৰু অন্যান্য সেৱাৰ পৰা কিমান অৰ্থমূল্য উদ্ভৱ হৈছে দেখুওৱা হৈছে।

তলৰ তালিকাখনৰ পৰা কেইটামান অতি আকৰ্ষণীয় তথ্যৰ সন্ধান পোৱা হৈছে। এটা কথা প্ৰমাণ হৈছে যে অসমৰ অৰ্থনীতিত কৃষি খণ্ডৰ গুৰুত্ব অতি বেচি। ১৯৫০-৫১ চনত কৃষি খণ্ডৰ পৰা জাতীয় আয়ৰ কাৰণে উদ্ভৱ হোৱা ৰৰঙনি ১৯৬৮-৬৯ চনতো বেচি পৰিবৰ্ত্তন হোৱা নাই। ১৯৫০-৫১ চনত ইয়াৰ পৰিমাণ আছিল সৰ্ব্বমুঠ আয়ৰ ৬৬'৪ শতাংশ আৰু ১৯৬৮-৬৯ চনত ইয়াৰ পৰিমাণ হয় ৬১'০ শতাংশ। আকৌ কেৱল কৃষিৰ পৰা ১৯৫১-৫২ চনত উদ্ভৱ হৈছিল ১৩০'৬ কোটি (৫১'৪ শতাংশ)। ইয়াৰ পৰিমাণ ১৯৬৮-৬৯ চনত হয় ৩৯২'৬ কোটি (৪৮'৫ শতাংশ)। চাহ শিল্পৰ পৰা ১৯৫০-৫১ চনত উদ্ভৱ হৈছিল ২৮ কোটি (১১'০ শতাংশ) আৰু ১৯৬৮-৬৯ চনত উদ্ভৱ হৈছে ৪২'৮ কোটি

| | ১৯৫০-৫১ | | ১৯৫৫-৫৬ | | ১৯৬০-৬১ | | ১৯৬৫-৬৬ | | ১৯৬৮-৬৯ | |
|---|---|---|---|---|---|---|---|---|---|---|
| | আয় | শতাংশ | আয় | শতাংশ | আয় | শতাংশ | আয় | শতাংশ | আয় | শতাংশ |
| | | | (কোটি সংখ্যাত দেখুওৱা হৈছে) | | | | | | | |
| কৃষি খণ্ডত | ১৬৮·৮ | ৬৬·৪ | ১৬২·০ | ৫৯·১ | ১৯৮·৮ | ৫৪·৭ | ২৯১·০ | ৫২·৭ | ৪৯৩·৮ | ৬১·০ |
| খনি তৈয়াৰী শিল্প | ৪৩·৫ | ১৭·১ | ৫২·৩ | ১৯·১ | ৭১·৩ | ১৯·৬ | ১০৪·১ | ১৯·৩ | ১৩০·৬ | ১৬·১ |
| বাণিজ্য পৰিবহন আদি | ২৪·৭ | ৯·৭ | ৩২·১ | ১১·৭ | ৫৩·২ | ১৪·৭ | ৮২·৯ | ১৪·৮ | ৯৬·৯ | ১২·৯ |
| অন্যান্য সেৱা | ১৭·৪ | ৬·৮ | ২৭·৬ | ১০·১ | ৪০·২ | ১১·০ | ৭৮·৯ | ১৩·২ | ৮৯·১ | ১১·০ |
| সৰ্ব্বমুঠ | ২৫৪·৪ | ১০০ | ২৭৪·০ | ১০০ | ৩৬৩·৫ | ১০০ | ৫৬০·৯ | ১০০ | ৮১০·৪ | ১০০ |

(৫'৩ শতাংশ)। ইয়াৰ পৰা প্ৰমাণ হয় যে চাহ শিল্পৰ উন্নতি হোৱা নাই আৰু ইয়াত অধিক মনোযোগ দিয়া উচিত।

এই পৰিসংখ্যাবোৰৰ পৰা দেখা যায় যে কৃষিৰ পৰা উদ্ভৱ হোৱা জাতীয় আয়ৰ পৰিমাণ ১৯৫০-৫১ চনৰ ১৩০'৬ কোটিৰ পৰা ১৯৬৮-৬৯ চনত ৩৯২'৬ কোটিলৈ বৃদ্ধি পাইছে। ইয়াৰ পৰা সহজে এটা ধাৰণা হয় যে কৃষি খণ্ডৰ উন্নতি তিনি গুণ বৃদ্ধি পাইছে আৰু সেইদৰে কৃষকৰ অৱস্থাও উন্নত হৈছে। স্বীকাৰ কৰিব লাগিব যে অসমত সৰ্ব্বমুঠ কৃষিজাত উৎপন্ন বৃদ্ধি হৈছে। প্ৰথম পৰিকল্পনাৰ সময় ছোৱাত অসমত কৃষিজাত শস্যৰ উৎপন্ন ১২ শতাংশ হাৰত বৃদ্ধি হয়। ইয়াৰ পিচত পৰিকল্পনাৰ কাল-ছোৱাত বৃদ্ধি হয় মাত্ৰ ৩ শতাংশ হাৰত। তৃতীয় পৰিকল্পনাৰ সময়ত উৎপন্ন বৃদ্ধি হয় ৮'৭ শতাংশ হাৰত আৰু ১৯৬৮-৬৯ চনত প্ৰায় ১৯৬৫-৬৬ চনতকৈ ১৩ শতাংশ উৎপন্ন বৃদ্ধি হয়। এই বছৰৰ সৰ্ব্বমুঠ উৎপন্নৰ পৰিমাণ আছিল ২'২০ নিযুত টন। গতিকে কৃষিজাত শস্যৰ উৎপন্ন বৃদ্ধি হৈছে, কিন্তু এই বৃদ্ধিৰ কাৰণ প্ৰতি বিঘা বা প্ৰতি একৰ মাটিৰ উৎপন্ন ক্ষমতা বৃদ্ধি হোৱাৰ কাৰণে নহয়, হৈছে কৃষিৰ কাৰণে মাটি বেচিকৈ নিয়োগ কৰাৰ কাৰণে ১৯৫১-৫২ চনত ১৭৫৪ হাজাৰ হেক্টৰ মাটি কৃষিৰ কাৰণে ব্যৱহৃত হৈছিল, ১৯৬৮-৬৯ চনত ইয়াৰ পৰিমাণ হয় ২২৫৩ হাজাৰ হেক্টৰ। অন্যহাতে প্ৰতি হেক্টৰত উৎপন্ন ক্ষমতা বিশেষ বৃদ্ধি হোৱা দেখা যায়। সকলো খাদ্য শস্যৰ উৎপন্ন পৰিমাণ ১৯৫১-৫২ চনত প্ৰতি হেক্টৰত আছিল ৮৭৩ কিলোগ্ৰাম আৰু ১৯৬৮-৬৯ চনত ইয়াৰ পৰিমাণ হয় ১০০৯ কিলোগ্ৰাম।

অসমত শতকৰা ৯০ ভাগৰো অধিক লোক গ্ৰাম্য অঞ্চলত বাস কৰে আৰু শতকৰা ৭২ ভাগেই পৰোক্ষ বা প্ৰত্যক্ষভাৱে জীৱন নিৰ্ব্বাহৰ কাৰণে কৃষিৰ ওপৰত নিৰ্ভৰ কৰে। কৃষিৰ উন্নতিৰ ওপৰতে এই সৰহ সংখ্যক মানুহৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতি

নির্ভৰ কৰে। অসমত কৃষি সম্প্ৰসাৰণ হৈছে; কিন্তু প্ৰতি হেক্টৰত উৎপন্নৰ পৰিমাণ বৃদ্ধি হোৱা নাই। কৃষিৰ উৎপাদনৰ সূচী বা নিদৰ্শক চালেই প্ৰমাণ পোৱা যায়। ইয়াৰ তালিকা তলত দিয়া হল:

| বছৰ | অসম (১৯৫৭-৫৮=১০০) | | ভাৰত (১৯৪৯-৫০=১০০) |
|---|---|---|---|
| | খাদ্য শস্য | সকলো শস্য | সকলো শস্য |
| ১৯৫০-৫১ | ৮১.৪ | ৮৫.৭ | ৯৫.৬ |
| ১৯৫৫-৫৬ | ৯৪.৩ | ৯৫.৮ | ১১৬.৮ |
| ১৯৬০-৬১ | ১০০.৯ | ৯৮.৯ | ১৪২.২ |
| ১৯৬৫-৬৬ | ১০৭.৮ | ১০৭.৭ | ১৩২.৭ |
| ১৯৬৮-৬৯ | ১২৩.৭ | ১২১.৭ | ১৫৮.৭ |

জাতীয় আয়ৰ বৃদ্ধি, কৃষি খণ্ডৰ পৰা উদ্ভৱ হোৱা আয় বৃদ্ধিৰ কাৰণে হোৱাটো সত্য; কিন্তু ইয়াৰ অন্তৰালত এটা গুৰুত্বপূৰ্ণ তথ্য লুকাই আছে। কৃষি উৎপাদনৰ উন্নতি আশানুৰূপভাৱে হোৱা নাই। কিন্তু খাদ্য শস্যৰ মূল্য অতিপাত বৃদ্ধি হোৱাৰ কাৰণে ইয়াৰ পৰা উদ্ভৱ হোৱা আয়ৰ পৰিমাণ বৃদ্ধি হোৱা যেন পৰিলক্ষিত হৈছে।

অসমত বস্তুৰ মূল্য অতি বেচি আৰু ইয়াৰ উৰ্দ্ধমুখী গতি অবিৰত হৈয়েই আছে। ১৯৫৫ চনত অসম পাইকাৰী মূল্য (১৯৫৩=১০০) ১০৩.৮ আছিল। এই বছৰৰ সৰ্ব্ব ভাৰতীয় সূচী হৈছে (১৯৫২-৫৩=১০০) ৯১.৬। ১৯৬৯ চনত অসমত ইয়াৰ পৰিমাণ হয় ২৪২.৫ আৰু সৰ্ব্ব ভাৰতীয় পৰিমাণ হয় ২০৯.৫। এনে উচ্চ দামৰ কাৰণে কৃষি খণ্ডৰ আয় উন্নত হোৱা পৰিলক্ষিত হৈছে যদিও ইয়াৰ দ্বাৰা কৃষকৰ অৱস্থা উন্নত হোৱা নুবুজায়। কিয়নো কৃষকে প্ৰকৃততে তেওঁৰ শস্যৰ আচল মূল্য নাপায়। ইয়াক ভোগ কৰে মজুতকাৰী বা বেপাৰী গোষ্ঠীয়ে।

ওপৰত অসমৰ জাতীয় আয়ৰ এটা থূলমূল বিৱৰণ দিয়া হল। ইয়াৰ বিশ্লেষণৰ পৰা এটা তথ্য পৰিষ্কাৰ হৈছে যে অসমৰ অর্থ-নীতি এতিয়াও কৃষি কেন্দ্রীক আৰু ই ভিন্নমুখী হৈ উঠা নাই। অসমৰ জনসংখ্যা বৃদ্ধিৰ হাৰ অতি উচ্চ আৰু ইয়াৰ ফলত কৃষি খণ্ডত হেঁচা বেচি হৈ আহিছে। ইয়াৰ অর্থনীতি ভিন্নমুখী কৰি কৃষি খণ্ডৰ পৰা অতিৰিক্ত মানুহ অন্য ব্যৱসায়লৈ নিব নোৱাৰিলে অসমৰ উন্নতি সদায়েই বাধাগ্রস্ত হৈ ৰব। ইয়াৰ কাৰণে শিল্প সম্প্রসাৰণ, ব্যৱসায় বাণিজ্য, পৰিবহন ইত্যাদিৰ অধিক উন্নতি আৰু সম্প্রসাৰণৰ ব্যৱস্থা কৰা আৰু নিয়োগক্ষম শিক্ষাৰ প্রৱর্ত্তন কৰা ইত্যাদি কিছুমান ব্যৱস্থা অৱলম্বনৰ আঁচনি যুগুত আৰু কার্য্য-কৰী কৰা অত্যন্ত প্রয়োজন হৈ উঠিছে।

ওপৰৰ বিশ্লেষণৰ পৰা আৰু এটা গুৰুত্বপূর্ণ তথ্য দৃষ্টিগোচৰ হৈছে। ই হৈছে অসমৰ জনমূৰি আয়। ই সর্ব্ব ভাৰতীয় সংখ্যাতকৈ অধিক আৰু অন্য বহু ৰাজ্যতকৈও বেচি। কিন্তু এনে হোৱাৰ কাৰণ হৈছে গণনাত ভুলনীতি অনুসৰণ। অসমৰ মূল্যমান অতি উচ্চ। এনে উচ্চ মূল্যমানৰ ভিত্তিত গণনা কৰা আয় প্রকৃত অৱস্থাৰ সূচায়ক নহয়। বৰং বহুত ক্ষেত্রত ত্রুটীপূর্ণ সংখ্যাৰ দ্বাৰা দেশৰ স্বার্থহানি হয়। অসমৰ জনমূৰি আয় যদিহে ইমান উচ্চ হয়, তেন্তে আমি অনুন্নত বা পিচ পৰা অঞ্চল কেতিয়াও হব নোৱাৰো। কিন্তু প্রকৃততে আমাৰ অৱস্থা কি? শিল্প, কৃষি, ব্যৱসায় একোতে আমাৰ অৱস্থা উন্নত নহয়। এই পৰিসংখ্যাই আমাক কেন্দ্রৰ পৰা অনুদান পোৱাতো প্রতিবন্ধকৰ সৃষ্টি কৰিব। গতিকে জাতীয় আয়ৰ বা জনমূৰি আয় সঙ্কলন কৰোঁতে অসমৰ এটা স্থিতিশীল মূল্যমান বা গুৰুত্ব আৰোপিত মুল্যমান ব্যৱহাৰ কৰা উচিত। নহলে দেশৰ স্বার্থৰ ক্ষতি সাধিত হোৱাৰ আশাঙ্কা আছে।

# অসমত মূলধন গঠন

উৎপাদিত সামগ্ৰীৰ যি অংশ পুনৰ উৎপাদনত ব্যৱহাৰ কৰা হয় বা ব্যৱহাৰৰ কাৰণে আচুতীয়াকৈ লোৱা হয়, তাকে মূলধন বোলা হয়। উৎপাদনত মূলধনৰ ভূমিকা অতি ব্যাপক। মূলধনৰ ওপৰতেই চলিত আৰু ভৱিষ্যত উৎপাদন নিৰ্ভৰ কৰে। শ্ৰমিকৰ উৎপাদিকা শক্তি আৰু নিয়োগৰ সুবিধা মূলধনৰ ওপৰত নিৰ্ভৰশীল। আধুনিক অৰ্থনৈতিক ব্যৱস্থাত মূলধন হৈছে অৰ্থনৈতিক প্ৰগতি, অগ্ৰগতি আৰু বহুমুখীকৰণৰ প্ৰধান সোপান। মূলধন গঠনৰ পৰিমাণ আৰু দিশ এই দুয়োটাই এটা অৰ্থনীতিৰ বিকাশৰ আভাস দিয়ে।

## ভাৰতত পৰিকল্পিত অৰ্থনৈতিক উন্নয়নৰ সূচনা

১৯৫১ চনৰ পহিলা এপ্ৰিলৰপৰা ভাৰতত আৰু ইয়াৰ বিভিন্ন ৰাজ্যত পোন প্ৰথম বাৰৰ কাৰণে পৰিকল্পিতভাৱে অৰ্থনৈতিক উন্নয়নৰ আঁচনি কাৰ্য্যকৰী কৰাৰ সিদ্ধান্ত লোৱা হয়। এতিয়ালৈকে তিনিখন পাঁচ বছৰীয়া আৰু তিনিখন এবছৰীয়া পৰিকল্পনাৰ ম্যাদ শেষ হৈছে আৰু চতুৰ্থ পাঁচ বছৰীয়া পৰিকল্পনাৰ তৃতীয় বছৰ অতিবাহিত হৈছে। এই পৰিকল্পনাৰ তিনিটা বছৰ বাদ দিও ১৮ বছৰ পৰিকল্পনাৰ পাচত দেশৰ বিভিন্ন খণ্ডত আৰু অঞ্চলত কি ধৰণৰ সামগ্ৰী আৰু কিমান পৰিমাণত বৃদ্ধি হৈছে, তাৰ এটা সমীক্ষা ললে, পিচৰ পৰিকল্পনাৰ আঁচনি যুগুত কৰাত সহায়ক হয়। এনে সমীক্ষাৰ ফলত আঞ্চলিক বৈষম্যৰ কাৰণ আৰু তাক দূৰ কৰাৰ সম্ভাব্য উপায় উলিওৱাৰো সুযোগ হয়।

অসম অৰ্থনৈতিক উন্নয়নত বহুতো দিশত পিচপৰা। তিনিখন পৰিকল্পনাৰ পাচতো ইয়াৰ কোনো এক খণ্ডতেই চকুত লগাভাৱে উন্নতি হোৱা পৰিলক্ষিত নহয়। যিহেতু মূলধন গঠন অৰ্থনৈতিক উন্নতিৰ প্ৰধান যোগান, আজিৰ আলোচনাত অসমত প্ৰথম দুখন পৰিকল্পনাৰ সময়ত হোৱা মূলধনৰ আৰু ইয়াৰ দিশ চমুকৈ আলোচনা কৰিবলৈ লৈ, অৰ্থনৈতিক অনুন্নত অৱস্থাৰ কাৰণ নিৰ্ণয় কৰিবলৈ চেষ্টা কৰা হৈছে। তথ্যৰ অভাৱত পিচৰ পৰিকল্পনাৰ সময়ত গঠন হোৱা মূলধন সম্পৰ্কে আলোচনা কৰিব পৰা হোৱা নাই।

আগৰ পৃষ্ঠাত দিয়া ১নং তালিকাৰপৰা দেখা যায় যে ১৯৫০-৫১ চনত, অৰ্থাৎ প্ৰথম পৰিকল্পনাৰ আগ বছৰ অসমত সৰ্বমুঠ হিচাবত ১৭.৮ কোটি আৰু মুঠ হিচাবত ১১.৭ কোটি মূলধন গঠন হৈছিল। ইয়াৰ পাচত, প্ৰথম কৰিকল্পনাৰ সময়ছোৱাত সৰ্বমুঠ ১০৪.৯ কোটি মূলধন গঠন হয়। ইয়াৰপৰা মূল্য হ্ৰাস ( depreciation ) বাদ দিলে মুঠ মূলধন গঠনৰ পৰিমাণ হয় ৬৭.৬ কোটি। ইয়াৰে ৬৩.০ কোটি স্থায়ী মূলধন আৰু ৪.৬ কোটি সম্ভাৰ বদলি শিতানত গঠন হয়। দ্বিতীয় পৰিকল্পনাৰ সময়ত সৰ্বমুঠ ২০৫.৪ কোটি মূল্যৰ মূলধন গঠন হয়। ইয়াৰপৰা মূল্য হ্ৰাস বাদ দিলে মুঠ মূলধন গঠনৰ পৰিমাণ হয় ১৪৫.৩ কোটি। ইয়াৰে ১৩১.৪ কোটি স্থায়ী মূলধন আৰু ১৩.৯ কোটি সম্ভাৰ বদলিৰ শিতানত উদ্ভৱ হয়। তালিকাখনৰপৰা পৰিষ্কাৰ হয় যে পৰিকল্পনাৰ আগৰ বছৰত অসমত মুঠ মূলধন গঠন হৈছিল মাত্ৰ ১১.৭ কোটি। প্ৰথম পৰিকল্পনাৰ শেষৰ বছৰত ( ১৯৫৫-৫৬ ) মূলধন গঠনৰ পৰিমাণ হয় ২১.৫ কোটি আৰু দ্বিতীয় পৰিকল্পনাৰ শেষ বছৰত (১৯৬০-৬১) মূলধন গঠনৰ পৰিমাণ হয় ৫১.৫ কোটি। গড় হিচাবত প্ৰথম পৰিকল্পনাৰ সময়ত বছৰি প্ৰায় ১৩.৫ কোটি আৰু দ্বিতীয় পৰিকল্পনাৰ সময়ত ১৯ কোটি মূল্যৰ মূলধন গঠন হয়। ১৯৫০-৫১ চনত চলিত মূল্যমান হিচাবত অসমৰ জাতীয় আয় আছিল মুঠ ২৫৪.৪ কোটি আৰু এই বছৰত মূলধন গঠন

হৈছিল প্ৰায় ১১.৭ কোটিৰ। ১৯৫৫–৫৬ চনত অসমৰ জাতীয় আয় হয় ২৭১ কোটি, অৰ্থাৎ ১৯৫০-৫১ চনতকৈ মাত্ৰ ২০ কোটি বেচি। এই বছৰত মূলধন গঠন হয় ২১.৫ কোটি। আৰু বছেৰেকীয়া গড় হিচাবত হয় ১৩.৫ কোটি। ১৯৬০-৬১ চনত অসমৰ জাতীয় আয় হয় ৩৬৩.৫ কোটি আৰু এই বছৰত মূলধন গঠন হয় ৫১.৫ কোটি, আৰু পাঁচ বছৰৰ গড় হিচাবত এই সময়-ছোৱাত বছৰেকত মূলধন গঠন হয় প্ৰায় ২৯ কোটি। ১৯৫৬-৫৭ পৰা ১৯৬০-৬১ চনৰ ভিতৰত জাতীয় আয় বৃদ্ধিৰ পৰিমাণ হয় ৮৯.৫ কোটি অৰ্থাৎ গড় হিচাবে বছৰি ১৭.৯ কোটি বৃদ্ধি হয়। ইয়াৰ তুলনাত মূলধন গঠনৰ পৰিমাণ উচ্চ। ইয়াৰ পাচত, অৰ্থাৎ তৃতীয় পৰিকল্পনাৰ প্ৰথম চাৰি বছৰত অসমত সৰ্বমুঠ মূলধন গঠন হয় ৪১০৪ কোটি মূল্যৰ। ইয়াৰ পৰা মূল্য হ্ৰাস বাদ দিলে (৮৮.২ কোটি) মুঠ মূলধন গঠন হয় ৩৫২.২ কোটিৰ। ইয়াৰে ৩২২.২ কোটি স্থায়ী মূলধন আৰু ৩০.০ কোটি সম্ভাৰ বদলি শিতানত। এই সময়তো বছৰি গড় হিচাবত প্ৰায় ৮৮ কোটি মূল্যৰ মূলধন গঠন হয়।

## নিৰ্মাণ শিতানত মূলধন গঠনৰ পৰিমাণ বেচি

২নং তালিকাখনৰপৰা দেখা যায় যে প্ৰথম আৰু দ্বিতীয় পৰিকল্পনাৰ সময়ছোৱাত "নিৰ্মাণ" শিতানত মূলধন গঠনৰ পৰিমাণ অতি বেচি। তৃতীয় পৰিকল্পনাৰ চাৰি বছৰতো এই ধাৰা পৰিলক্ষিত হয়। অসমৰ অৰ্থ নৈতিক অনুন্নত অৱস্থাৰ এইটোৱেই প্ৰধান কাৰণ। কাৰণ নিৰ্মাণ কাৰ্য্যৰ দ্বাৰা দেশৰ সম্পত্তি বৃদ্ধি হয় কিন্তু উৎপাদনক্ষম সম্পদ বৃদ্ধি নহয়। ৰাস্তা, পথ, ঘৰ আৰু অট্টালিকা দেশৰ সম্পত্তি। ইয়াৰপৰা প্ৰত্যক্ষভাৱে কোনো আৰ্থিক ফল বা অনুদান আশা কৰিব নোৱাৰি। অন্যহাতে যন্ত্ৰ-পাতি আৰু সঁজুলি উৎপাদনৰ প্ৰধান আহিলা। ইয়াৰদ্বাৰা উৎপাদন

## তালিকা নম্বৰ (১)

অসমত সৰ্বমুঠ (gross) আৰু মুঠ (net) মূলধন গঠনৰ পৰিমাণ (চলিত মূল্যমান হিচাবত)

| | সৰ্বমুঠ মূলধন গঠন | | | | মুঠ মূলধন গঠন | |
|---|---|---|---|---|---|---|
| সময় | স্থায়ী মূলধন গঠন | সম্ভাৰ পৰিবৰ্তন change in stock | মুঠ | মূল্য হ্ৰাস Depreciation | মুঠ স্থায়ী মূলধন গঠন | মুঠ মূলধন গঠন |
| | | | কোটিৰ হিচাবত | | | |
| ১৯৫০-৫১ | ১৪.৮ | ৩ | ১৭.৮ | ৬.১ | ৮.৭ | ১১.৭ |
| ১৯৫১-৫২-অৰ পৰা | ১০৩.৩ | ৪.৬ | ১০৪.৯ | ৩৭.৩ | ৬৩.০ | ৬৭.৬ |
| ১৯৫৫-৫৬ | | | | | | |
| প্ৰথম পৰিকল্পনা | | | | | | |
| ১৯৫৬-৫৭-অৰ পৰা | ১৯১.৫ | ১৩.৯ | ২০৫.৪ | ৬০.১ | ১৩১.৪ | ১৪৫.৩ |
| ১৯৬০-৬১ | | | | | | |
| দ্বিতীয় পৰিকল্পনাৰ | | | | | | |
| ১৯৬১-৬২-ৰ পৰা | ৪১০.৪ | ৩০.০ | ৪৪০.৪ | ৮৮.২ | ৩২২.২ | ৩৫২.২ |
| ১৯৬৪-৬৫ | | | | | | |

## তালিকা নম্বৰ (২)

নিৰ্মাণ কাৰ্য্য আৰু যন্ত্ৰপাতিত নিয়োগিত মূলধন গঠনৰ হিচাব। ( চলিত মূল্যমান হিচাবত )

| সময় | সৰ্বমুঠ মূলধন গঠন ( কোটিৰ হিচাবত ) | | | সৰ্বমুঠ মূলধন গঠন শতাংশ হিচাবত। | | |
|---|---|---|---|---|---|---|
| | নিৰ্মাণ | যন্ত্ৰপাতি আৰু সঁজুলি | মুঠ | নিৰ্মাণ | যন্ত্ৰপাতি আৰু সঁজুলি | মুঠ |
| ১৯৫০-৫১ | ৭·৯ | ৬·৯ | ১৪·৮ | ৫৩·৪ | ৪৬·৬ | ১০০·০ |
| ১৯৫১-৫২-অৰ পৰা | ৬৩·০ | ৩৭·৩ | ১০০·৩ | ৬২·৮ | ৩৭·২ | ১০০·০ |
| ১৯৫৫-৫৬ | | | | | | |
| প্ৰথম পৰিকল্পনা | | | | | | |
| ১৯৫৬-৫৭-অৰ পৰা | ১৪১·১ | ৫০·৪ | ১৯১·৫ | ৭৩·৭ | ২৬·৩ | ১০০·০ |
| ১৯৬০-৬১ | | | | | | |
| ২য় পৰিকল্পনা | | | | | | |
| ১৯৬১-৬২-অৰ পৰা | ২৪৮·৮ | ১৬১·৬ | ৪১০·৪ | ৬০·৬ | ৩৯·৪ | ১০০·০ |
| ১৯৬৪-৬৫ | | | | | | |

হয় আৰু সেই কাৰণেই যন্ত্ৰপাতি আৰু সঁজুলি আদিয়ে প্ৰত্যক্ষ-ভাৱে দেশৰ সামগ্ৰীৰ আয় আৰু নিয়োগৰ সুবিধা বৃদ্ধি কৰাত সহায় কৰে। কিন্তু এই শিতানত মূলধন গঠন তুলনামূলকভাৱে কম হোৱাত দেশৰ প্ৰকৃত সম্পদ উৎপাদন আৰু বৃদ্ধি হোৱা নাই। অসমৰ নিচিনা অনুন্নত অঞ্চলত ৰাস্তা, পথ আদিৰ প্ৰয়োজন অস্বীকাৰ কৰিব নোৱাৰি। ৰাস্তা, পথে বিভিন্ন অঞ্চলৰ লগত সংযোগ স্থাপনৰ উপৰিও, বেহা-বেপাৰৰ সুবিধা সৃষ্টি কৰে। কিন্তু বেহা-বেপাৰে ঐশ্বৰ্য্য সৃষ্টি নকৰে। ই সামগ্ৰীৰ ব্যৱহাৰৰ পৰিসৰ বৃদ্ধি কৰি বস্তুৰ মূল্য উন্নত কৰে। সেইদৰে ঘৰ দুৱাৰ আৰু অট্টালিকাই জাতীয় সম্পদ বৃদ্ধি কৰে। কিন্তু জাতীয় আয় সৃষ্টি কৰাত সহায় নকৰে। ইয়াৰদ্বাৰা আমি ৰাস্তা, পথ, ঘৰ, অট্টালিকা নালাগে বুলি কব খোজা নাই। মাত্ৰ আমি কব খুজিছোঁ যে বিনিয়োগৰ আঁচনি প্ৰস্তুত কৰোঁতে যিবোৰ বিনিয়োগৰদ্বাৰা প্ৰত্যক্ষভাৱে ফল-প্ৰসূ সম্পদ সৃষ্টি হয়, তেনে বিনিয়োগৰ বেচি গুৰুত্ব দি অন্য সম্পদ সৃষ্টি কৰা বিনিয়োগত কম গুৰুত্ব আৰোপ কৰা উচিত আছিল। সেয়ে কৰা হলে, বৰ্তমান ৰাজ্যত উদ্ভৱ হোৱা বিত্তীয় সঙ্কট উদ্ভৱ নহ'লহেঁতেন। দেখা যায় যে পৰিকল্পনাৰ প্ৰথম দশকত নিৰ্মাণ কাৰ্য্যত ২০৪ কোটি বিনিয়োগ কৰা হৈছে, অন্যহাতে যন্ত্ৰ-পাতি আদিত বিনিয়োগ কৰা হৈছে মাত্ৰ ৮৭ কোটি। আকৌ তৃতীয় পৰিকল্পনাৰ প্ৰথম চাৰি বছৰত নিৰ্মাণত বিনিয়োগ কৰা হৈছে ২৪৮ কোটি, কিন্তু যন্ত্ৰ-পাতিত বিনিয়োগ কৰা হৈছে মাত্ৰ ১৬১ কোটি। নিৰ্মাণত মুঠ বিনিয়োগ কৰা ৪৫১ কোটি অৰ্থনৈতিক দৃষ্টিকোণৰ পৰা উৎপাদন অক্ষম। গতিকে ইয়াৰপৰা প্ৰত্যক্ষ আৰ্থিক অনুদান পোৱা সম্ভৱ নহয়। গতিকেই আঁচনি প্ৰস্তুত কৰিবৰ সময়ত এই লক্ষ্যটোলৈ দৃষ্টি ৰখা হ'লে নিৰ্মাণ আৰু যন্ত্ৰ-পাতি শিতানত মূলধন গঠনত যি ব্যৱধান উদ্ভৱ হৈছে, সি নহ'লহেঁতেন। আনহাতে যন্ত্ৰ-পাতি সংগ্ৰহত বেচি গুৰুত্ব দিয়া হ'লে,

অঞ্চলটোৰ অৰ্থনীতিয়ে বৰ্তমান নতুন গঢ় ল'লেহেঁতেন।

৩নং তালিকাৰপৰা দেখা যায় যে অসমত প্ৰথম পৰিকল্পনাৰ সময়ত বেচৰকাৰী খণ্ডত হোৱা মূলধন গঠনৰ পৰিমাণ চৰকাৰী খণ্ডতকৈ বেচি। দ্বিতীয় পৰিকল্পনাৰ সময়তো এনে এটা ধাৰণা পৰিলক্ষিত হয়। কিন্তু তৃতীয় পৰিকল্পনাৰ সময়ত চৰকাৰী খণ্ডত মূলধন গঠন বৃদ্ধি হোৱা পৰিলক্ষিত হয়। অসমত সঞ্চয়ৰ সুবিধা নাই আৰু ৰাইজৰ অৰ্থনৈতিক অৱস্থাও তেনেভাৱে টনকিয়াল নহয়। এনে অঞ্চলত মূলধন গঠন চৰকাৰী খণ্ডতেই সাধাৰণতে হোৱাটো স্বাভাৱিক। কিন্তু প্ৰথম পৰিকল্পনাৰ সময়ত এই ফালে একেবাৰে দৃষ্টি দিয়া হোৱা নাছিল। দ্বিতীয় পৰিকল্পনাৰ সময়তো চৰকাৰী খণ্ডত যি মূলধন গঠন হৈছে, সেইখিনিৰ অধিক অংশ নিৰ্মাণত যোৱাৰ কাৰণে প্ৰকৃততে অৰ্থনৈতিক উন্নয়নৰ পথ মুকলি নহয়। যিহেতু বেচৰকাৰী খণ্ডত ৰাজ্যত কোনো অৰ্থনৈতিক উন্নয়নমূলক অনুষ্ঠান গঢ়ি উঠা দৃষ্টিগোচৰ নহয়, ইয়াৰপৰা ধাৰণা কৰিব পাৰি যে বেচৰকাৰী খণ্ডত যি মূলধন গঠন হৈছে, ইয়াতো অধিকাংশ নিৰ্মাণ শিতানতহে উদ্ভৱ হৈছে।

প্ৰথম পৰিকল্পনাৰ সময়ৰ সৰ্বমুঠ মূলধন গঠনৰ ৬০.২ শতাংশ বেচৰকাৰী খণ্ডত আৰু ৩৯.৮ শতাংশ চৰকাৰী খণ্ডত গঠন হয়। দ্বিতীয় পৰিকল্পনাৰ সময়ত ইয়াৰ পৰিমাণ হৈছে ক্ৰমান্বয়ে ৫১.২ আৰু ৪৮.৮। তৃতীয় পৰিকল্পনাৰ প্ৰথম চাৰি বছৰত চৰকাৰী খণ্ডত ৫০ শতাংশ আৰু বেচৰকাৰী খণ্ডত ৫০.০ শতাংশ হাৰত মুলধন গঠন হৈছিল। কিন্তু যিহেতু অসমত চৰকাৰী বা বেচৰকাৰী খণ্ডত ফলপ্ৰসূ আৰু উৎপাদনক্ষম কোনো অৰ্থনৈতিক অনুষ্ঠান গঢ়ি উঠা দৃষ্টিগোচৰ নহয়, ইয়াৰপৰা অনুমান কৰিব পাৰি যে, চৰকাৰী আৰু বেচৰকাৰী দুয়ো খণ্ডতেই গঠন হোৱা মূলধনৰ অধিকাংশ নিৰ্মাণ কামৰ কাৰণে গঠন হৈছে আৰু সেই কাৰণেই ৰাজ্যখনে এনে মূলধনৰপৰা প্ৰকৃত অনুদান সংগ্ৰহ কৰিব পৰা নাই। তদুপৰি পৰি-

## তালিকা নম্বৰ (৩)

### চৰকাৰী আৰু বেচৰকাৰী খণ্ডত মূলধন গঠন ( চলিত মূল্যমান হিচাবত )

| সময় | বেচৰকাৰী খণ্ড সৰ্ব মুঠ স্থায়ী মূলধন | বেচৰকাৰী খণ্ড সম্ভাৰ পৰি-বৰ্তন | বেচৰকাৰী খণ্ড মুঠ | চৰকাৰী খণ্ড সৰ্ব মুঠ স্থায়ী মূলধন | চৰকাৰী খণ্ড সম্ভাৰ পৰি-বৰ্তন | চৰকাৰী খণ্ড মুঠ | মুঠ সৰ্ব মুঠ স্থায়ী মূলধন | মুঠ সম্ভাৰ পৰি-বৰ্তন | মুঠ মুঠ |
|---|---|---|---|---|---|---|---|---|---|
| | | | | ( কোটিৰ হিচাবত ) | | | | | |
| ১৯৫০-৫১ | ১১·০ | ১·১ | ১২·১ | ৩৮ | ১·৯ | ৫·৭ | ১৪·৮ | ৩·০ | ১৭·৮ |
| ১৯৫১–৫২-অৰ পৰা ১৯৫৫-৫৬ প্ৰথম পৰিকল্পনা | ৫৮·৯ | ৬·২ | ৬৩১ | ৪৩৪ | (-)১·৬ | ৪১·৮ | ১০০·৩ | ৪·৬ | ১০৪·৯ |
| ১৯৫৬-৫৭-অৰ পৰা ১৯৬০-৬১ ২য় পৰিকল্পনা | ৯১·৫ | ১৩·৭ | ১০৫·২ | ১০০·০ | ০·২ | ১০০·২ | ১৯১·৫ | ১৩·৯ | ২০৫·৪ |
| ১৯৬১-৬২-ৰ পৰা ১৯৬৪-৬৫ ৩য় পৰিকল্পনাৰ চাৰি বছৰ | ১৯০·৪ | ২৯·৩ | ২১৯·৭ | ২২০·০ | ০·৭ | ২২০·৭ | ১১০·৪ | ৩০·০ | ৪৪০·৪ |

কল্পনাৰ প্ৰথম দশকত যে নিৰ্মাণ কাৰ্য্যত বেচি গুৰুত্ব দিয়া হৈছিল, মূলধন গঠনৰ সূচী খঁহিয়াই চালেই তাৰ প্ৰমাণ পোৱা যায়। প্ৰথম পৰিকল্পনাৰ শেষত নিৰ্মাণ শিতানত ১৯৫০-৫১ চনৰ তুলনাত মূলধন গঠন ১৬০.৮ শতাংশ বৃদ্ধি হয়, অথচ যন্ত্ৰ-সঁজুলি শিতানত মাত্ৰ ২১.৭ শতাংশহে বৃদ্ধি হয়। সেইদৰে দ্বিতীয় পৰিকল্পনাৰ শেষত ১৯৫৫-৫৬ চনৰ তুলনাত নিৰ্মাণত মূলধন গঠনৰ হাৰ ১৪৫.৬ শতাংশ বৃদ্ধি হয়, অথচ যন্ত্ৰ-সঁজুলিত বৃদ্ধি হয় মাত্ৰ ৭৬.২ শতাংশ। ইয়েই প্ৰমাণ কৰে আমাৰ পৰিকল্পনাৰ আসোঁৱাহ।

## জাতীয় আয়ৰ তুলনাত মূলধন গঠন কম

৪নং তালিকাৰপৰা দেখা যায় যে জাতীয় আয়ৰ তুলনাত অসমত মূলধন গঠনৰ পৰিমাণ অতি কম। পৰিকল্পনাৰ প্ৰথম ৯ বছৰত ইয়াৰ পৰিমাণ অতি কম। ইয়াৰ পাচত অথচ কিছু উন্নতি পৰিলক্ষিত হয়। আগতেই কৈ অহা হৈছে যে, মূলধন গঠন অৰ্থনৈতিক উন্নতিৰ প্ৰধান যোগান। কিন্তু অসমত মূলধন গঠনৰ পৰিমাণ অতি সামান্য হোৱা কাৰণে অৰ্থনৈতিক উন্নয়নৰ গতিও অতি মন্থৰ হৈছে। অসমৰ ৰাইজৰ অৰ্থনৈতিক অৱস্থা স্বচ্ছল নোহোৱাৰ উপৰিও ইয়াত সঞ্চয় আৰু বিনিয়োগৰ সুবিধা নাই। ইয়াত যিখিনি আনুষ্ঠানিক সঞ্চয় হয়, সেইখিনিও, (অধিকাংশ) অঞ্চলটোৰ বাহিৰলৈ গুচি যায়। বিনিয়োগৰ সুবিধা নথকাৰ কাৰণে সঞ্চয় আৰু মূলধন গঠন বা বিনিয়োগ দুয়োটাই আশানুৰূপ ভাৱে হোৱা নাই। যিখিনি হৈছে তাকো নিৰ্মাণ কাৰ্য্যত যাৰপৰা ফলপ্ৰসু অৱদান আশা কৰা অসম্ভৱ।

অসম চৰকাৰৰ পৰিসংখ্যা আৰু অৰ্থনীতি বিভাগে যুগুত কৰা তথ্যৰ ভিত্তিত ওপৰৰ আলোচনাখিনি কৰা হৈছে। এইখিনিতে কৈ থোৱা উচিত হ'ব যে এই তথ্যখিনি ব্যাপক নহয় আৰু অসমৰ নিচিনা অসংগঠিত অৰ্থনীতিত নিৰ্ভুল তথ্য সংগ্ৰহ অতি কষ্টকৰ আৰু ব্যয়বহুল। চৰকাৰী খণ্ড আৰু বেচৰকাৰী খণ্ডৰ সংগঠিত

## তালিকা নম্বৰ (৪)

### অসমৰ জাতীয় আয় আৰু মূলধন গঠনৰ পৰিমাণ

( চলিত মূল্যমান হিচাবত )

| বছৰ | অসমৰ জাতীয় আয় | মুঠ মূলধন গঠন | জাতীয় আয়ৰ শতাংশ হিচাবত মূলধন গঠনৰ পৰিমাণ |
|---|---|---|---|
| | | কোটিৰ হিচাবত | শতাংশ হাৰ |
| ১৯৫০-৫১ | ২৫৪.৪ | ১১.৭ | ৪.৬ |
| ১৯৫১-৫২ | ২৯০.৩ | ১১.৫ | ৪.০ |
| ১৯৫২-৫৩ | ২৬১.২ | ১৩.৮ | ৫.৩ |
| ১৯৫৩-৫৪ | ২৬৭.৫ | ১২.৮ | ৪.৮ |
| ১৯৫৪-৫৫ | ২৮০.৭ | ৮.০ | ২.৯ |
| ১৯৫৫-৫৬ | ২৭৪.০ | ২১.৫ | ৭.৮ |
| ১৯৫৬-৫৭ | ৩০৩.২ | ২১.৮ | ৭.২ |
| ১৯৫৭-৫৮ | ৩০৮.৪ | ২০.২ | ৬.৫ |
| ১৯৫৮-৫৯ | ৩৩৯.১ | ২০.৫ | ৬.০ |
| ১৯৫৯-৬০ | ৩৪৫.২ | ৩১.৩ | ৯.১ |
| ১৯৬০-৬১ | ৩৬৩.৫ | ৫১.৫ | -১৪.২ |
| ১৯৬১-৬২ | ৩৯৩.৩ | ৬৫.৯ | ১৬.৭ |
| ১৯৬২-৬৩ | ৩৯৯.০ | ১০০.৪ | ২৫.২ |
| ১৯৬৩-৬৪ | ৪৫৩.৪ | ১১০.৯ | ২৪.৫ |
| ১৯৬৪-৬৫ | ৫১৩.৮ | ৭৫.০ | ১৪.৬ |

বিভাগৰ তথ্য নিৰ্ভৰযোগ্য। কিন্তু কৃষি খণ্ডৰ মূলধন গঠন প্ৰায়ে অসম্ভৱ আৰু যিহেতু অসমত কৃষি খণ্ডই প্ৰধান অৰ্থনৈতিক কাৰ্য্যৰ ভেটি, এই খণ্ডত গঠন হোৱা মূলধনৰ পৰিমাণ নিশ্চয় কৰিব নোৱাৰিলে প্ৰকৃত অৱস্থাৰ আভাস পোৱা নহয়, আকৌ নিৰ্মাণ কাৰ্য্যত যি মূলধন গঠন হৈছে, ইও প্ৰকৃত কাৰ্য্যৰ আভাস নিদিয়ে। ৰাস্তা, দলং, ঘৰ আদিত বিনিয়োগ সুকীয়াকৈ দেখুৱাব পৰা হলে প্ৰকৃত অৱস্থা বিশ্লেষণ কৰাত সুবিধা হ'লহেঁতেন। অনুন্নত অঞ্চলৰ মানুহৰ এটা প্ৰধান লক্ষণ হৈছে যে, সুবিধা পালেই অৰ্থাৎ আয় বৃদ্ধি হলেই সাধাৰণতে স্থাৱৰ সম্পত্তিত বিনিয়োগ কৰে। অসমৰ মানুহৰো এই সম্পত্তি প্ৰৱণতা অতি প্ৰৱল। গতিকে কিমান পৰিমাণ জাতীয় আয় এনে অস্থাৱৰ সম্পত্তিত বিনেয়োগ হৈছে তাৰ সমীক্ষা হাতত ললে, ভৱিষ্যতত আঁচনি যুগুত কৰিবলৈ সুবিধা হয়। আমি স্বীকাৰ কৰোঁ যে পৰিসংখ্যা বিভাগে যুগুত কৰা তথ্য সম্পূৰ্ণ নিৰ্ভুল নহয় আৰু চলিত মূল্যমান হিচাবত যুগুত কৰা কাৰণে ই প্ৰকৃত অৱস্থাৰ সন্ধান দিব পৰা নাই। তথাপিও ই সঞ্চয় বিনিয়োগৰ যি সম্ভেদ দিছে, তাৰপৰাই ভৱিষ্যৎ আঁচনি যুগুত কৰাত বহুতো সহায়ক হ'ব বুলি আমাৰ ধাৰণা।

———

# অসমৰ জনসংখ্যা (১৯৭১)

১৯৭১ চনৰ জন পিয়ল শেষ হৈছে আৰু এই পিয়লৰ অস্থায়ী হিচাপ প্ৰকাশিত হৈছে। অস্থায়ী হিচাপ মতে অসমৰ সৰ্ব্বমুঠ জনসংখ্যা হৈছে ১,৪৯,৫২,১০৮ জন। ১৯৭১ চনৰ পিয়লত 'মেঘালয়'ক অসমৰ পৰা বাদ দিয়া হৈছে। এই পিয়লত বৰ্ত্তমান ১০ খন জিলা, যেনে গোৱালপাৰা, কামৰূপ, দৰং, লক্ষীমপুৰ, নগাওঁ, শিৱসাগৰ, মিকিৰ পাহাৰ, নৰ্থ কাছাৰ হিলচ্, কাছাৰ, মিজো হিলচ্ আৰু খাছীয়া জয়ন্তীয়া পাহাৰৰ অসমৰ ভিতৰত থকা অংশ, যেনে জেইল ৰ'ড, পুলিচ বজাৰ আৰু ইউৰোপীয়ান ৱাৰ্ড আৰু শ্বিলং কেণ্টন্‌মেণ্টৰ জনসংখ্যাহে অন্তৰ্ভুক্ত হৈছে। ১৯৬১ চনৰ পিয়ল মতে অসমৰ জনসংখ্যা আছিল ১,১১,২৭,৯৩৯ জন। গতিকে ১৯৬১–৭১ দশকৰ ভিতৰত অসমৰ জনসংখ্যা ৩৮,২৪,১৬৮ জন বা ৩৪.১৭ শতাংশ হাৰত বৃদ্ধি হৈছে। ইয়াৰ আগৰ দশকত ( ১৯৫১-৬১ ) অসমত জনসংখ্যা বৃদ্ধিৰ হাৰ আছিল ৩৫.০৬ শতাংশ। জনসংখ্যা বৃদ্ধিৰ হাৰৰ পৰা এটা কথা পৰিষ্কাৰ হৈ ওলাই পৰিছে যে হয়তো পৰিয়াল পৰিকল্পনা আঁচনি ফলপ্ৰসূভাৱে কাৰ্য্যকৰী হোৱা নাই। নতুবা অন্যান্য কাৰণবশতঃ যেনে, বহিৰাগতৰ সোঁতে অসমৰ জনসংখ্যা বৃদ্ধিৰ হাৰ ওফোন্দাই ৰাখিছে।

অসমৰ সৰ্ব্বমুঠ ১,৪৯,৫২,১০৮ জন মানুহৰ ভিতৰত ৭৮,৬৩,৭২৬ জন মুনিহ আৰু ৭০,৮৮,৩৮৩ জনী তিৰোতা। ইয়াৰ পৰা বুজা যায়

যে অসমত তিৰোতাতকৈ মুনিহৰ সংখ্যা অধিক। প্ৰতি এহেজাৰ মুনিহৰ তুলনাত তিৰোতাৰ সংখ্যা হৈছে ৯০১ জনী। আগৰ দশকত প্ৰতি হাজাৰ মুনিহৰ তুলনাত তিৰোতাৰ সংখ্যা হৈছে ৮৭১ জন। ১৯৬১-৭১ চনৰ দশকত মুনিহ তিৰোতা দুয়োৰে পৃথকভাৱে বৃদ্ধিৰ হাৰ হৈছে ক্ৰমাম্বয়ে ৩২.২৪ আৰু ৩৬.৮১ শতাংশ। ইয়াৰ আগৰ দশকত এই বৃদ্ধিৰ হাৰ আছিল ক্ৰমে ৩৫.০৩ আৰু ৩৫.০৯ শতাংশ। খাচীয়া জয়ন্তীয়া পাহাৰ পিয়লৰ পৰা বাদ দিয়া সত্বেও তিৰোতাৰ বৃদ্ধিৰ হাৰ বেচি হোৱাটো ভাবিবলগীয়া বিষয়। চিকিৎসা ব্যৱস্থা উন্নত আৰু বিস্তৃত হোৱাৰ কাৰণে প্ৰসূতি মৃত্যুৰ হাৰ কম হৈছে। কিন্তু ইয়াৰ কাৰণে তিৰোতাৰ বৃদ্ধিৰ হাৰ বেচি হোৱা সম্ভৱ নহয়। গতিকেই অসমত জনসংখ্যা বৃদ্ধিত প্ৰধান অৰিহনা যোগোৱা বহিৰাগতৰ আগমনেই এই তিৰোতাৰ সংখ্যা বৃদ্ধি হোৱাৰো প্ৰধান কাৰণ বুলি আমি ভাবো। আগতে জীৱিকা নিৰ্ব্বাহ বা অৰ্থ উপাৰ্জনৰ কাৰণে অকল মুনিহ আহিছিল, কিন্তু ১৯৬১-৭১ চনৰ পিয়লে মুনিহ তিৰোতা উভয়েই অহাৰ ইঙ্গিত দিয়ে।

১৯৬১ আৰু ১৯৭১ৰ দুয়োটা পিয়লতেই কামৰূপ জিলা অসমৰ আটাইতকৈ বেচি জনসংখ্যা থকা জিলা বুলি প্ৰমাণিত হৈছে। অসমৰ আটাইতকৈ কম জনসংখ্যা থকা জিলাখন হৈছে নৰ্থ কাছাৰ হিলচ্। ৩নং বেটুপাতৰ তালিকাত প্ৰতিখন জিলাৰে সৰ্ব্বমুঠ জনসংখ্যা, মুনিহ তিৰোতাৰ সংখ্যা, আৰু বৃদ্ধিৰ হাৰ দেখুওৱা হৈছে।

সেই তালিকাৰ পৰা দেখা যায় যে মিকিৰ পাহাৰ জিলাৰ জনসংখ্যা বৃদ্ধিৰ হাৰ আটাইতকৈ বেচি (৬৭.৪৯ শতাংশ)। কিন্তু তথাপিও সৰ্ব্বমুঠ জনসংখ্যা বৃদ্ধিৰ পৰিমাণ হৈছে মাত্ৰ ১৫২,৩৫১ জন। অন্যহাতে কামৰূপত যদিও বৃদ্ধিৰ হাৰ ৩৮.৯৪ শতাংশ, ইয়াত ১৯৬১ চনতকৈ ৮,০৩,১৩৪ জন লোক বৃদ্ধি হৈছে। সৰ্ব্বমুঠ জনসংখ্যা বৃদ্ধিত গোৱালপাৰা জিলাই দ্বিতীয় স্থান অধিকাৰ কৰিছে। ইয়াত ৬৭৬,৭৫২ জন লোক বৃদ্ধি হৈছে। মিজো পাহাৰ জিলাত

প্ৰতি হাজাৰ মুনিহৰ অনুপাতত তিৰোতাৰ সংখ্যা বেচি। ইয়াৰ পিচতেই গোৱালপাৰা জিলা। ইয়াত তিৰোতাৰ সংখ্যা প্ৰতি হাজাৰত ৯৩০। মিজো পাহাৰত জনসংখ্যা বৃদ্ধিৰ হাৰ সৰ্ব্বনিম্ন। ইয়াৰ পিচতেই শিৱসাগৰ। এই দুইখন জিলাৰ জনসংখ্যা বৃদ্ধিৰ হাৰৰ পৰা অসমৰ ইমান বৃহৎ জনসংখ্যা বৃদ্ধিৰ হাৰ হোৱাৰ কাৰণ অনুশীলন কৰিব পাৰি। মিজো পাহাৰ আৰু শিৱসাগৰ জিলাত বহিৰাগত লোকৰ সংখ্যা খুব কম; গতিকে ইয়াত জনসংখ্যা বৃদ্ধিৰ হাৰো কম। অন্য জিলা কেইখনত বাহিৰৰ পৰা অহা মানুহৰ কাৰণেই জনসংখ্যা বৃদ্ধিৰ হাৰ ইমান বেচি হৈছে। অসমৰ জিলা কেইখনৰ ভিতৰত নগাওঁ আটাইতকৈ ঘন বসতিপূৰ্ণ জিলা। ইয়াত প্ৰতিবৰ্গ কিলোমিটাৰত বসতি কৰা মানুহৰ সংখ্যা হৈছে ৩০২ জন। ইয়াৰ পিচতেই কামৰূপ। ইয়াত প্ৰতি বৰ্গ কিলোমিটাৰত থকা মানুহৰ সংখ্যা হৈছে ২৯১ জন। গোটেই অসমত প্ৰতি কিলোমিটাৰত ১৯৭১ চনৰ পিয়ল মতে ১৫০ জন লোক বাস কৰে। ১৯৬১ চনত ইয়াৰ সংখ্যা আছিল ১১২ জন।

## নগৰ আৰু নগৰীয়া লোকৰ সংখ্যা

১৯৭১ চনৰ পিয়লতো অসমৰ গ্ৰাম্য প্ৰাধান্যতা অতি পৰিষ্কাৰ-ভাৱে প্ৰমাণিত হৈছে। এই পিয়ল মতে কেৱল ৮.৩৯ শতাংশ মানুহ নগৰীয়া অঞ্চলত বাস কৰে আৰু বাকী ৯১.৬১ শতাংশ গাঁৱলীয়া অঞ্চলৰ বাসিন্দা। ১৯৬১ চনৰ পিয়ল অনুসৰি অসমত ৭.৩৭ শতাংশ নগৰীয়া অঞ্চলত আৰু ৯২.৬৩ শতাংশ গাঁৱলীয়া অঞ্চলত বাসকৰা মানুহ আছিল। ১৯৬১.৭১ দশকত নগৰীয়া অঞ্চলৰ মানুহৰ সংখ্যা যদিও ৫৩.০৩ শতাংশ হাৰত বৃদ্ধি হৈছে, সৰ্ব্বমুঠ ৰাজ্যৰ জনসংখ্যাৰ অনুপাতত এই বৃদ্ধিৰ হাৰ হৈছে মাত্ৰ এক শতাংশহে ১৯৭১ চনৰ পিয়ল অনুসাৰে অসমত মুঠ ৭৫ খন টাউন বা চহৰীয়া অঞ্চল আছে। ইয়াৰে ১৯ খনক

১৯৬১ চনৰ পিয়লৰ পিচত নগৰীয়া অঞ্চল বুলি স্বীকৃতি দিয়া। ১৯৭১ চনৰ পিয়লৰ মতে গোৱালপাৰা, দৰং আৰু মিজো পাহাৰত নগৰীয়া জনসংখ্যাৰ পৰিমাণ বেচি হৈছে। এনে হোৱাৰ কাৰণ হৈছে যে নতুন নতুন অঞ্চল নগৰীয়া বুলি স্বীকৃতি দিয়া হৈছে বা নগৰীয়া অঞ্চল বুলি ধৰি লোৱা হৈছে। ১৯৭১ ৰ পিয়ল মতে মাত্র গুৱাহাটী চহৰেহে প্রথম শ্রেণীৰ চহৰৰ স্থান পাইছে। ইয়াৰ জনসংখ্যা এক লাখৰ অধিক। ১৯৫১-৬১ চনৰ ভিতৰত গুৱাহাটী চহৰৰ জনসংখ্যাৰ বৃদ্ধি চমকপ্রদ। এই দশকত গুৱাহাটীৰ আয়তন ৭.৭৭ বর্গ কিলোমিটাৰৰ পৰা ১৪.২৪ বর্গ কিলোমিটাৰলৈ বৃদ্ধি হয় আৰু জনসংখ্যা ১৩০.৯৪ শতাংশ হাৰত বৃদ্ধি হৈছিল। সর্বমুঠ হিচাপত এই দশকত গুৱাহাটীৰ জনসংখ্যা ৫৭,০৯২ জন বৃদ্ধি হয়। ১৯৬১-৭১ দশকত গুৱাহাটীৰ জনসংখ্যা বৃদ্ধিৰ হাৰ হৈছে ২২.১২ শতাংশ আৰু সর্বমুঠ সংখ্যা বৃদ্ধি হৈছে ২২,২৭৪ জন। ১৯৭১ চনৰ পিয়ল অনুসাৰে তিনিচুকীয়া, নগাওঁ, শিলচৰ দ্বিতীয় শ্রেণীৰ নগৰ বুলি স্বীকৃতি পাইছে। গতিকে ডিব্রুগড়ক ধৰি অসমত এতিয়া ৪ খন দ্বিতীয় শ্রেণীৰ নগৰ হল।

আমি আগতেই উনুকিয়াই আহিছো যে ১৯৬১-৭১ দশকত অসমত সর্বমুঠ জনসংখ্যা ৩৪.৩৭ শতাংশ হাৰত বৃদ্ধি হৈছে।

## শিক্ষিতৰ সংখ্যা

১৯৬১-৭১ দশকত অসমত শিক্ষিত লোকৰ সংখ্যা ৪০.৯ শতাংশ হাৰত বৃদ্ধি হৈছে। কিন্তু এই হাৰত শিক্ষিতৰ সংখ্যা বৃদ্ধি হোৱা সত্বেও সর্বমুঠ জনসংখ্যাৰ তুলনাত শিক্ষিতৰ সংখ্যা হৈছে কেৱল ২৮.৮। ১৯৬১ চনত ইয়াৰ পৰিমাণ আছিল ২৭.৫। এই ১.৩ শতাংশ বৃদ্ধিৰ কাৰণ হৈছে শিক্ষিত তিৰোতাৰ সংখ্যা বৃদ্ধি হোৱাৰ কাৰণে। ১৯৬১ চনৰ পিয়ল মতে শিক্ষিত মহিলাৰ সংখ্যা আছিল

১৫·৭ শতাংশ। ১৯৭১ চনত ইয়াৰ সংখ্যা হৈছে ১৮·৯ শতাংশ। দুয়োটা পিয়লতেই শিক্ষিত পুৰুষৰ সংখ্যা প্ৰায় সমান, অৰ্থাৎ ৩৭·৭ শতাংশ। অসমৰ আটাইতকৈ বেচি শিক্ষিত জিলা কেইখন হৈছে মিজো হিলচ্, শিৱসাগৰ আৰু কাছাৰ। আমি তলৰ তালিকাত বিভিন্ন জিলাৰ শিক্ষিতৰ হিচাপ দেখুৱাইছো।

| জিলা | সৰ্বমুঠ জনসংখ্যাৰ তুলনাত শিক্ষিতৰ সংখ্যা (শতাংশ হিচাপত) | পুৰুষ | মহিলা |
|---|---|---|---|
| অসম | ২৮·৮ | ৩৭·৭ | ১৮·৯ |
| গোৱালপাৰা | ২২·০ | ৩০·৬ | ১২·৭ |
| কামৰূপ | ২৯·২ | ৩৯·২ | ১৮·০ |
| দৰং | ২৩·৪ | ৩১.২ | ১৪·৫ |
| লক্ষীমপুৰ | ২৯·৭ | ৩৮·৫ | ১৯·৬ |
| নগাওঁ | ২৯·০ | ৩৭·৫ | ১৯·৬ |
| শিৱসাগৰ | ৩৬·৮ | ৪৫·১ | ২৭·৪ |
| মিকিৰ পাহাৰ | ১৯·১ | ২৭·৬ | ৯·৫ |
| নৰ্থ কাছাৰ হিলচ্ | ২৬·২ | ৩৪·৬ | ১৬·৩ |
| কাছাৰ | ৩০·৩ | ৪০·৪ | ১৯·৪ |
| মিজো হিলচ্ | ৫০·৯ | ৫৯·৫ | ৪২·৫ |

ওপৰৰ তালিকাৰ পৰা দেখা যায় যে অসমত শিক্ষা বিস্তাৰ এতিয়াও আশানুৰূপ হোৱা নাই। মিকিৰ হিলচ্, গোৱালপাৰা, দৰং আদি জিলা শিক্ষা বিষয়ত এতিয়াও অতি পিচপৰা। আকৌ নগাওঁ, নৰ্থ কাছাৰ জিলা, কামৰূপ, লক্ষীমপুৰ আদি জিলাতো শিক্ষা বিস্তাৰ যথোপযুক্তভাৱে হোৱা নাই। মহিলা শিক্ষাৰ সম্পৰ্কত মিকিৰ হিলচ অতি পিচপৰা। ইয়াৰ পিচতে গোৱালপাৰা আৰু দৰং।

**কৰ্ম্মৰত মানুহৰ সংখ্যা**

১৯৭১ চনৰ পিয়লৰ মতে অসমত কৰ্ম্মৰত মানুহৰ সংখ্যা অতি দ্রুত লগাভাৱে কম। ১৯৬১ চনৰ পিয়লৰ মতে অসমত সৰ্ব্বমুঠ মানুহৰ শতকৰা ৪২·৬ ভাগ কৰ্ম্মৰত বুলি প্রকাশিত হৈছিল। কিন্তু ১৯৭১ চনৰ পিয়লত কৰ্ম্মৰত মানুহৰ সংখ্যা হৈছে ২৮·৬ শতাংশ। কৰ্ম্মৰত মানুহৰ সংখ্যা কম হোৱাৰ প্রধান কাৰণ হৈছে তিৰোতা কৰ্ম্মীৰ সংখ্যা কম হোৱাৰ বাবে। ১৯৬১ চনৰ পিয়ল অনুসাৰে মুঠ জনসংখ্যাৰ ২৯·৮ শতাংশ মহিলা কৰ্ম্মৰত আছিল। ১৯৭১ চনৰ পিয়ল অনুসাৰে কৰ্ম্মৰত তিৰোতাৰ সংখ্যা হৈছে মাত্র ৬·২ শতাংশ। আকৌ কৰ্ম্মৰত পুৰুষৰ সংখ্যাও ১৯৬১ চনৰ পিয়লৰ ৫৩·৮ শতাংশৰ পৰা ১৯৭১ চনত ৪৮·৯ শতাংশলৈ কমি আহে।

অসমত কৰ্ম্মৰত মানুহৰ সংখ্যা কম হৈ যোৱাটো এটা কৌতূহলপূৰ্ণ সমস্যা। তিৰোতা কৰ্ম্মীৰ সংখ্যা কম হোৱাৰ কাৰণেই কৰ্ম্মৰত মানুহৰ সংখ্যা কম হৈছে বুলি প্রতিবেদনত কোৱা হৈছে। আগেয়ে যিবোৰ তিৰোতাই অৰ্থনৈতিকভাৱে লাভবান হব নোৱাৰা কামত লাগি আছিল, যেনে ঘৰুৱা কাম, তাঁত বোৱা কাম ইত্যাদি সেইবোৰকো ১৯৬১ চনৰ পিয়লত কৰ্ম্মৰত বুলি অভিহিত কৰা হৈছিল। ১৯৭১ চনৰ পিয়লত এই সংজ্ঞা সলনি কৰা হৈছে আৰু যি কামৰ পৰা অৰ্থনৈতিকভাৱে লাভবান হোৱাৰ সম্ভাৱনা নাই, তেনে কামত নিযুক্ত হৈ থকা মানুহক এইবাৰৰ পিয়লত কৰ্ম্মৰত সংজ্ঞাৰ পৰা বাদ দিয়া হৈছে। সি যি কি নহওক, কৰ্ম্মৰত মানুহৰ সংখ্যা নিম্নগামী হোৱা আশঙ্কাৰ বিষয়। কিয়নো যদিহে শতকৰা ২৮·৬ ভাগ মানুহে বাকী ৭১·৪ ভাগ মানুহক পোহ-পাল দিব লগা হয়, তেন্তে এনে অৱস্থাত সঞ্চয়ৰ স্থল একেবাৰে নাথাকিব। এনে অৱস্থাৰ আমুল পৰিবৰ্ত্তন নহলে আমাৰ ভৱিষ্যৎ একেবাৰে অন্ধকাৰ। মুঠতে মানুহৰ পৰিসংখ্যাই এটা কথা সুস্পষ্ট কৰাৰ ইঙ্গিত দিছে যে অসমত নিবনুৱাৰ সংখ্যা দ্রুত গতিত বৃদ্ধি হৈছে আৰু এই বৃহৎ সংখ্যক নিবনুৱাই অসমৰ অৱস্থা শঙ্কাজনিত কৰি তুলিছে।

# অসমত জনসংখ্যা বৃদ্ধিৰ অন্তৰালত

কটন কলেজৰ প্ৰাণী-তত্ত্ব বিজ্ঞান বিভাগৰ চৌহদৰ দেৱালত কোনোবাই লিখি থৈছে "অসমীয়া পৰিয়াল সঙ্কোচন বন্ধ কৰক।" লাচিত সেনাৰ নামত কোনোবা যুৱকে এই কথাষাৰি লিখিছে। অসমত, লগে লগে সমগ্ৰ ভাৰততে যিদৰে জনসংখ্যা বৃদ্ধি হৈছে, তালৈ লক্ষ্য কৰিলে উপৰোক্ত কথাষাৰি কোনোবা অসুস্থ মস্তিষ্কৰ প্ৰলাপ যেন লাগে। কিন্তু অসমত বৃদ্ধি হোৱা জনসংখ্যাৰ প্ৰকৃত বিশ্লেষণ কৰিলে, এই কথাষাৰিৰ যুক্তি-যুক্ততা প্ৰমাণিত হয়। এইটো কথা সঁচা যে অসমত জনসংখ্যা খুব দ্ৰুত গতিৰে বৃদ্ধি হৈছে আৰু ইয়াত জনসংখ্যা বৃদ্ধিৰ হাৰ সৰ্বভাৰতীয় বৃদ্ধিৰ হাৰতকৈ বেচি। কিন্তু এই বৃদ্ধিৰ অন্তৰালৰ এনে কিছুমান কথা লুকাই আছে, যিবোৰ ফঁহিয়াই চালে দেখা যায় যে প্ৰকৃততে অসমত জনসংখ্যা বৃদ্ধি হৈছে জন্ম বৃদ্ধি হোৱাৰ কাৰণে নহয়, অন্য কিছুমান কাৰণতহে।

## পিয়লৰ বিশ্লেষণ

১৯০১ চনৰ পৰা ১৯৬১ চনলৈকে যি কেইটা গণ-পিয়ল হৈছে এই আটাইকেইটাৰ প্ৰতিবেদন কেইখনত অসমত আশঙ্কাজনিত ভাৱে জনসংখ্যা বৃদ্ধিৰ ইঙ্গিত পোৱা যায়। ১৯০১ চনত অসমৰ সৰ্বমুঠ জনসংখ্যা আছিল ৩৭১২৬৩৮ জন। ১৯১১ চনত ইয়াৰ সংখ্যা হয় ৪৩৩৩৪২৬ জন। ১৯২১ চনত অসমৰ জনসংখ্যা হয়

৫১,৫৭৭৮৯ জন; ১৯৬১ চনত ৬১,৬৫৬১২ জন, ১৯৪১ চনত ৭৪০৩৯৬ জন; ১৯৫১ চনত ৮৮৩০৭৩২ জন আৰু ১৯৬১ চনত ১১৮৭২৭৭২ জন। ইয়াৰ পৰা দেখা যায় যে, প্ৰথম দশকত অসমৰ জনসংখ্যা ১৬·৭৩ শতাংশ, তাৰ পিচৰ দশকত ১৯·০১ শতাংশ, তাৰ পিচৰ দশকত ১৯·৫৪ শতাংশ, তাৰ পিচৰ দশকত ২০·০৮ শতাংশ; তাৰ পিচৰ দশকত ১৯·২৮ শতাংশ আৰু শেষৰ দশকত ৩৪·৪৫ শতাংশ হাৰে বৃদ্ধি হৈছে। এই আটাইকেইটা দশকতে অসমৰ জনসংখ্যা বৃদ্ধিৰ হাৰ সৰ্বভাৰতীয় জনসংখ্যা বৃদ্ধিৰ হাৰতকৈ আৰু অন্য প্ৰদেশৰ জনসংখ্যা বৃদ্ধিৰ হাৰতকৈ বেচি। শেষৰ দশকত (১৯৫১-৬১) সৰ্বভাৰতীয় জনসংখ্যা বৃদ্ধিৰ হাৰ আছিল ২১·৫০ শতাংশ, কিন্তু অসমৰ ক্ষেত্ৰত আছিল ৩৪·৪৫ শতাংশ। গতিকে অসমৰ জনসংখ্যা বৃদ্ধিৰ হাৰ সঁচাকৈয়ে আশঙ্কাজনিত আৰু যদিহে এই হাৰত অসমত জনসংখ্যা বৃদ্ধি হৈ থাকে, তেন্তে অসমৰ অৰ্থনৈতিক পৰিস্থিতি সুস্থিৰ, সবল কৰা কঠিন হৈ উঠিব।

গতিকেই আমাৰ চৰকাৰে পৰিয়াল পৰিকল্পনা আঁচনি কাৰ্য্যকৰী কৰাত উঠিপৰি লাগি গৈছে আৰু ইতিমধ্যে বহুত সংখ্যক লোকৰ প্ৰজনন ক্ষমতা বিলুপ্ত কৰাত সাফল্য অৰ্জন কৰিছে। কিন্তু অতি পৰিতাপৰ বিষয় যে এতিয়ালৈকে অসমত ইমান বেচি হাৰত জনসংখ্যা বৃদ্ধি হোৱাৰ কাৰণ কি তাক নিৰ্ণয় কৰিবলৈ, কোনো অধ্যয়ন বা কমিটী আদিৰ ব্যৱস্থা কৰা নহ'ল। অসম চৰকাৰে গণ পিয়লৰ প্ৰতিবেদনত দৰ্শোৱা কাৰণবোৰকে ধ্ৰুব সত্য বুলি স্বীকাৰ কৰি কেন্দ্ৰীয় চৰকাৰৰ নিৰ্দেশ আৰু অৰ্থসাহায্যৰ সদ্ব্যৱহাৰ কৰি নিজৰ অস্তিত্ব বিলুপ্ত কৰাত আগবাঢ়ি গৈছে।

আমি ইয়াত উল্লেখ কৰা গণ পিয়লৰ প্ৰথম দশকত (১৯০১-১১) অসমৰ জনসংখ্যা ৬·৬৮ লাখ বৃদ্ধি হয়; অৰ্থাৎ এই সময়ত জনসংখ্যা বৃদ্ধিৰ হাৰ আছিল ১৬·১ শতাংশ। এই সময়ছোৱাত কলা-আজাৰ ইত্যাদিৰ নিচিনা বেমাৰৰ প্ৰকোপ থকা সত্ত্বেও জনসংখ্যা বৃদ্ধি হয়

আৰু ই এনে হোৱাৰ প্ৰধান কাৰণ হৈছে অসমৰ বাহিৰৰপৰা অহা মানুহ। চাহ-শিল্পৰ কাৰণে অনা বনুৱা আৰু পূবৱঙ্গৰপৰা অহা মুছলমান, এই দুয়োবিধ বহিৰাগতৰ কাৰণেই এই সময়ত জনসংখ্যা বৃদ্ধি অন্য প্ৰদেশতকৈ বেচি আছিল। ইয়াৰ পিচৰ দশকত অসমলৈ ৭.৬৯ লাখ চাহ বনুৱা আৰু অসংখ্য পুবৱঙ্গৰ মুছলমান আৰু নেপালী মানুহ আহে। এই সময়ছোৱাত বৃদ্ধি হোৱা জনসংখ্যাৰ ৮.৩ লাখৰ প্ৰায় আধাখিনিয়েই বহিৰাগত মানুহ। ইয়াৰ পিচৰ দশকতো চাহ শিল্পৰ কাৰণে প্ৰায় ৪ লাখৰো অধিক বনুৱা অসমলৈ অনা হয়। ইয়াৰ উপৰিও পূবৱঙ্গৰ মুছলমান আৰু নেপালী মানুহ আছেই। এই সময়ছোৱাত বহিৰাগত সংখ্যা বৃদ্ধি হোৱা জন সংখ্যাৰ মাত্ৰ ১০ শতাংশই বুলি উল্লেখ কৰা হৈছে যদিও, প্ৰকৃত পক্ষে বহিৰাগতৰ সংখ্যা বহুতো বেচি হ'ব বুলি ধৰি লোৱাৰ বহুতো কাৰণ আছে। কিয়নো পূবৱঙ্গৰপৰা অহা মুছলমান মানুহবিলাকে গোৱালপাৰা, কামৰূপ, নগাঁও সম্পূৰ্ণ অধিকাৰ কৰাৰ পিচত দৰং আৰু উত্তৰ লক্ষীমপুৰ জিলা দুখনতো প্ৰৱেশ কৰাৰ প্ৰমাণ পোৱা যায়। গতিকে এনে অৱস্থাত বহিৰাগতৰ দ্বাৰা জনসংখ্যা বৃদ্ধি হোৱা অমূলক বুলি কোৱা সত্যৰ অপলাপৰ বাহিৰে অন্য একো নহয়। ইয়াৰ পিচৰ দশকত জনসংখ্যা বৃদ্ধিৰ হাৰ আছিল ১৯.৯ শতাংশ। ইয়াৰ কাৰণো স্বাভাৱিক জনসংখ্যা বৃদ্ধি; পূবৱঙ্গৰ মুছলমান, নেপালী আৰু চাহ শ্ৰমিক আৰু কলা আজাৰ আদিৰ নিচিনা মহামাৰী নোহোৱা বুলি অভিহিত কৰা হৈছে। কিন্তু ইয়াৰ পিচৰ দশকত জনসংখ্যা বৃদ্ধিৰ হাৰ কিছু কমি ১৭.৪ শতাংশ হয়। ১৯৫১-৬১ চনৰ সময়ছোৱাত অসমৰ জনসংখ্যা বৃদ্ধি হয় ৩৪.৪৫ শতাংশ হিচাবে। এই সময়ছোৱাত সৰ্বভাৰতীয় জনসংখ্যা বৃদ্ধিৰ হাৰ আছিল ২১.৫০ শতাংশ। এইখিনিতে মন কৰিব লগীয়া যে শেষৰ দশকত জনসংখ্যা বৃদ্ধিৰ হাৰ ইয়াৰ আগৰ দশকতকৈ প্ৰায় দুগুণ বৃদ্ধি হয়। আৰু এনে হোৱাৰ কাৰণ স্বাভাৱিক জন্ম বৃদ্ধিৰ হাৰ বেচি হোৱা

বুলি ক'লে পতিয়ন যাবলৈ টান হয়। অসমত জনসংখ্যা বৃদ্ধি হোৱাৰ প্ৰকৃত কাৰণ হৈছে, কাকতি ফৰিঙৰ দৰে জাকে জাকে ভূমি আকলুৱা আৰু উপাৰ্জনৰ পথ বিচাৰি অহা মানুহবোৰ, আৰু স্বাভাৱিক জন্মৰ হাৰ বৃদ্ধি হোৱাটো নহয়।

## আত্মঘাতী নীতি

আমি ওপৰত উন্নুকিয়াই আহিছোঁ যে অসম চৰকাৰে সৰল শিশুৰ দৰে জনসংখ্যা পিয়ল চুপাৰিণ্টেণ্ডেণ্টৰ প্ৰতিবেদনত দেখুৱা জনসংখ্যা বৃদ্ধিৰ কাৰণবোৰ ধ্ৰুব সত্য বুলি মানি লৈছে আৰু জনসংখ্যা বৃদ্ধি হ্ৰাস কৰিবলৈ জন্ম নিৰোধৰ নানান উপায় অৱলম্বন কৰিছে। এই নীতিটো যে আত্মঘাতী নীতি ই নিঃসন্দেহ। কিয়নো অসমত জন্মৰ হাৰ ভাৰতৰ অন্য প্ৰদেশতকৈ বেচি নহয়, যদিও ইয়াৰ জনসংখ্যা বৃদ্ধিৰ হাৰ অন্য প্ৰদেশতকৈ বহুতো বেচি। আমি তলত অসমত জন্মৰ হাৰ দেখুৱাইছোঁ।

১৯২১-২৫ চনৰ ভিতৰত অসমৰ জন্মৰ হাৰ প্ৰতি হাজাৰত ২৭.৯ আছিল; ১৯২৬-৩০ চনৰ ভিতৰত জন্মৰ হাৰ আছিল প্ৰতি হাজাৰত ২৬.৯; ১৯৩১–৩৫ৰ সময়ছোৱাত প্ৰতি হাজাৰত ২৬.৫, ১৯৩৬-৪০ অত ২৫.২; ১৯৪১-৪৫ অত প্ৰতি হাজাৰত ১৮.৮ আৰু ১৯৪৬-১৯৫০ ভিতৰত প্ৰতি হাজাৰত ১৫.৫। কিন্তু ১৯৬১ চনৰ পিয়লত কোৱা হৈছে যে ১৯৫১-৬১ ভিতৰত অসমত জন্মৰ হাৰ আছিল প্ৰতি হাজাৰত ৪৯। ১৯২১ চনৰপৰা ১৯৫০ চনলৈকে অসমত জন্মৰ হাৰ ক্ৰমাৎ কমি অহা পৰিলক্ষিত হৈছে, কিন্তু হঠাতেই ইয়াৰ পিচত জন্মৰ হাৰ কেনেকৈ তিনি গুণতকৈ বেচি হব পাৰে আমাৰ বোধগম্য নহয়। গতিকে এই পিয়লৰ প্ৰতিবেদনৰ সত্যতাত আমাৰ আস্থা নথকাৰ যথেষ্ট কাৰণ আছে।

আমি ইয়াত অসমৰ জন্মৰ হাৰ অন্য প্ৰদেশৰ জন্মৰ হাৰৰ লগত তুলনা কৰি দেখুৱাইছোঁ। আমাৰ হাতত বৰ্তমান সময়ত পৰিসংখ্যা নথকাৰ কাৰণে ১৯৪৮ চনৰ পৰিসংখ্যা দেখুৱাইছোঁ।

## ভাৰতৰ অন্যান্য ৰাজ্যৰ লগত অসমৰ তুলনা

১৯৪৮ চনত ভাৰতৰ সামগ্ৰিক জন্মৰ হাৰ প্ৰতি হাজাৰত আছিল ২৫.৫। এই বছৰত অন্য কেইখনমান প্ৰদেশৰ জন্মৰ হাৰ আছিল এনে ধৰণৰ।

| | | |
|---|---|---|
| অসম | প্ৰতি হাজাৰত | ১৫.২ |
| বিহাৰ | ,, | ১৮.৬ |
| উৰিষ্যা | ,, | ২৭.৫ |
| উত্তৰ প্ৰদেশ | ,, | ২১.০ |
| মাদ্ৰাজ | ,, | ৩১.০ |
| বম্বে | ,, | ৩৩.৯ |
| মধ্যপ্ৰদেশ | ,, | ৩৩.৬ |
| পঞ্জাব | ,, | ২৯.৩ |

মন কৰিব লগীয়া যে এই সময়ছোৱাত উত্তৰ-পশ্চিম-মধ্য ইউৰোপৰ জন্মৰ হাৰ আছিল প্ৰতি হাজাৰত ১৭। আনকি আমেৰিকা, কানাডা আদিতো জন্মৰ হাৰ ১৭ আছিল। দক্ষিণ ইউৰোপত ২৩ আৰু জাপানত ২৮। মন কৰিবলগীয়া যে অসম ইউৰোপ, আমেৰিকা আদিৰ নিচিনাকৈ উন্নত নহয় আৰু ইয়াত এই দেশবোৰৰ নিচিনা শিক্ষা সম্প্ৰসাৰণ হোৱা নাই বা ডাক্তৰী চিকিৎসাৰ বহল প্ৰচলন হোৱাও নাই। আৰু কোনো মানুহেই, গাঁৱলীয়া মানুহৰ কথা দূৰত থাওক, আনকি চহৰীয়া মানুহেও পৰিয়াল সঙ্কোচনৰ কথা ভূ-পোৱা নাছিল, তথাপিও অসমত জন্মৰ হাৰ ক্ৰমাৎ কমি অহাহে পৰিলক্ষিত হৈছিল। ১৯১২ চনৰপৰা যি অঞ্চলত ১৯৫০ চনলৈকে জন্মৰ হাৰ কমি অহা পৰিলক্ষিত হৈছে, সেই অঞ্চলত ইয়াৰ পিচৰ সময়ছোৱাত হঠাতেই তাৰ হাৰ তিনি গুণ কেনেকৈ বৃদ্ধি হব, আমাৰ অনুমানৰ বাহিৰে। অথচ আমি স্বীকাৰ কৰোঁ যে এই সময়ছোৱাত অসমৰ জনসংখ্যা বহুতো বৃদ্ধি হৈছে, কিন্তু এই বৃদ্ধিৰ কাৰণে নিশ্চয় জন্মৰ হাৰ বৃদ্ধি হোৱাৰ কাৰণে

নহয়। জনসংখ্যা বৃদ্ধি হৈছে অসমলৈ হাজাৰ বিজাৰ লোক অহাৰ কাৰণেহে। কিন্তু পৰিতাপৰ বিষয় যে জন-পিয়লৰ প্ৰতিবেদনত তাকে স্পষ্টভাৱে প্ৰকাশ নকৰি, তাক ঢাকি ৰাখিবলৈহে প্ৰয়াস কৰিছে যেন অনুমান হয়।

## বহিৰাগতৰ স্বৰ্গ

অসম বহিৰাগতৰ স্বৰ্গ। ভাৰতৰ সকলো অঞ্চলৰপৰা ইয়ালৈ দিনৌ হাজাৰে বিজাৰে মানুহ আহিয়েই আছে। পশ্চিম বঙ্গ, মাদ্ৰাজ আদিৰ পৰা চাকৰি বিচাৰি, উত্তৰ পশ্চিম ভাৰতৰ পৰা ব্যৱসায়-বাণিজ্যৰ সুবিধা বিচাৰি, কায়িক শ্ৰমৰ দ্বাৰা উপাৰ্জনৰ পথ বিচাৰি বিহাৰৰপৰা, চকিদাৰ দাৰোৱান গৃহ কৰ্ম ইত্যাদিৰ সন্ধান বিচাৰি নেপালৰ পৰা, কৃষি ভূমিৰ পমখেদি পূৰ্ব-পাকিস্তানৰ পৰা আৰু অশান্তি অনিশ্চয়তাৰ অজুহাতত শৰণাৰ্থী হিচাবে পূৰ্ব পাকিস্তানৰ পৰা লাখে লাখে মানুহ অসমত প্ৰৱেশ কৰিছে আৰু এইবোৰৰ দ্বাৰা দেশৰ জনসংখ্যা ওফন্দি উঠিছে। যিটো সোঁতত অসমলৈ বাহিৰৰপৰা মানুহ আহিব ধৰিছে এই সোঁতৰ গতি যদিহে প্ৰতিৰোধ কৰাৰ ব্যৱস্থা লোৱা নহয় তেন্তে কিছু বছৰৰ পিচত থলুৱা অসমীয়া বুলি স্বীকৃতি দিয়া জাতিটোৰ সংখ্য লঘু সম্প্ৰদায়ত পৰিণত হবগৈ। ইতিমধ্যেই বেহা-বেপাৰ, চাকৰি আদিত অসমীয়া থলুৱা লোকৰ প্ৰৱেশদ্বাৰ ঠেক হৈ আহিছেই আৰু কিছু দিনৰ পাচত অসমীয়া মানুহে ঘৰতে আলহী হবগৈ লাগিব।

## অসমৰ অৰ্থনীতি কৃষিৰ ওপৰত নিৰ্ভৰশীল

অসমৰ অৰ্থনীতিৰ এটা বিশেষ দিশ হৈছে যে ই এতিয়াও কৃষিৰ ওপৰতে নিৰ্ভৰশীল। ঔদ্যোগিক সম্প্ৰসাৰণ, বেপাৰ বাণিজ্য বা অৰ্থনৈতিক কাৰ্য্যৰ বিভিন্নকৰণ এতিয়াও অসমত ভালদৰে হোৱা নাই। গতিকেই সৰহ সংখ্যক মানুহ এতিয়াও কৃষিৰ ওপৰত

নির্ভৰশীল। কিন্তু পৰিতাপৰ বিষয়, যে যদিও অসমত জনসংখ্যা বৃদ্ধি হৈছে, তথাপিও কৃষি শ্ৰমিকৰ যোগান ক্ৰমাৎ কমি আহিছে। আজিকালি গাঁৱে ভুঁয়ে স্কুল স্থাপন হৈছে আৰু এনে স্কুলত এবাৰ ভৰ্তি হ'লেই ষষ্ঠ, সপ্তম মান শ্ৰেণীলৈকে বিনা অধ্যয়নেও প্ৰমোচন পাব পাৰি। ষষ্ঠ, সপ্তম মান শ্ৰেণীত পঢ়া ল'ৰাই খেতি কৰিবলৈ ঘৃণা কৰে, নগৰলৈ চাপ্ৰাচী পিয়নৰ কাম বিচাৰি নগৰত জুম পাতেহি। ফলত গাঁৱত খেতিৰ কাম সাধাৰণতে বুঢ়া মানুহখিনিয়ে কৰিব লগা হৈছে। গতিকে আৰু কিছু বছৰ পিচত খেতি কৰিবলৈ গাঁৱত মানুহ নোহোৱা হ'ব আৰু নগৰৰ বেহা-বেপাৰৰ দৰে গাঁৱতো খেতি-পথাৰ বাহিৰাগতে কৰায়ত্ব কৰিব। এনে অৱস্থাত যদিহে পৰিয়াল সঙ্কোচন আঁচনি প্ৰয়োগ কৰা হয়, তেতিয়া হ'লে কিছু বছৰৰ পিচত গাঁৱতো অসমীয়াৰ সংখ্যা আঙুলি মূৰত লেখিব পৰা হবগৈ।

আমি স্বীকাৰ কৰোঁ অসমৰ জনসংখ্যা আশানুৰূপ ভাবে বৃদ্ধি হৈছে। কিন্তু এই বৃদ্ধিৰ কাৰণ জন্মৰ হাৰ বৃদ্ধি হোৱা বা মৃত্যুৰ হাৰ কমাৰ কাৰণে নহয়, স্বাস্থ্য সম্পৰ্কত অসম অন্য প্ৰদেশতকৈ উন্নত নহয়। নানান ধৰণৰ মাৰাত্মক বেমাৰ অসমৰ পৰা নিৰ্মূল হোৱা নাই। অসমৰ তিৰোতাৰ প্ৰজনন শক্তি অন্য দেশতকৈও বেচি নহয় বৰং নানান কাৰণৰশতঃ কিছু পৰিমাণে কমহে। গতিকে অসমত জন্মৰ হাৰ অন্য দেশতকৈ বেচি নহয়, বৰং বহুত কমহে। গতিকে পৰিয়াল সঙ্কোচন কৰা জাতীয় স্বাৰ্থৰ অনুকূল নীতিহে হ'ব। সংখ্যা লঘু হৈ অসমীয়া জাতি যাতে বাচি থাকিব নালাগে তাৰ ব্যৱস্থা লোৱা আজিৰ অসমীয়াৰ কৰ্তব্য ; নহ'লে আমি শেষ হৈ যাম।

———

# ভাৰতী অৰ্থনীতিত জনসংখ্যা বৃদ্ধিৰ প্ৰভাৱ

ভাৰত এখন জন বহুল দেশ। ইয়াৰ জনসংখ্যা দ্ৰুত গতিত বাঢ়িব ধৰিছে আৰু লগে লগে জনসংখ্যা সমস্যাটো জটিল হৈ আহিছে। ১৯৬১ চনৰ গণ পিয়ল অনুসাৰে ভাৰতৰ জনসংখ্যা আছিল প্ৰায় ৪০ কোটিৰো কিছু অধিক। কিন্তু ই প্ৰতি দিনে প্ৰায় ৩৪,৩৫০ টাকৈ বাঢ়িব ধৰিছে আৰু ফলত ১৯৬৭ চনত থকা ভাৰতৰ জনসংখ্যা ৫০ কোটিৰ সীমা চেৰাই যাব। এই হাৰত যদিহে ভাৰতৰ জনসংখ্যা বৃদ্ধি হৈ থাকে তেন্তে আৰু ২০/২২ বছৰৰ পিচত ইয়াৰ সংখ্যা ১০০ কোটিৰ অধিক হবগৈ।

একো একোখন দেশৰ জনসংখ্যাৰ সমস্যাটো সেই দেশৰ অৰ্থ-নৈতিক সমস্যাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত। কিয়নো জন-সংখ্যাই দেশৰ অৰ্থনীতিৰ উন্নতি সাধন আৰু তাৰ উন্নতিত বাধা প্ৰদান দুয়োটাতে অৰিহনা যোগাব। কম জনসংখ্যা থকা দেশৰ কাৰণে জনসংখ্যা বৃদ্ধি শুভ লক্ষণ। কিয়নো তেনে জনসংখ্যাই দেশৰ প্ৰাকৃতিক ঐশ্বৰ্য্য সম্পূৰ্ণৰূপে ব্যৱহাৰ কৰাত সহায় কৰে। আকৌ এনেকুৱা দেশত বৰ্দ্ধিত জনসংখ্যাই বস্তুৰ চাহিদা বৃদ্ধি কৰি উৎপাদন বৃদ্ধি কৰাত সহায় কৰে। তাৰোপৰি জনসংখ্যা বৃদ্ধি হোৱাৰ ফলত দেশৰ বিভিন্ন উদ্যোগ আদিত শ্ৰম বিভাজন, আৰু বিশেষীকৰণ ব্যৱস্থা লোৱাত সহায় কৰে। আকৌ জনসংখ্যা বৃদ্ধিয়ে উন্নত অৰ্থনীতি বা পৰিপক্ক ( matured economy )

অর্থনীতিৰ দেশবিলাকতো ইয়াৰ অর্থনৈতিক অৱস্থা স্থিতিশীল কৰাত সহায় কৰে। কিয়নো এনে উন্নত অর্থনীতিৰ দেশবিলাকত সাধাৰণতে সক্ৰিয় চাহিদাৰ অভাৱ পৰিলক্ষিত হয় আৰু এনে হলেই সামগ্ৰীক উৎপাদন কমি যায় আৰু ফলত নিবনুৱা সমস্যাৰ সৃষ্টি হয়। কিন্তু জনসংখ্যা ক্ৰমাৎ বৃদ্ধি হৈ থাকিলে সক্ৰিয় চাহিদাৰ গতি নিম্নগামী হোৱাৰ আশঙ্কা সাধাৰণতে নাথাকে।

কিন্তু ক্ৰমবৰ্দ্ধমান জনসংখ্যা উন্নয়নমুখী দেশবিলাকৰ কাৰণে আশঙ্কাৰ কাৰণ। এনে দেশৰ জনসংখ্যা বৃদ্ধিয়ে উন্নতিৰ পৰিবৰ্ত্তে এটা অস্থিৰ অৱস্থাৰহে সৃষ্টি কৰে। কিয়নো এনে বৰ্দ্ধিত জনসংখ্যাৰ কাৰণে প্ৰয়োজনীয় খাদ্য, শিক্ষাদানৰ সুবিধা, থকামেলা, চিকিৎসা আদিৰ ব্যৱস্থা কৰোঁতেই ৰাষ্ট্ৰীয় ভড়াল প্ৰায় উদং হৈ পৰে আৰু অৰ্থনৈতিক উন্নয়নমূলক আঁচনি কাৰ্য্যকৰী কৰাৰ কাৰণে প্ৰয়োজনীয় মূলধন আৰু অন্যান্য সামগ্ৰীৰ ব্যয় সংকোচন কৰিব লগা হয়। গতিকে জনসংখ্যা বৃদ্ধিয়ে দেশৰ উন্নয়নত বাধাৰ সৃষ্টি কৰে। এটা কথা মন কৰিবলগীয়া যে মানুহৰ জীৱন নিৰ্ব্বাহৰ মানৰ ওপৰত জনসংখ্যা সমস্যাটো বহু গুণে নিৰ্ভৰ কৰে। জীৱন নিৰ্ব্বাহৰ মান উন্নত দেশত জনসংখ্যা বৃদ্ধিৰ হাৰ কম। পৃথিৱীৰ উন্নত অৰ্থনীতিৰ দেশবিলাকত এই কথাৰ সত্যতা প্ৰমাণিত হৈছে। ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিচৰ পৰাই দেশৰ সামগ্ৰীক অৰ্থনৈতিক উন্নতি আৰু লগে লগে ৰাইজৰ জীৱন ধাৰণৰ মান উন্নত কৰাত জাতীয় চৰকাৰে সৰ্ব্ব প্ৰথম গুৰুত্ব দিয়ে আৰু বিভিন্ন পৰিকল্পিত আঁচনি প্ৰস্তুত কৰি সেইবোৰ বাস্তৱত ৰূপায়িত কৰাৰ প্ৰচেষ্টা হাতত লয়। সেয়া তিনিখন পাঁচ বছৰীয়া পৰিকল্পনা কাৰ্য্যকৰী কৰাৰ পিচত ভাৰতৰ সামগ্ৰীক সম্পদ শতকৰা ৩·৮ ভাগ, ঔদ্যোগিক উৎপাদন শতকৰা ১৫০ ভাগ আৰু কৃষিজাত সামগ্ৰীৰ উৎপাদন শতকৰা ৬০ ভাগ বৃদ্ধি হোৱা পৰিলক্ষিত হৈছে। ইয়াৰ উপৰিও ৬-১২ বছৰৰ লৰা ছোৱালীৰ ১০ জনৰ ভিতৰত ৮ জনেই শিক্ষা

দানৰ সুবিধা পাইছে। কিন্তু দেশত জনসংখ্যা বৃদ্ধিৰ হাৰ বেছি হোৱাৰ কাৰণে দেশৰ প্ৰগতিৰ পথত নানান বাধাৰ সৃষ্টি হৈছে আৰু জাতীয় উন্নতি আশানুৰূপভাৱে হৈ উঠা নাই। ১৯৫১-৫২ চনত ভাৰতত মুঠ ৫৫ নিযুত টন খাদ্য দ্ৰব্যৰ উৎপাদন হৈছিল। ১৯৬৮-৬৯ চনত ইয়াৰ উৎপাদন ৯০ নিযুত টনলৈ বৃদ্ধি হয়; কিন্তু ইমান বৃদ্ধি হোৱা স্বত্বেও জনমূৰি খাদ্যৰ যোগান ১৯৫০-৫১ চনৰ ১৩.৮৯ আউন্সৰ পৰা ১৯৬৯ চনত ১৫.৪৪ আউন্সলৈহে বৃদ্ধি হৈছে। আকৌ প্ৰথম পাঁচ বছৰীয়া পৰিকল্পনাৰ আৰম্ভণিত ভাৰতত কৰ্ম্মহীন মানুহৰ সংখ্যা আছিল ৩.৫ নিযুত। প্ৰথম তিনিখন পাঁচ বছৰীয়া পৰিকল্পনাৰ ১৫ বছৰৰ কালছোৱাত প্ৰায় ২৮.০ শতাংশ হিচাপে নিয়োগৰ সুবিধা বৃদ্ধি হোৱা সত্বেও চতুৰ্থ পৰিকল্পনাৰ অন্তত ভাৰতত প্ৰায় ৩০/৩৩ নিযুত মানুহ কৰ্ম্মহীন হৈ থাকিব লগা হব। শিক্ষাৰ ক্ষেত্ৰতো এনে অৱস্থা পৰিলক্ষিত হৈছে। শিক্ষাদানৰ সুবিধা প্ৰায় ৩০০ শতাংশ বৃদ্ধি হোৱা সত্বেও এতিয়াও ৬ বছৰৰ পৰা ১২ বছৰৰ ৬৩ নিযুত ল'ৰা-ছোৱালীয়ে শিক্ষা লাভৰ পৰা বঞ্চিত হৈ আছে। গৃহ নিৰ্ম্মাণ আৰু বসবাস যোগানৰ ক্ষেত্ৰতো ঠিক এনে অৱস্থাকেই দেখা যায়। এতিয়াও ভাৰতৰ বিভিন্ন নগৰ আৰু গাঁৱত আনুমানিক ৭৪ নিযুত ঘৰৰ অভাৱ। গতিকে তিনিখন পাচ বছৰীয়া পৰিকল্পনাৰ আঁচনি শেষ হৈ যোৱাৰ পিচতো দেশৰ অৰ্থ নৈতিক আৰু সামাজিক উন্নতি আশানুৰূপভাৱে হৈ উঠা নাই। ইয়াৰ গুৰিতেই হৈছে জনসংখ্যা বিস্ফোৰণ বা ক্ষিপ্ৰ গতিত জনসংখ্যা বৃদ্ধি।

ভাৰত এখন কৃষি প্ৰধান দেশ আৰু ইয়াৰ অৰ্থ নৈতিক প্ৰগতি কম বেচি পৰিমাণে কৃষি উন্নতিৰ ওপৰতে নিৰ্ভৰশীল। ভাল শস্য হোৱা বছৰত সাধাৰণতে চৰকাৰী ৰাজহৰ উন্নতি আৰু খেতি ভাল নোহোৱা বছৰত চৰকাৰী ৰাজহৰ ঘাটি উদ্ভৱ হোৱা ভাৰতীয় প্ৰাদেশিক বিত্তীয় ব্যৱস্থাৰ এতিয়ালৈকে প্ৰধান লক্ষণ হৈয়ে আছে।

মন কৰিবলগীয়া যে ভাৰতৰ জাতীয় আয়ৰ প্ৰায় আধা অংশ কৃষি সামগ্ৰীৰ মূল্যৰ দ্বাৰা গঠিত গতিকে ভাৰতৰ অৰ্থনীতিত কৃষিৰ প্ৰাধান্য এতিয়াও পৰিস্ফুট। সেই কাৰণেই ভাৰতৰ জাতীয় উন্নয়ন পৰিকল্পনাত কৃষি উন্নয়ন আঁচনিক উচ্চ স্থান দিয়া হৈছে। কিন্তু জনসংখ্যা বৃদ্ধিৰ সমস্যাটোৱে কৃষি উন্নয়নত যথেষ্ট বাধাৰ সৃষ্টি কৰিছে। বৰ্দ্ধিত জনসংখ্যাৰ লগে লগে খেতিৰ উপযোগী মাটিৰ যোগান বৃদ্ধি সম্ভৱ নহয়। বৰং নগৰ চহৰৰ পৰিধি বেচি হোৱা উদ্যোগ, কাৰখানা, ঔদ্যোগিক পাম, ঔদ্যোগিক নগৰ স্থাপন ইত্যাদি নানান কাৰণবশতঃ খেতি উপযোগী ভূমিৰ যোগান কম হোৱাৰহে সম্ভাৱনা দেখা দিছে। ইয়াৰ উপৰিও প্ৰচলিত উত্তৰাধিকাৰী স্বত্বৰ বলবৎ থকাৰ কাৰণে খেতিৰ মাটিৰ পৰিমাণ ক্ৰমাৎ খণ্ড বিখণ্ড হৈ সৰু সৰু খণ্ডত পৰিণত হৈ, অৰ্থ নৈতিকভাৱে লাভবান নোহোৱা কৃষি খণ্ডত পৰিণত হৈছে। তথাপিও সৰহ সংখ্যক কৃষকে এতিয়াও পুৰণিকলীয়া কৃষি পদ্ধতিৰে খেতি কৰিয়েই আছে আৰু এনে হোৱাৰ কাৰণে আমাৰ দেশত গড় হিচাবে উৎপাদনৰ পৰিমাণ বহুতো দেশতকৈ কম। কৃষি ভূমিৰ উৎপাদন ক্ষমতা বৃদ্ধি কৰিবলৈ হলে, আধুনিক ধৰণৰ যন্ত্ৰপাতি, প্ৰয়োজনসম পানী যোগানৰ ব্যৱস্থা, ৰাসায়নিক সাৰ, শস্য হানীকাৰক কীট পতঙ্গ নাশক ঔষধ ইত্যাদি ব্যৱহাৰ কৰিব লাগে। কিন্তু কৃষিভূমি খণ্ডৰ আয়তন অতি ক্ষুদ্ৰ হলে এনে ব্যয় বহুল অনুপান ব্যৱহাৰ কৃষকৰ কাৰণে লাভজনক নহয়। কিয়নো ক্ষুদ্ৰ আয়তনৰ পথাৰত বৃহৎ উদ্যোগত উদ্ভৱ হোৱা ব্যয় সংকোচ সম্ভৱ নহয়। অন্য হাতে আধুনিক যন্ত্ৰপাতি ব্যৱহাৰ উপযোগী বৃহৎ আয়তনৰ কৃষি ভূমি যুগুত কৰিবলৈ হলে হাজাৰ হাজাৰ কৃষক পৰিয়াল ভূমিহীন আৰু কৰ্ম্মহীন হৈ পৰিব। কিন্তু এনে ব্যৱস্থা লোৱা দূৰত থাওক, অৱস্থিত ভূমি পৰিমাণ আৰু সৰু সৰু খণ্ডত পৰিণত হোৱাৰহে আশঙ্কা হৈছে। জনসংখ্যা বৃদ্ধিৰ গতি অপৰিৱৰ্ত্তিত থকাৰ কাৰণে জনসংখ্যা বৃদ্ধিৰ

গতিবোধ কৰি, কৃষিকৰ্ম্মৰ পৰা কিছু সংখ্যক অন্য ব্যৱসায়ত নিযুক্তি দি, সৰু সৰু কৃষি ভূমি একত্ৰিত কৰি, যান্ত্ৰিক পদ্ধতিৰে খেতি কৰিব পাৰিলেহে ভাৰতত কৃষি উৎপাদন বৃদ্ধি হ'ব আৰু খাদ্য শস্য যোগানত স্বাৱলম্বী হ'ব পাৰিব। কিন্তু বৰ্ত্তমান অৱস্থাত এনে উপায় অৱলম্বন কৰা অসম্ভৱ হৈ পৰিছে বৰ্দ্ধিত জনসংখ্যাৰ কাৰণে।

বৰ্ত্তমান যুগত একোখন দেশৰ অৰ্থনৈতিক উন্নতি আৰু ইয়াৰ স্থিতিশীলতা বহুত পৰিমাণে নিৰ্ভৰ কৰে সেই দেশৰ ঔদ্যোগিক বিকাশৰ ওপৰত। জাপান, ইংল্যাণ্ড, আমেৰিকা, পশ্চিম জাৰ্ম্মাণী ইত্যাদি দেশৰ অৰ্থনৈতিক অৱস্থাই এই কথাৰ সত্যতা প্ৰমাণ কৰে। সুদীৰ্ঘ কাল বিদেশী শাসনৰ অধীনত থকাৰ কাৰণে ভাৰতত তেনে উদ্যোগ বিকাশ বা শিল্পায়ন হ'বলৈ সুবিধা পোৱা নাছিল। সেই হেতুকে স্বাধীন হোৱাৰ লগে লগেই ভাৰত চৰকাৰে শিল্প উন্নয়নত মনোনিবেশ কৰে। পাৰ হৈ যোৱা তিনিখন পাঁচ বছৰীয়া পৰিকল্পনাৰ সময় ছোৱাত বহুতো বিৰাট গধুৰ আৰু মূল শিল্প ব্যৱস্থাৰ আঁচনি গ্ৰহণ কৰা হৈছে আৰু লগে লগে ঔদ্যোগিক উন্নয়নৰ গতি ক্ষিপ্ৰতৰ হৈ আহিছে। কিন্তু জনসংখ্যা বৃদ্ধিৰ সমস্যাটোৱে এনে ঔদ্যোগিক বিকাশতো বাধা বা অন্তৰায়ৰ সৃষ্টি কৰিছে। বিৰাট, গধুৰ আৰু মূল শিল্প নহ'লে কোনো দেশেই সৰ্ব্বাঙ্গীন ঔদ্যোগিক বিকাশত সাফল্য লাভ কৰিব নোৱাৰে। গধুৰ বা মূল শিল্পবিলাকত মূলধনৰ প্ৰাধান্য অতি বেচি। এনে শিল্পত বনুৱা নিয়োগৰ পৰিমাণ অতি কম। কিন্তু যিহেতু দেশত দিনে দিনে নিবনুৱাৰ সংখ্যা বৃদ্ধি হৈ আহিছে, এনে অৱস্থাত নিয়োগ সংকোচিত শিল্প স্থাপন আৰু সম্প্ৰসাৰণ স্থগিত ৰাখি শ্ৰম প্ৰাধান্য শিল্প সম্প্ৰসাৰণত গুৰুত্ব দিবলগীয়া হৈছে। মূল আৰু গধুৰ শিল্পৰ সম্প্ৰসাৰণ নহ'লে ভাৰতত ঔদ্যোগিক উন্নয়নৰ গতি খৰতৰ কৰা কঠিন। কিন্তু জনসংখ্যা বিস্ফোৰণে ইয়াতো প্ৰতিবন্ধকৰ সৃষ্টি কৰিছে। এহাতে বৰ্দ্ধিত জনগণৰ নিয়োগৰ ব্যৱস্থা কৰা আৰু অন্য হাতে বৃহৎ বা মূল শিল্প

স্থাপন কৰা দুয়োটাই পৰস্পৰ বিৰোধী পন্থা। দুয়োটা একেলগে কেতিয়াও সম্ভৱ নহয়।

আগতেই কৈ আহিছো যে ভাৰতত বছৰি প্ৰায় ২০ নিযুত শিশুৰ জন্ম হয়। এই শিশুবিলাক ১৬/১৭ বছৰ নোহোৱালৈকে নিযুক্তক্ষম নহয়। অন্যহাতে চিকিৎসা আদি সেৱাৰ বহুল প্ৰচলনৰ ফলত মৃত্যুৰ হাৰ ১৯৫০ চনৰ প্ৰত্যেক হাজাৰত ২৭ৰ পৰা এতিয়া প্ৰতি হাজাৰত ১৬ টালৈ নামি আহিছে। আকৌ মানুহৰ (ভাৰতীয়) জীৱন দৈৰ্ঘ্য ১৯৫০ চনৰ ৩২ বছৰৰ ঠাইত এতিয়া প্ৰায় ৫০ বছৰলৈ বৃদ্ধি পাইছে। ফলত এফালে নিযুক্তি অনুপযুক্ত শিশু আৰু অন্যহাতে বৃদ্ধৰ সংখ্যা বেচি হৈ আহিছে। এই দুয়োবিধ প্ৰাণীয়েই উৎপাদনত সক্ৰিয় অংশ গ্ৰহণ কৰিব নোৱাৰে। ফলত এওঁলোক অন্যৰ উপাৰ্জ্জনৰ ওপৰত নিৰ্ভৰশীল হৈ থাকিবলগীয়া হৈছে। আমাৰ দেশত এতিয়াও নিবনুৱা বীমা আঁচনি, বৃদ্ধ বয়সৰ পেন্সন আদিৰ ব্যৱস্থা হোৱা নাই। গতিকে এই লোকসকল (শিশু আৰু বৃদ্ধ) উপাৰ্জ্জনৰ এক কম সংখ্যক লোকৰ অংশৰ ওপৰত বৰ্ত্তি থাকিব লগীয়া হৈছে। এনে অৱস্থাত দেশত দুটা অশুভ পৰিস্থিতিৰ সৃষ্টি হোৱা পৰিলক্ষিত হয়।

প্ৰথমটো হৈছে এই যে এজনৰ আয়ৰ ওপৰত বহুজন নিৰ্ভৰশীল কাৰণে তেওঁলোকৰ জীৱন ধাৰণৰ প্ৰয়োজনীয় সকলো বস্তুৰ যোগান পূৰ্ণ হৈ নুঠে। গতিকে তেওঁলোকে প্ৰায়ে অনাহাৰ, অৰ্দ্ধাহাৰ আৰু অপৰিষ্কাৰ পৰিস্থিতিৰ মাজত দিন যাপন কৰিবলগীয়া হয়। এনে হোৱা কাৰণে ভাৰতীয় লোকৰ কৰ্ম্ম ক্ষমতা, অন্যদেশৰ মানুহতকৈ তুলনামূলকভাৱে কম। মানুহ উদ্যোগী, উৎসাহী আৰু কষ্ট সহিষ্ণু নহলে দেশৰ উন্নতি সহজসাধ্য নহয়। দ্বিতীয় অৱস্থাটো হল সঞ্চয়ৰ অভাৱ। এজনৰ উপাৰ্জ্জনৰ ওপৰত য'ত বহুজন বৰ্ত্তি থাকে, তেনে অৱস্থাত নিত্য প্ৰয়োজনীয় সামগ্ৰীৰ অভাৱ পূৰণ কৰাৰ পিচত, বাহি বা সঞ্চয় আশা কৰা সম্পূৰ্ণ

অমূলক। উন্নয়নমুখী দেশৰ প্ৰধান সমস্যা হৈছে সঞ্চয়। বিভিন্ন উন্নয়ন আঁচনি কাৰ্য্যকৰী কৰিবলৈ অৰ্থৰ প্ৰয়োজন আৰু ই সম্ভৱ হয় সঞ্চয়ৰ দ্বাৰাহে। কিন্তু য'ত এজনৰ আয়ৰ ওপৰত কেইবাজনো বৰ্ত্তি থাকিবলগীয়া হৈছে, এনে অৱস্থাত, সঞ্চয় দূৰৰ কথা দৈনন্দিন চাহিদা পূৰণ কৰাটোৱেই এটা সমস্যা হৈ পৰিছে। গতিকে বৰ্দ্ধিত জনসংখ্যাই আমাৰ দেশত এটা অশুভ পৰিস্থিতিৰ সৃষ্টি কৰিছে আৰু তাৰ ফলত দেশৰ অৰ্থনৈতিক অৱস্থাই প্ৰত্যাশিত ভাবে গা কৰি উঠিব পৰা নাই।

ভাৰতত ২।৩ অংশৰো অধিক লোক গাঁৱত বাস কৰে আৰু এই গাঁৱলীয়া বাইজৰ আৰ্থিক অৱস্থা পৰোক্ষ বা প্ৰত্যক্ষভাৱে কৃষিৰ ওপৰতে নিৰ্ভৰশীল। কিন্তু জনসংখ্যা বৃদ্ধি হোৱাৰ ফলত কৃষি পথাৰৰ ওপৰত হেঁচা ক্ৰমান্বয়ে বেচি হৈ উঠিছে আৰু তাৰ ফলত কৃষি ব্যৱসায় লাভহীন হৈ পৰিছে। গতিকে কৃষি জাতীয় সামগ্ৰী উৎপাদন বৃদ্ধি হোৱাত প্ৰতিবন্ধকৰ সৃষ্টি হৈছে। দেশত খাদ্য দ্ৰব্য নাটনি হোৱাৰ ইও এটা প্ৰধান কাৰণ। কিন্তু দেশৰ খাদ্য দ্ৰব্যৰ অভাৱ দূৰ কৰিবৰ কাৰণে আমাৰ আপুৰুগীয়া বৈদেশিক বিনিময় মুদ্ৰা, শিল্প উন্নয়নৰ কাৰণে প্ৰয়োজনীয় যন্ত্ৰপাতি কিনাৰ পৰিবৰ্ত্তে খাদ্য সামগ্ৰী কিনাত ব্যৱহাৰ কৰিব লগীয়া হৈছে। শিল্পোন্নয়ন বৃদ্ধি নহলে দেশৰ সমৃদ্ধি আৰু বিনিয়োগৰ সুবিধা উন্নত হোৱাৰ সম্ভাৱনা নাই। কিন্তু জনসংখ্যা বৃদ্ধি হোৱাৰ হেঁচাত যন্ত্ৰপাতিৰ আমদানি কৰিব পৰা নোহোৱাৰ কাৰণে বা ঔদ্যোগীকৰণ দ্ৰুত গতিত কৰিব নোৱাৰা কাৰণে জাতীয় সমৃদ্ধি আশানুৰূপভাৱে বঢ়া নাই। অন্যহাতে মূলধনৰ অভাৱত উৎপাদন চাহিদা অনুযায়ী বৃদ্ধি হোৱা নাই আৰু ফলত মুদ্ৰাস্ফীতিৰ উদ্ভৱ হৈছে। মুদ্ৰাস্ফীতিয়ে দেশৰ অৰ্থনৈতিক অৱস্থা অসুস্থ কৰাত অৰিহনা যোগাইছে।

গাঁৱৰ দৰে চহৰতো জনসংখ্যা বৃদ্ধি হৈছে আৰু চহৰৰ অৱস্থা

গাঁৱৰ পৰা নগৰ অভিমুখে অহা মানুহৰ সোঁতে আৰু বেয়া কৰিছে। উপযুক্ত খাদ্য দ্ৰব্যৰ অভাৱ, কৰ্ম্মহীনতা ইত্যাদিৰ কাৰণে গাঁৱৰ পৰা নগৰমুখে অহা মানুহৰ সংখ্যা বছৰি বাঢ়িব ধৰিছে। শিক্ষালাভৰ সুবিধা, আমোদ প্ৰমোদৰ ব্যৱস্থা ইত্যাদি নগৰত গাঁৱতকৈ বেচি গতিকে নগৰে গাঁৱৰ পৰা মানুহ আকৰ্ষণ কৰিছে আৰু এই মানুহবোৰে নগৰ চহৰত নানান সমস্যাৰ সৃষ্টি কৰিছে। থকা ঘৰ, খোৱা পানী, খেলা, ফুৰাৰ উদ্যান, যাতায়াতৰ পথ আদি, নগৰত মানুহ বেচি হোৱাৰ লগে লগে ব্যৱস্থা কৰিব লগীয়া হৈছে। গতিকে চহৰবিলাকতো এটা অৰ্থ নৈতিক বোজা উদ্ভৱ হৈছে। ইয়াৰ কাৰণে মূলধনৰ চাহিদা বৃদ্ধি হৈছে। কিন্তু দেশত সৰ্ব্বাঙ্গীন উন্নতি সাধন কৰিবৰ প্ৰয়োজনীয় মূলধনৰ অভাৱ। ইয়াৰ ফলস্বৰূপে দেশত অৰ্থ নৈতিক অৱস্থা আৰু সামাজিক অৱস্থা সমান গতিৰে উন্নত হব পৰা নাই। এই সকলোবোৰৰ মূলতে ভাৰতত অবাধ গতিৰে বৃদ্ধি হোৱা জনসংখ্যাই জগৰীয়া।



# অসমত নিবনুৱা সমস্যা

নিবনুৱা সমস্যাটো সৰ্ব্ব ভাৰতীয় সমস্যা যদিও ইয়াৰ আকাৰ, প্ৰকাৰ আৰু গঠন অঞ্চল ভেদে বিভিন্ন ধৰণৰ। ভাৰতৰ কিছুমান অঞ্চল ঔদ্যোগিক সম্প্ৰসাৰণ, কৃষি উদ্যোগত আধুনিকীকৰণ, বেহা-বেপাৰ-বাণিজ্য আদিত বহুতো আগবঢ়া। আনহাতে অসমৰ নিচিনা কিছুমান অঞ্চল, য'ত প্ৰাকৃতিক সম্পদ উৰ্ভৈনদী হৈ থকা সত্বেও উদ্যোগ আদি স্থাপনৰ গতি এতিয়াও অতি লেহেম হৈয়েই আছে। গতিকে নিবনুৱা সমস্যা সৰ্ব্ব ভাৰতীয় সমস্যা হলেও ইয়াক সৰ্ব্ব ভাৰতীয় একে ধৰণৰ নীতিৰ দ্বাৰা সমাধান কৰিবলৈ চেষ্টা কৰা ভুল হব। প্ৰত্যেক অঞ্চলৰে সামাজিক আৰু অৰ্থনৈতিক পৰিস্থিতি ভিন্নভাৱে অনুশীলন কৰি অঞ্চলৰ প্ৰযোজ্য উপায় উদ্ভাৱন কৰিহে ইয়াৰ সমাধান প্ৰচেষ্টা হাতত লোৱা উচিত।

## নিবনুৱাৰ পৰিমাণ

আমাৰ ইয়াত, আনকি সমগ্ৰ ভাৰততে, কৰ্ম্মহীন হৈ থকা মানুহৰ প্ৰকৃত পৰিমাণ কি তাক সঠিকভাৱে কব নোৱাৰি। ভাৰতবৰ্ষ এতিয়াও বহুত ক্ষেত্ৰত অনুন্নত আৰু পৰিসংখ্যা গণনা বা সংগ্ৰহত ই আৰু পিচ পৰা। লোক পিয়লৰ বাহিৰে বৈজ্ঞানিক ভিত্তিত বিভিন্ন কাৰ্য্যকলাপ আৰু পৰিস্থিতিৰ পৰিসংখ্যা সংগ্ৰহ কৰা পদ্ধতি ভাৰতত এতিয়াও অপৈণত। গতিকে নিবনুৱাৰ যি

সংখ্যা মাজে সময়ে প্ৰকাশ কৰা হৈছে, ই প্ৰকৃততে আনুমানিক। এই কথা অসমৰ ক্ষেত্ৰত আৰু বেচিকৈ প্ৰযোজ্য। অসমত পৰিসংখ্যা সংগ্ৰহ বিভাগ এতিয়াও চালুকীয়া অৱস্থাত আছে আৰু বেচৰকাৰী তেনে কোনো অনুষ্ঠান নথকাৰ কাৰণে এই বিভাগে যি পৰিসংখ্যা প্ৰকাশ কৰে তাকেই ভুল ভ্ৰান্তি আওকাণ কৰি গ্ৰহণ কৰিব লগা হয়।

ইয়াৰ উপৰিও অসমৰ পৰিস্থিতি অন্য অঞ্চলৰ পৰা বিভিন্ন কাৰণবশতঃ সুকীয়া। অসমত স্বাভাৱিক জনসংখ্যা বৃদ্ধিৰ হাৰ বেচি হোৱাৰ উপৰিও ইয়ালৈ বিভিন্ন অঞ্চলৰ পৰা বিনা বাধাই হাজাৰ হাজাৰ মানুহ বছৰি বছৰি আহিয়েই আছে। পাকিস্তানৰ পৰা হিন্দু শৰণাৰ্থী হিচাপে কাকতি ফৰিঙৰ দৰে লুকাই চুৰকৈ মুছলমান, কায়িক পৰিশ্ৰমৰ দ্বাৰা অৰ্থ উপাৰ্জ্জন কৰিবৰ কাৰণে বিহাৰ আৰু নেপাল আদিৰ পৰা অসংখ্য মানুহ বছৰি অসমলৈ আহিয়েই আছে। গতিকে অসমৰ প্ৰকৃত নিবনুৱাৰ সংখ্যা সঠিক পৰিমাণে দিয়া সম্ভৱপৰ নহয়। তথাপিও চৰকাৰীভাৱে প্ৰকাশিত সংখ্যাৰ হিচাপ তলত দিয়া হল :

চৰকাৰীভাৱে প্ৰকাশিত বাতৰি মতে তৃতীয় পাঁচ বছৰীয়া পৰিকল্পনাৰ অন্তত অসমত কৰ্ম্ম সংস্থানৰ সুবিধা নোপোৱা মানুহৰ সংখ্যা আছিল ৩.২২ লাখ। ইয়াৰ পিচত তিনিখন বছেৰেকীয়া পৰিকল্পনাৰ সময় ছোৱাত আৰু ৩.৩১ লাখ মানুহ কৰ্ম্ম সংস্থানৰ সুবিধা বিচাৰি শ্ৰম বজাৰত প্ৰৱেশ কৰে। আকৌ ৬.৪৭ লাখ চতুৰ্থ পৰিকল্পনাৰ সময় ছোৱাত শ্ৰম বজাৰত প্ৰৱেশ কৰিব বুলি অনুমান কৰা হৈছে। গতিকে এই আটাইবোৰ গোট খুৱাই হোৱা ১৩ লাখ মানুহৰ কাৰণে এতিয়া কৰ্ম্ম সংস্থানৰ ব্যৱস্থাৰ প্ৰয়োজন। কিন্তু মনত ৰখা উচিত হব যে এই সংখ্যা আনুমানিক হিচাপহে। ইয়াৰ দ্বাৰা নিবনুৱা বা অৰ্দ্ধ নিবনুৱাৰ প্ৰকৃত পৰিমাণ পোৱা নাযায়। কিয়নো অসমৰ হাজাৰ বিজাৰ গাঁৱত

বাস কৰা সৰহ সংখ্যক মানুহেই সম্পূর্ণ নিয়োগৰ সুবিধা পোৱা নাই আৰু এইবোৰৰ এক বৃহৎ সংখ্যাই নিয়োগৰ অন্য সুবিধা নোপোৱাৰ কাৰণে খেতি-পথাৰ কৰিয়েই অৰ্দ্ধাহাৰে, অনাহাৰে হলেও থকি আছে। গতিকে নিবনুৱা সমস্যা সমাধানৰ আঁচনি যুগুত কৰোঁতে এই অদৃশ্য নিবনুৱাবিলাকক সাঙুৰি লোৱা উচিত হব।

## নিয়োগ বিনিময় কেন্দ্ৰৰ তথ্য

অসমত কৰ্ম্মহীন চাহ শ্ৰমিকৰ কাৰণে অনুষ্ঠিত এটা বিশেষ নিয়োগ বিনিময় কেন্দ্ৰ, বিশ্ববিদ্যালয় ছাত্ৰ-ছাত্ৰীৰ উদ্দেশ্যে দুখন বিশ্ববিদ্যালয়ত স্থাপন কৰা দুটা বিশেষ নিয়োগ বিনিময় কেন্দ্ৰৰ বাহিৰে আৰু ২৩৩১ টা সাধাৰণ নিয়োগ বিনিময় কেন্দ্ৰ আছে। কিন্তু যিহেতু এই কেন্দ্ৰবোৰ চহৰীয়া ঠাইত অৱস্থিত, গাঁৱলীয়া মানুহে সাধাৰণতে এই সেৱা কেন্দ্ৰবোৰৰ সুবিধা গ্ৰহণ কৰাৰ পৰা বঞ্চিত হৈ আছে। তাৰোপৰি চহৰীয়া অঞ্চলতে এক বৃহৎ সংখ্যক মানুহে এই বিনিময় কেন্দ্ৰৰ সুবিধা গ্ৰহণ কৰা নাই। হয়তো অজ্ঞতা বা অৱহেলাত নতুবা ইয়াত নাম ভৰ্ত্তি কৰিলেনো কি হব ইত্যাদি ভাবি বহুত কৰ্মহীন যুৱকে নিয়োগ বিনিময় কেন্দ্ৰৰ সুবিধা গ্ৰহণ নকৰে। গতিকে নিয়োগ বিনিময় কেন্দ্ৰৰ নিবনুৱাৰ সংখ্যা এই সমস্যাৰ প্ৰকৃত পৰিচায়ক নহয়। তথাপিও নিয়োগ বিনিময় কেন্দ্ৰৰ পৰিসংখ্যাৰ পৰা নিবনুৱাৰ গঠন, শিক্ষিত নে অশিক্ষিত, কাৰিকৰী নিপুণতা বা অৰ্হতা আৰু এওঁলোক কেনে ধৰণৰ কৰ্ম্মৰ কাৰণে ইচ্ছুক আৰু যোগ্যতাৰ সম্ভেদ পোৱা যায়।

তলত ১৯৬৬, ১৯৬৭, ১৯৬৮ চনৰ হিচাপ দেখুৱা হৈছে:

| | ১৯৬৬ | ১৯৬৭ | ১৯৬৮ |
|---|---|---|---|
| সৰ্ব্বমুঠ কৰ্ম্ম প্ৰাৰ্থীৰ সংখ্যা | ৭৩৫৬০ | ৬৮৭০১ | ৭৬৯৯৫ |
| সৰ্ব্বমুঠ প্ৰাপ্তিৰ সংখ্যা | ৭২৫০ | ৬২৫৮ | ৫৫৩২ |
| ৰেজিষ্টাৰত নাম থকা প্ৰাৰ্থীৰ সংখ্যা | ৫৫৮১৩ | ৫৭৪৩৮ | ৬৩৫৭৬ |

ওপৰৰ তালিকাৰ পৰা দেখা যায় যে বহুবি কৰ্ম্ম প্ৰাৰ্থীৰ সংখ্যা বেচি হৈ আহিছে আৰু ১৯৬৯ চনৰ জুন মাহত সৰ্ব্বমুঠ কৰ্ম্ম প্ৰাৰ্থীৰ সংখ্যা হয়গৈ ৬৩,৮৮৪ জন। অন্যহাতে কৰ্ম্ম প্ৰাপ্তিৰ সংখ্যা ক্ৰমাৎ কমি যোৱাহে পৰিলক্ষিত হয়। এই কৰ্ম্ম প্ৰাৰ্থীসকলৰ প্ৰায় ৬৪ শতাংশৰ কোনো কাৰিকৰী অৰ্হতা নাই আৰু আমোলাৰ কাম বিচৰা প্ৰাৰ্থীৰ সংখ্যা দ্বিতীয় সৰ্ব্ব বৃহৎ। আকৌ ১৯৬৮ চনত ৰেজিষ্টাৰত নাম থকা ৬৩,৫৭৬ জন প্ৰাৰ্থীৰ ভিতৰত ১৭,৭৮৭ জন (প্ৰায় ২৭'৭ শতাংশ) শিক্ষিত নিবনুৱা। ইয়াৰ ১২০০৬ জন মেট্ৰিকুলেট, ৩৭০৪ জন উচ্চ মাধ্যমিক আৰু বিশ্ববিদ্যালয় পৰীক্ষা পাছ কৰা, ১৯৭৯ জন গ্ৰেজুৱেট আৰু ৯৯ জন স্নাতকোত্তৰ ডিগ্ৰীধাৰী। এই শিক্ষিত নিবনুৱাৰ ৬৭ শতাংশ মেট্ৰিকুলেটৰ দ্বাৰা গঠিত। ইয়াৰ উপৰিও ইঞ্জিনীয়াৰিং ডিগ্ৰী আৰু ডিপ্লোমাধাৰী নিবনুৱা আছেই। সৰ্ব্বমুঠ ৬১ জন ইঞ্জিনীয়াৰিং ডিগ্ৰী পোৱা আৰু ৩০১ জন ডিপ্লোমা পোৱা নিবনুৱা ইঞ্জিনীয়াৰ নিয়োগ বিনিয়োগ কেন্দ্ৰত নাম ভৰ্ত্তি কৰা ১৯৬৮ চনৰ সামগ্ৰিক নিবনুৱা সমস্যাৰ এটা বিশেষ দিশ। এইবোৰৰ বাহিৰেও ১৯৬৮ চনত প্ৰায় ৩১৪২ জন নিবনুৱা চাহ শ্ৰমিকে কাম বিচাৰি নিয়োগ বিনিময় কেন্দ্ৰত নাম ৰেজিষ্টাৰ কৰিছে। এনে কৰ্ম্মহীন চাহ শ্ৰমিকৰ সংখ্যা হব (১৯৬৮ চনত) প্ৰায় ৯৩৫৮ জন। নিয়োগ বিনিময় কেন্দ্ৰৰ ৰেজিষ্টাৰ বিশ্লেষণ কৰিলে এটা কথা চকুত পৰে যে সংখ্যাধিক কৰ্ম প্ৰাৰ্থীয়েই ২৫ বছৰতকৈ কম বয়সৰ। ১৯৬৮ চনৰ ডিচেম্বৰ মাহৰ সমূহ ৬৩,৫৭৬ জন কৰ্ম্মপ্ৰাৰ্থীৰ ভিতৰত ৪৭,৩৭০ জনেই ২৫ বছৰতকৈ কম বয়সৰ। ১১৩৭৬ জন ২৫-৩৫ বছৰৰ, ৩৬২১ জন ৩৫ অৰ পৰা ৪৫ বছৰৰ ভিতৰত আৰু ১২০৯ জন ৪৫ বছৰৰ বেচি। মুঠতে এই সৰ্ব্বমুঠ কৰ্ম্ম প্ৰাৰ্থীৰ প্ৰায় ৭৪'৫ শতাংশই ২৫ বছৰৰ যুৱক। এই বৃহৎ সংখ্যক শক্তি এফালে যেনেকৈ চঞ্চল, অসহিষ্ণু আৰু অধৈৰ্য্য, অন্যহাতে সেইদৰেই সবল, সুস্থ আৰু কাৰ্য্যক্ষম। এই

বিৰাট শক্তিটোক অকামিলা হৈ অপচয় হোৱাতকৈ যিকোনো উপায়েৰে নিয়োগ ব্যৱস্থা কৰিলে জাতীয় প্ৰগতি সুদৃঢ় হব।

## চতুৰ্থ পৰিকল্পনাত নিয়োগৰ সুবিধা

তৃতীয় পৰিকল্পনাৰ সময় ছোৱাত অসমত সৰ্ব্বমুঠ ৩·৮৫ লাখ নিয়োগৰ সুবিধা উদ্ভৱ হৈছিল। তাৰে ১·৩৯ লাখ কৃষি আৰু ইয়াৰ আনুষঙ্গিক ব্যৱসায়ত সৃষ্টি হৈছিল। মাত্ৰ ২·৪৫ লাখ নিয়োগৰ সুবিধাহে অন্যান্য উদ্যোগ ব্যৱসায় আদিত উদ্ভৱ হৈছিল যদিও ইয়াৰ ১·২২ লাখ নিয়োগৰ সুবিধা পৰোক্ষভাৱেহে সৃষ্টি হৈছিল। চতুৰ্থ পৰিকল্পনাৰ সময় ছোৱাত অসমত মাত্ৰ ৪·৭৩ লাখ নিয়োগৰ সুবিধা প্ৰত্যক্ষভাৱে উদ্ভৱ হব বুলি আশা কৰা হৈছে। ইয়াৰে ১·১৬ লাখ কৃষি খণ্ডত উদ্ভৱ হোৱাৰ সম্ভাৱনা। কৃষি খণ্ডত ক্ষুদ্ৰ জল সিঞ্চন, ভূমি সংৰক্ষণ, পশু বিভাগ, দুগ্ধ আৰু দুগ্ধজাত সামগ্ৰী প্ৰস্তুত আৰু যোগান, বন বিভাগ আৰু মীন বিভাগো অন্তৰ্ভুক্ত কৰা হৈছে। কৃষি খণ্ডৰ বাহিৰে অন্য কাৰ্য্য যেনে সেৱা (চাকৰি), তৈয়াৰী কাম, উদ্যোগ শক্তি, পৰিবহন আৰু যাতায়াত, সামাজিক সেৱা ইত্যাদিত ৩·৫৭ লাখ নিয়োগৰ সুবিধা উদ্ভৱ হব বুলি অনুমান কৰা হৈছে। এইবোৰৰ বাহিৰেও এই পৰিকল্পনাৰ সময়ত আৰু ২·৬৫ লাখ পৰোক্ষ নিয়োগৰ সুবিধাৰ সৃষ্টি হব বুলি ধৰা হৈছে। মুঠতে চতুৰ্থ পৰিকল্পনাৰ সময়ত সৰ্ব্বমুঠ ৭·৩৮ লাখ নিয়োগৰ সুবিধা সৃষ্টি হব। কিন্তু তথাপিও অসমত আৰু ৫·৬২ লাখ মানুহ নিবনুৱা হৈ থাকিব।

# সমস্যা সমাধানৰ উপায়

## (ক) গাঁৱলীয়া অঞ্চলৰ সমস্যা

ওপৰত অসমৰ নিবনুৱা সমস্যাৰ এটি সংক্ষিপ্ত বিৱৰণ দাঙি ধৰা হৈছে। ইয়াৰ পৰা দেখা গৈছে যে চতুৰ্থ পৰিকল্পনাৰ কাল

হোৱাত অসমত প্ৰায় ১৩ লাখ মানুহৰ নিযুক্তিৰ সুবিধাৰ প্ৰয়োজন হ'ব। কিন্তু সৰ্ব্বমুঠ ৭'৩৮ লাখ নিয়োগৰ সুবিধাহে উদ্ভৱ হোৱাৰ সম্ভাৱনা আছে। গতিকে এই পৰিকল্পনাৰ অন্তত ৫'৬২ লাখ মানুহ নিয়োগৰ সুবিধা নোপোৱাকৈ থাকিব। এইখিনি হৈছে অসমৰ নিবনুৱা পৰিস্থিতিৰ চৰকাৰী অনুমান পৰিসংখ্যাৰ থূলমূল বিবৃতি। কিন্তু মনত ৰখা উচিত হব যে চৰকাৰে উলিওৱা নিবনুৱা সংখ্যা অসমৰ প্ৰকৃত নিবনুৱা পৰিস্থিতিৰ পূৰ্ণ প্ৰতিচ্ছবি নহয়। অসমত স্বাভাৱিক জনসংখ্যা বৃদ্ধিৰ হাৰ সৰ্ব্ব ভাৰতীয় হাৰতকৈ বেচি হোৱাৰ উপৰিও ইয়ালৈ অবাধে বিভিন্ন দেশ আৰু বিভিন্ন অঞ্চলৰ পৰা চাকৰি বা বিভিন্ন ধৰণৰ জীৱিকা নিৰ্ব্বাহৰ উপায় বিচাৰি প্ৰায় সদায়েই মানুহ আহি আছে। এই বহিৰাগতৰ সোঁতে অসমৰ মুষ্টিমেয় নিয়োগ সুবিধাৰ ওপৰত বেচিকৈয়ে হেঁচা দিয়াৰ উপৰিও নিবনুৱা পৰিস্থিতিত আস্থিৰ অৱস্থাৰ সৃষ্টি কৰিছে। ভৱিষ্যতে দেশত উদ্ভৱ হোৱা নিবনুৱাৰ কাৰণে নিয়োগ আঁচনি যুগুত কৰোঁতে এনে বহিৰাগতৰ সম্ভাব্য পৰিমাণ আৰু প্ৰভাৱ লেখত লোৱা হোৱা নাছিল।

দ্বিতীয়তে অসমৰ অৰ্থনৈতিক আৰু সামাজিক পৰিস্থিতি এনে ধৰণৰ যে এনে অৱস্থাত প্ৰকৃত উপাৰ্জ্জনৰত বা প্ৰকৃত নিয়োজিত, অৰ্দ্ধ নিয়োজিত আৰু ভুৱা নিয়োজিত মানুহৰ সম্যক পৰিচয় পোৱা টান। এজনৰ উপাৰ্জ্জনতে গোটেই পৰিয়ালটো বৰ্ত্তি থকা বা একে টুকুৰা মাটিতে ভাই ককাই কেইবাজনো খেতি বাতি কৰি কোনোমতে পেট প্ৰৱৰ্ত্তন কৰা অসমৰ গাঁৱলীয়া জীৱনৰ চিৰাচৰিত প্ৰথা। প্ৰকৃততে গাঁৱলীয়া অঞ্চলৰ বহু সংখ্যক লোকেই নিৱনুৱা, কিন্তু সুবিধা আৰু সম্বলৰ অভাৱৰ কাৰণে য'তে যি পাইছে তাতে লাগি আছে। এনে অৱস্থা নিবনুৱা অৱস্থাৰ ভুৱা ৰূপ। গতিকে নিবনুৱা অৱস্থা সমাধানৰ আঁচনিত এনে পৰিাস্থতি অন্তৰ্ভুৰ্ক্ত হোৱা উচিত।

অসমৰ অৰ্থনৈতিক প্ৰগতি আৰু সামাজিক বাতাবৰণ পৰিবৰ্ত্তনৰ ওপৰতেই নিবনুৱা সমস্যা সমাধানৰ উপায় নিহিত আছে। অসম

কৃষি প্ৰধান অঞ্চল আৰু এতিয়াও ১৮/১৯ বছৰ পৰিকল্পনাৰ কাল শেষ হোৱাৰ পিচতো অসমৰ কৃষি আৰু কৃষকৰ অৱস্থাৰ কিবা যে লেখত লবলগীয়া পৰিবৰ্ত্তন হৈছে তাক কব নোৱাৰি। গতানুগতিক পদ্ধতিৰে এতিয়াও কৃষি কাৰ্য্য সম্পাদন হৈছে আৰু গতানুগতিক-ভাৱেই এতিয়াও কৃষকে স্বাভাৱিক ৰ'দ বৰষুণৰ ওপৰতেই নিৰ্ভৰ কৰি খেতি পথাৰ কৰিছে। অ'ত ত'ত যি অকণ পৰিবৰ্ত্তন হৈছে যেনে বৈজ্ঞানিক প্ৰণালীৰে কৃষিকাৰ্য্য সম্পাদন, ৰাসায়নিক সাৰ আৰু অধিক ফচলক্ষম বীজৰ ব্যৱহাৰ ইত্যাদি—সি সামগ্ৰিক কৃষিকাৰ্য্যৰ তুলনাত অতি নগণ্য। গতিকে গাঁৱলীয়া কৃষকৰ লেখত লবলগীয়াভাৱে অৰ্থনৈতিক অৱস্থাৰ উন্নতি হোৱা নাই। অথচ স্বীকাৰ কৰিব লাগিব যে কৃষকে প্ৰায় সকলো ধৰণৰ শস্যৰ মূল্য বৃদ্ধিৰ সুফল ভোগ কৰিবলৈ সুবিধা পাইছে। কিন্তু এইটোও সঁচা যে মূল্য বৃদ্ধি জনিত কৃষকৰ যি অধিক আয় হৈছে, সেই বৰ্দ্ধিত আয় কৃষকৰ অন্য নিত্য প্ৰয়োজনীয় সামগ্ৰী সংগ্ৰহ কৰোঁতে শেষ হৈ গৈছে। গতিকে তেওঁলোকৰ কোনো সাচৰাহ সম্ভৱ হোৱা নাই। কৃষকৰ অৱস্থাৰ পৰিবৰ্ত্তন নোহোৱাৰ কাৰণে গাঁৱলীয়া অঞ্চলত অৰ্থনৈতিক, সামাজিক অৱস্থাৰো কোনো পৰিবৰ্ত্তন সম্ভৱ হোৱা নাই। গতিকে গতানুগতিক স্থিতিশীল অৱস্থা আৰু লগে লগে জীৱন যাপনৰ আওভাও একো সলনি হোৱা নাই।

এইখিনিতে প্ৰশ্ন উঠে কৃষকৰ অৰ্থনৈতিক আৰু সামাজিক উন্নতিৰ লগত নিবনুৱা সমস্যা সমাধানৰ কিবা সম্পৰ্ক আছে জানো? আমাৰ বোধেৰে এই দুয়োটাৰে অতি ঘনিষ্ঠ সম্পৰ্ক আৰু এই দুয়োটাকে পৃথকভাৱে সমাধান কৰিবলৈ যোৱাৰ কাৰণেই আমাৰ দেশত বিশৃঙ্খল পৰিস্থিতিৰ সৃষ্টি হৈছে। আমাৰ এটা বদ্ধমূল ধাৰণা যে ক্ষুদ্ৰ ক্ষুদ্ৰ কৃষি খণ্ড অৰ্থনৈতিক গোটলৈ পৰিণত কৰি আৰু ভূমিহীন কৃষকক কৃষিভূমিৰ যোগান দি গাঁৱলীয়া নিবনুৱা অৱস্থাৰ অন্ত পেলাব পাৰি। গতিকেই ভূমি বণ্টন ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন,

প্ৰকৃত কৃষকক ভূমি বণ্টন, অনুপস্থিত ভূমিপতিৰ বিলোপ সাধন ইত্যাদি কিছুমান অত্যাৱশ্যকীয় ব্যৱস্থাৰ ওপৰত গুৰুত্ব দিয়া হৈছে গাঁৱলীয়া অৰ্থনৈতিক পুনৰ সংস্থাপনৰ ব্যৱস্থা হিচাপে। কিন্তু এই ব্যৱস্থাবোৰ আংশিক ভাৱেহে ফলৱতী হৈছে। কৃষিকাৰ্য্যত নিৰ্ভৰশীল বাইজক আৰু এনে অঞ্চলৰ ক্ৰমবৰ্দ্ধমান জনসংখ্যাক বিতৰণ কৰিবলৈ কৃষিভূমিৰ যোগান সদায়েই বৃদ্ধি সম্ভৱ নহয়। গতিকে এচাম মানুহক কৃষিকাৰ্য্যৰ পৰা অন্য ব্যৱসায়লৈ আতৰাই আনিব লাগিব। কৃষিকাৰ্য্যত ব্যৱহাৰ কৰিব নোৱাৰা এনে জন-শক্তিক ব্যৱহাৰৰ কাৰণে তেওঁলোকৰ নিজা এলেকাৰ পৰা দূৰ ঠাইলৈ নিব নোৱাৰি। কিয়নো তেনে কৰিলে পাৰিবাৰিক বিচ্ছিন্নতা আৰু তেনেকুৱা আনুষঙ্গিক অসুবিধাৰ উদ্ভৱ হব পাৰে। গতিকে স্বএলেকাত নিয়োগৰ ব্যৱস্থাৰ প্ৰয়োজন।

এইটো কেনেকৈ সম্ভৱ হব? এনে অৱস্থাৰ সম্ভৱ হব যদিহে আমি গাঁৱলীয়া অঞ্চলসমূহ কেইবাখনো গাওঁ বা একোটা মৌজাৰ এলেকাক অৰ্থনৈতিকভাৱে সম্পূৰ্ণ স্বাৱলম্বী এলেকা কৰাৰ আঁচনি প্ৰস্তুত আৰু কাৰ্য্যকৰী কৰিব পাৰো। গাঁৱলীয়া অঞ্চলত বিভিন্ন ধৰণৰ ঠিকা ঠুকুলি, মাটিৰ কাম, ৰাস্তা পদূলি, দলং আদি বনোৱা কাম ইত্যাদিত থলুৱা বনুৱা নিয়োগ কৰিলে বহু মানুহৰ উপাৰ্জ্জনৰ বাট মুকলি হব। ইয়াৰ উপৰিও উদ্বৃত্ত ধান চাউল আদিৰ সংগ্ৰহ আৰু বিতৰণ, শাক পাচলি সংগ্ৰহ আৰু চহৰীয়া অঞ্চললৈ চালান, সৰু সৰু দোকান পোহাৰ, দৰ্জ্জি, নাপিত, কাপোৰ ধোৱা দোকান পৰিচালনা ইত্যাদি কৰিও বহু সংখ্যক লোকে নিযুক্তি পাব পাৰে। কিন্তু এইবোৰ সম্ভৱ হব যদিহে আমাৰ মানুহৰ মাজত শ্ৰম মৰ্য্যাদা বিষয়ক জ্ঞানৰ উদয় হয়। আমাৰ মানুহৰ মনত কায়িক শ্ৰমৰ দ্বাৰা উপাৰ্জ্জন কৰা লোক নিম্ন শ্ৰেণীৰ বুলি এটা ধাৰণা আছে। এই ভুল ধাৰণাটো আমাৰ মানুহৰ মাজৰ পৰা আতৰ কৰিব নোৱাৰিলে আমাৰ সমাজৰ উন্নতি অসম্ভৱ। এইখিনিতে

সামাজিক আৰু ৰাজনৈতিক নেতৃস্থানীয় লোক আৰু শিক্ষাবিদ সকলৰ সেৱাৰ প্ৰয়োজন। এখন নতুন সমাজক গঢ় দিবলৈ হলে, আও পুৰণি এলাহ্নুকলীয়া ভাবধাৰাৰ পৰিবৰ্ত্তনৰ অতি প্ৰয়োজন।

দ্বিতীয়তে আমাৰ আৰু এটা ধাৰণা যে আমাৰ দেশৰ বৰ্ত্তমান ভূমি বণ্টন ব্যৱস্থাত আৰু বৰ্ত্তমানৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ভূমি খণ্ড অৱস্থিত কৃষি ব্যৱস্থাত কৃষকৰ উন্নতি অসম্ভৱ। আমি স্বীকাৰ কৰো যে বৃহৎ ভূমি আয়তন কৃষি ব্যৱস্থাত যান্ত্রিক পদ্ধতিৰে কৃষি কৰিব পাৰিলে কৃষি উৎপাদন বৃদ্ধি সহজেই সম্ভৱ। কিন্তু ভাৰতৰ নিচিনা ক্ৰমবৰ্দ্ধমান জনবহুল দেশত বৃহত আয়তনৰ কৃষি সম্ভৱ নহয়। গতিকে আমি বিকল্প ব্যৱস্থা চিন্তা কৰিব লাগিব। এনে ব্যৱস্থাৰ নমুনা আমি জাপানৰ পৰা সংগ্ৰহ কৰিব পাৰো। ক্ষুদ্ৰ আয়তনৰ কৃষি খণ্ডত উন্নত কৃষি পদ্ধতি ব্যৱহাৰ কৰিব নোৱাৰাৰ কোনো কাৰণ নাই। মাত্ৰ ব্যয় বহুল পদ্ধতি যেনে কৃত্ৰিম পানী যোগান, যান্ত্ৰিক নাঙল আদিক ব্যক্তিগত ভাৱে যোগান ধৰিবলৈ চেষ্টা নকৰি সমূহীয়া প্ৰচেষ্টাৰে বা দুই তিনিজনে যুটীয়াভাৱে ললে অৰ্থনৈতিক ভাৱে লাভবান হোৱাৰ সম্ভাৱনা বেচি। বেচি ফচলক্ষম, বৰ্ণসঙ্কৰ জাতীয় বীজ, কম সময়তে পূৰঠ হোৱা বীজ, মিশ্ৰিত শস্য আৰু লগে লগে প্ৰয়োজনীয় ৰাসায়নিক আৰু জৈৱিক সাৰৰ ব্যৱহাৰ আৰু যথেষ্ট পৰিমাণে বছৰৰ সকলো সময়তে পানী যোগানৰ ব্যৱস্থা, শস্য সংৰক্ষণৰ সুবিধা আৰু উচিত মূল্যত ৰাহি শস্যৰ বিক্ৰী ইত্যাদি ব্যৱস্থাৰ সুবিধা কৰিলে কৃষকৰ বৰ্ত্তমানৰ সম্পত্তি স্বত্ত্ব ভিত্তিৰ গঢ়টোৰে এখন সমৃদ্ধিশালী সমাজ ব্যৱস্থা গঢ়ি তোলা অসম্ভৱ নহয়।

আমি এতিয়া আমাৰ প্ৰধান বিবেচ্য বিষয় যেনে অৰ্থনৈতিক, সামাজিক পৰিবৰ্তনৰ লগত নিবনুৱা সমস্যাৰ সম্পৰ্কৰ বিষয়ে চুটিকৈ আলোচনা কৰি আমাৰ আলোচ্য বিষয়ৰ প্ৰথম খণ্ড শেষ কৰিম। এটা কথা সকলোৰে বিদিত যে মানুহৰ আয় বেচি হলে

ব্যয় পিপাসা বেচি হয় আৰু ফল স্বৰূপে মানুহৰ বিভিন্ন বস্তুৰ চাহিদা বেচি হয়। কাৰ্য্যকৰী চাহিদা বৃদ্ধি। হলেই বিত্ত নিয়োগৰ সুযোগ হয় আৰু বিত্ত নিয়োগৰ দ্বাৰাইহে শ্ৰম নিয়োগ বিকশিত হয়। তেতিয়া হলেই আনকি গাঁৱলীয়া অঞ্চলতো বিভিন্ন ধৰণৰ নিয়োগ ব্যৱস্থাৰ সম্ভৱ হয়। গাঁৱলীয়া অঞ্চলবিলাকতো ভিন্ন ধৰণৰ কাৰ্য্যকলাপেৰে পৰিবেষ্টিত স্বাৱলম্বী অঞ্চল কৰি গঢ়ি তোলাৰ আঁচনি যুগুত আৰু সম্পাদিত কৰিব পাৰিলে গাঁৱলীয়া অঞ্চলৰ নিবনুৱা সমস্যা সমাধান কৰিব পৰা যাব। ইয়াৰ কাৰণে লাগে চৰকাৰৰ প্ৰচেষ্টা, বাস্তৱমুখী আৰু কাৰ্য্যকৰী ধৰণৰ আঁচনি আৰু অনিশ্চিত আশঙ্কা গ্ৰহণ কৰিব পৰা ক্ষমতা আৰু প্ৰয়োজন। অন্যহাতে ৰাইজৰ ঐকান্তিক ইচ্ছা, সহযোগিতা আৰু নতুনকৈ গ্ৰহণ কৰাৰ আগ্ৰহ চৰকাৰৰ প্ৰচেষ্টাৰ লগত সমান ভাৱেই আৱশ্যক। চৰকাৰে অকলে বা ৰাইজে চৰকাৰৰ সহযোগ নোহোৱাকৈ সৰ্ব্বতোমুখী উন্নয়ন সম্ভৱপৰ কৰি তোলা টান। বৰ্ত্তমান অৱস্থাত আমাৰ দেশত এনে দ্বিপাক্ষিক সহযোগৰ অভাৱ। মাউথে উটিলে গুৰি পকৱাৰো মৃত্যু নাই। চৰকাৰ আৰু ৰাইজ দুয়ো যদিহে উন্নয়নকামী হয়, আমাৰ উন্নতি সুনিশ্চিত।

অসম কৃষি প্ৰধান অঞ্চল হলেও ইয়াৰ নিবনুৱা সমস্যা, কৃষি উন্নতি আৰু সম্প্ৰসাৰণৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰি সমাধান কৰিবলৈ চেষ্টা কৰা অযুক্তিকৰ হব। অৰ্থনৈতিক কাৰ্য্যক্ৰম ভিন্নমুখী কৰিব নোৱাৰিলে এই অঞ্চলটোৰ সমস্যা সমাধান কৰা সম্ভৱ নহয়। কিন্তু ভৌগোলিক দূৰত্ব, সীমামূৰীয়া অৱস্থান, পৰিবহন আৰু যাতায়াতৰ অনুন্নত অৱস্থা আৰু আভ্যন্তৰীণ ঠেক গণ্ডীৰ বজাৰ ইত্যাদি বিভিন্ন কাৰণবশতঃ এই অঞ্চলটোত অপৰ্য্যাপ্ত কেঁচামাল থকা সত্বেও এতিয়ালৈকে যথেষ্ট পৰিমাণে উদ্যোগ প্ৰতিষ্ঠান গঢ়ি উঠা নাই।

অসমৰ সংগঠিত খণ্ডত চাহ শিল্প, শোধানাগাৰ, সাৰ প্ৰস্তুত

কাৰখানা, কেইটামান ধান বনা কল, কাঠফলা কল আৰু প্লাইউড তৈয়াৰ কৰা কলৰ বাহিৰে তেনে কোনো বিশেষ উল্লেখযোগ্য উদ্যোগ এতিয়ালৈকে প্ৰতিষ্ঠা হোৱা নাই। চাহ শিল্প যদিও অতি ব্যাপক, তথাপিও ইয়াৰ গঠন, পৰিচালনা আৰু বিত্ত যোগান ব্যৱস্থাৰ কাৰণে অসমে এই শিল্পৰ পৰা প্ৰত্যক্ষ আৰু আনুষঙ্গিক সা-সুবিধা ভোগ কৰিবলৈ পোৱা নাই। এই শিল্পত আৰু বনুৱা নিয়োগৰ স্থল নাই; বৰং ইয়াৰ ভিতৰতে ইতিমধ্যে শ্ৰমিক নিবনুৱাৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি হৈ আহিছে। গতিকে অদূৰ ভৱিষ্যতো এই শিল্পই যে নিয়োগৰ সুবিধা আগবঢ়াব পাৰিব তাক আশা কৰা ভুল।

অসমত অন্য উদ্যোগ স্থাপন আৰু সম্প্ৰসাৰণ নোহোৱাৰ মূখ্য কাৰণ হৈছে, আমাৰ মানুহৰ আৰু চৰকাৰৰ পৰনিৰ্ভৰশীলতা। আভ্যন্তৰীণ মূলধনৰ অভাৱ আৰু অৰ্হতাপূৰ্ণ থলুৱা উদ্যোগৰ অভাৱ —এই দুই কাৰণ দৰ্শাই আমাৰ চৰকাৰে স্বাধীনোত্তৰৰ গোটেই কালছোৱা ইয়াত উদ্যোগ স্থাপনৰ কাৰণে অন্য ঠাইৰ উদ্যোগৰ ওপৰত নিৰ্ভৰ কৰি বহি থাকিল। কিন্তু বাহিৰৰ উদ্যোক্তাই ইয়াত উদ্যোগ স্থাপন কৰাৰ পৰিবৰ্তে নানান ধৰণৰ বেহাই সুবিধা ভোগ কৰা সত্বেও যাতে কোনো ধৰণৰ উদ্যোগ স্থাপন হব নোৱাৰে, তাৰহে ব্যৱস্থা হাতত লোৱা আমাৰ দৃষ্টি গোচৰ হৈছে। বাহিৰৰ উদ্যোক্তাই এনে কৰাটো অতি স্বাভাৱিক। কিয়নো অসমৰ বজাৰৰ পৰিস্থিতি এনেহে যে ইয়াৰ প্ৰধান প্ৰধান যোগান কেন্দ্ৰৰ পৰা দূৰত, ইয়াৰ যাতায়াত আৰু পৰিবহন ব্যৱস্থাৰ অনুন্নত অৱস্থা ইত্যাদিৰ কাৰণে মহাজনৰ ইচ্ছা অনুসৰি যোগান চাহিদাৰ তাৰতম্য সৃষ্টি কৰি মূল্য বৃদ্ধি কৰা অতি সহজ। এনেকুৱা এখন যোগান নিৰ্ভৰশীল মূল্যৰ বজাৰ থকা অঞ্চলত কোনো সাধাৰণ জ্ঞান থকা উদ্যোক্তাই ইয়াত উদ্যোগ স্থাপন কৰি নিজৰ স্বাৰ্থহানী কৰিবলৈ আগবাঢ়ি নাহে। গতিকেই বিভিন্ন ধৰণৰ লাইচেন্স

দিয়া সত্বেও এতিয়ালৈকে উল্লেখযোগ্য উদ্যোগ স্থাপন হোৱা নাই আৰু যি দুই এটা হৈছে, যেনে এচ'চিয়েটেড ইণ্ডাষ্ট্ৰিজ, অসম হাৰ্ডবৰ্ড ইত্যাদি—এইবোৰৰ অৱস্থা মৃতপ্ৰায়। তাৰোপৰি বহিৰাগত উদ্যোক্তাই ইয়াত উদ্যোগ স্থাপন কৰিলেও এনে উদ্যোগত থলুৱা লোকে নিয়োগৰ সুবিধা পোৱাৰ পৰা বঞ্চিত হয়। এনে পৰিস্থিতি ইয়াত সদায়েই হৈ আছে। গতিকে যি দুই এটা উদ্যোগ স্থাপন হৈছে, তাত থলুৱা লোকে নিয়োগৰ সুবিধা পোৱা নাই।

এইখিনিতে এটা কথা মনত ৰখা উচিত হব যে অসমৰ নিচিনা সীমামূৰীয়া অঞ্চলত একফলীয়া উন্নয়ন কৰি ইয়াৰ অৰ্থনৈতিক আৰু নিবনুৱা সমস্যাৰ সমাধান কৰিব নোৱাৰি। গতিকেই ভাৰসাম্য উন্নয়ন এই অঞ্চলটোৰ কাৰণে অপৰিহাৰ্য্য। যিহেতু বিভিন্ন ধৰণৰ উদ্যোগ স্থাপনৰ কাৰণে এই অঞ্চলটো উদ্যোগ প্ৰয়োজিত কেঁচামালেৰে অতি চহকী, গতিকে এই অঞ্চলটোত উদ্যোগ স্থাপন সহজসাধ্য। মূলধনৰ অভাৱ আৰু অৰ্হতাপূৰ্ণ উদ্যোগৰ অভাৱ উদ্যোগ স্থাপনৰ অন্তৰায় কেতিয়াও হব নোৱাৰে। এইবোৰ হৈছে পুৰণিকলীয়া গোড়া ধাৰণা। নতুন সমাজতান্ত্ৰিক জনকল্যাণমুখী ৰাষ্ট্ৰত এনে পুঁজিবাদী সমাজৰ আওপুৰণি ধাৰণা অপ্ৰচলিত। এতিয়া ৰাষ্ট্ৰই নিজে উদ্যোগৰ দায়িত্ব গ্ৰহণ কৰিব লাগিব আৰু ব্যক্তিগত মূলধনৰ পৰিবৰ্ত্তে সামাজিক মূলধন গঠন আৰু সংগ্ৰহৰ আঁচনি লব লাগিব। ৰাইজৰ অনুমোদিত আৰু প্ৰীতিভাজন এখন চৰকাৰে সামাজিক মূলধন সংগ্ৰহ কৰিব নোৱাৰিলে চৰকাৰৰ অকৰ্মণ্যতা আৰু উদ্যোগহীনতাৰ পৰিচায়কৰ বাহিৰে অন্য কাৰণ থাকিব নোৱাৰে।

অসমৰ নিচিনা অঞ্চলত উদ্যোগ আঁচনি অতি যত্ন সহকাৰে যুগুত কৰা উচিত। মাত্ৰ কেঁচামাল যোগান ভিত্তিতেই উদ্যোগ আঁচনি প্ৰস্তুত কৰা অনুচিত। বাহিৰৰ বজাৰত যিহেতু অসমত তৈয়াৰী সামগ্ৰীয়ে মুকলি প্ৰতিযোগিতাত ফেৰ মৰা বিভিন্ন কাৰণবশত:

সম্ভহতে কঠিন হব, সেই কাৰণে আভ্যন্তৰীণ বজাৰত যোগান চাহিদাৰ ভিত্তিত সামগ্ৰী প্ৰস্তুত ব্যৱস্থা হাতত লোৱা উচিত। আকৌ এনে অঞ্চলত ক্ষুদ্ৰ আৰু মজলীয়া আকাৰৰ উদ্যোগ স্থাপনত গুৰুত্ব দিয়া উচিত। বৃহৎ উদ্যোগ মূলধন বিস্তৃত। ইয়াত নিয়োগৰ সুবিধা কম। অন্যহাতে ক্ষুদ্ৰ উদ্যোগ শ্ৰম বিস্তৃত আৰু কম মূলধনেৰে স্থাপন কৰিব পাৰে। গতিকে কম মূলধনেৰে বেচি নিয়োগৰ সুবিধা হোৱা উদ্যোগ স্থাপনত অগ্ৰাধিকাৰ দিয়া উচিত।

মূলধনৰ যোগান আৰু উদ্যোগ স্থাপনৰ কিতিপ কৌশল যোগান ধৰি নব উদ্যোক্তাক সহায় উদ্দীপনা দিয়াৰ উদ্দেশ্যে লৈ অসমত বাণিজ্যিক বিত্ত নিগম, অসম উদ্যোগিক উন্নয়ন নিগম, অসম ক্ষুদ্ৰ উদ্যোগ উন্নয়ন নিগম, অসম কৃষি উদ্যোগ নিগম ইত্যাদি কেইবাটাও অনুষ্ঠান স্থাপন কৰা হৈছিল। কিন্তু পৰিতাপৰ বিষয় যে এই অনুষ্ঠান কেইটা পৰিচালনা ভ্ৰান্তিৰ কাৰণে উদ্যোগ সহায়ক নহৈ উদ্যোগৰ হেঙাৰ হৈহে পৰিছে। ৰাজনৈতিক টনা আজোৰা, ৰাজনৈতিক হেঁচা, স্বজনপ্ৰিয়তা ইত্যাদিৰ কাৰণে বাণিজ্যিক বিত্ত নিগমটোৰ এতিয়া দেউলীয়া অৱস্থা। উদ্যোগ উন্নয়ন নিগমে এতিয়ালৈকে এটা উদ্যোগৰ আঁচনিকে প্ৰস্তুত কৰিব পৰা নাই। ক্ষুদ্ৰ উদ্যোগ নিগমে য'তে হাত দিছে তাতেই লোকচান ভৰি দেউলীয়া প্ৰায় হৈছে। কৃষি উদ্যোগ নিগমৰ জন্মৰ পৰাই অসুখ। গতিকে কোনো এটা অনুষ্ঠানেই অসমৰ উদ্যোগ উন্নয়নত অৰিহণা দিব পৰা নাই। এই আটাই কেইটাৰ পৰিচালনা নীতি আৰু উচ্চ পদস্থ বিষয়া সকলোৰে আমূল পৰিবৰ্ত্তন প্ৰয়োজন। অন্য অঞ্চলত এনে অনুষ্ঠানবিলাকে থলুৱা উদ্যোগপতিক সহায় সুবিধা দিয়াৰ উপৰিও, স্থান ভেদে নিজেই উদ্যোগ স্থাপন কৰাৰ আঁচনি গ্ৰহণ কৰিছে। অসমৰ এই অনুষ্ঠান কেইটাই এনে আঁচনি গ্ৰহণ কৰিলেহে উদ্যোগ স্থাপন অবিলম্বিত হব।

অসম এতিয়াও অৱহেলিত আৰু উপেক্ষিত। তিনিখন পাঁচ

বহুবীয়া পৰিকল্পনাত পুতলা সদৃশ শোধনাগাৰ এটা আৰু সাৰ কাৰখানা এটাৰ বাহিৰে কোনো উদ্যোগ স্থাপনৰ আঁচনি প্ৰস্তুত কৰা হোৱা নাছিল। চতুৰ্থ পৰিকল্পনাতো যে বিশেষ কিবা হব তাৰো নমুনা এতিয়ালৈকে দৃষ্টি গোচৰ হোৱা নাই। আৰু এটা শোধনাগাৰ আৰু পেট্ৰ-ৰাসায়নিক চক্ৰ, কাগজৰ কল, চিমেণ্ট কাৰখানা ইত্যাদি হব বুলি কেন্দ্ৰীয় চৰকাৰে আশ্বাস দিছে। কিন্তু আহক বাৰিষা কাটক পাত, ইও সম্পূৰ্ণ অনিশ্চয়। তথাপিও ভাৰতৰ ৰাজনৈতিক পৰিস্থিতি বৰ্ত্তমান ইমান অস্থিৰ যে এবছৰৰ পিচত কোন শাসনত থাকিব তাক কোৱা টান। গতিকে এতিয়াৰ প্ৰতিশ্ৰুতি বাস্তৱত ৰূপায়িত হোৱা নোহোৱাৰ সম্ভাৱনা সম্পূৰ্ণ আশঙ্কা-জনিত। গতিকে কেন্দ্ৰৰ আশ্বাসৰ ওপৰত নিৰ্ভৰ কৰি ভৱিষ্যতৰ সপোন ৰচা ভুল হব।

কেন্দ্ৰৰ দ্বাৰা অৱহেলিত আৰু উপেক্ষিত হোৱাৰ প্ৰধান কাৰণ হৈছে আমাৰ দুৰ্ব্বলতা। আমাৰ হৈ মাতোতা কোনো নাই। ৰাজ্য চৰকাৰ দুৰ্ব্বল, ঠেকহীন। কেন্দ্ৰৰ আশীৰ্ব্বাদত তিষ্ঠি আছে। গতিকে তেওঁলোকৰ মাত দুৰ্ব্বল। আমাৰ প্ৰতিনিধি-সকলেও আন্তৰ্জাতিক বিষয় লৈয়েই ব্যস্ত, আঞ্চলিক সমস্যাৰ অৱ-তাৰণা কৰি সংকীৰ্ণ মনোবৃত্তিৰ পৰিচয় দিবলৈ তেওঁলোক কুণ্ঠিত। আমাৰ ৰাইজ ব্যক্তিগত স্বাৰ্থ লৈয়েই ব্যস্ত। তেওঁলোকৰ সমূহীয়া স্বাৰ্থৰ চিন্তা কৰিবলৈ অৱসৰ নাই। জনমত বোলা বস্তু এটা অসমত এতিয়াও ঠন ধৰি উঠা নাই। গতিকে অসমৰ সমস্যা, অসমৰ অভাৱ অনাটন, অসমৰ হা-হুতাশ দিল্লীৰ কাণত নপৰে। সমস্বত্ব অধিকাৰৰ ভিত্তিত অসমে নিজকে প্ৰতিপন্ন কৰিবলৈ শিকিব লাগিব। নহলে দান ভিক্ষাৰ দ্বাৰা ইয়াৰ সমস্যা সমাধান কেতিয়াও নহব।

এটা কথা মনত ৰখা উচিত হব যে কেৱল উদ্যোগ স্থাপন কৰিয়েই এটা অঞ্চলৰ নিবনুৱা সমস্যা সমাধান সম্ভৱ নহয়। মানুহে

নিজকে নিয়োগ উপযোগী কৰি গঢ়ি তুলিব নোৱাৰিলে হাতৰ কল বান্দৰে খোৱা একো অস্বাভাৱিক নহয়। অসমত এতিয়াও ৰেল, পোষ্ট অফিচ, বেঙ্ক আদি নানা ধৰণৰ কেন্দ্ৰীয় প্ৰতিষ্ঠান আছে। এইবোৰত থলুৱা লোকৰ নিয়োগৰ সংখ্যা সৰ্ব্বমুঠ নিয়োগৰ এক শতাংশও নহব। এইবোৰ চাকৰি এতিয়াও বাহিৰাগতই উপভোগ কৰি আছে। এই বিষয়ত আমাৰ ৰাইজ আৰু ৰাজ্যিক চৰকাৰ দুয়ো নিৰ্ব্বাক দৰ্শনৰ ভূমিকাৰ বাহিৰে একো সক্ৰিয় ব্যৱস্থা গ্ৰহণ কৰা নাই। এই ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন সাধন কৰি, থলুৱা মানুহৰ কাৰণে সুযোগ সুবিধা সংৰক্ষণ কৰিব নোৱাৰিলে অসমত নিবনুৱা সমস্যা কেতিয়াও সমাধান নহব। সাংবিধানিক ভাৱে এনে নীতি বিধিগত নহলেও, কাৰ্য্যকৰী নীতিৰ দ্বাৰা এনে বিধি ফলৱতী কৰাৰ সুযোগ আছে।

## বেপাৰ বাণিজ্য :

অসমৰ অৰ্থনৈতিক পৰিস্থিতিৰ এটা বিশিষ্ট লক্ষণ হৈছে, ইয়াৰ কেইটামান বিশেষ খণ্ড সম্পূৰ্ণভাৱে এনে কিছুমান ব্যক্তি বিশেষৰ হাতত এনেদৰে ন্যস্ত হৈছে, তাৰ পৰা এই অঞ্চলটোৱে অৰ্থনৈতিক সা-সুবিধাৰ পৰা বঞ্চিত হোৱাৰ উপৰিও এনে কাৰ্য্যত থলুৱা লোকৰ প্ৰৱেশ পথও বন্ধ কৰি ৰখা হৈছে। আভ্যন্তৰীণ বেপাৰ বাণিজ্য এনে এটা কাৰ্য্য কলাপৰ উদাহৰণ। দেশৰ অৰ্থনৈতিক আৰু সামাজিক উন্নতি হোৱাৰ লগে লগে এই খণ্ডটোৰ সম্প্ৰসাৰণ হয় আৰু লগে লগে নিয়োগৰ সুবিধা বিস্তৃত হয়। কিন্তু যিহেতু অৱস্থিত বাণিজ্য কেন্দ্ৰ বা বজাৰ অঞ্চলত এক বিশেষ গোষ্ঠিয়ে একাধিপত্য স্বত্ব ভোগ কৰি আছে, তাত থলুৱা লোকৰ অনুপ্ৰৱেশৰ পথ বন্ধ হৈ আছে। গতিকে এই খণ্ডটোত বিকল্প ব্যৱস্থাৰ প্ৰয়োজন।

অসমৰ কেইবাখনো চহৰৰ বাবে পৰিকল্পিত ভাৱে উন্নয়ন

আঁচনি যুগুত আৰু গৃহীত হৈছে। এই আঁচনি অনুসৰি চহৰৰ বিভিন্ন অঞ্চলবোৰ গুৰুত্ব সহকাৰে চিহ্নিত কৰা হৈছে। নতুন বজাৰ বা বাণিজ্যিক কেন্দ্ৰবোৰ এতিয়াৰ দৰে খেলিমেলি ভাৱে গঢ়ি উঠিবলৈ নিদি, চৰকাৰ আৰু মিউনিচিপেলিটি দুয়ো অনুষ্ঠানৰ যুটীয়া প্ৰচেষ্টাত পৰিকল্পিত বজাৰ হিচাপে সাজিব লাগে। অসমত নিয়ন্ত্ৰিত বজাৰ নাই আৰু সেই কাৰণেই গ্ৰাহক আৰু খুচুৰা বিক্ৰেতা দুয়ো পক্ষই নানান অসুবিধা ভোগ কৰিব লগা হৈছে। এনে নতুন বজাৰত থলুৱা লোকক অগ্ৰাধিকাৰ দিলে ভালেমান লোকে জীৱিকা নিৰ্ব্বাহৰ নতুন পথৰ সন্ধান পাব। অসমত এই বিষয়টোত অতি গুৰুত্ব দিয়াৰ প্ৰয়োজন হৈছে।

## বৰ্তমান শিক্ষা ব্যৱস্থা ঃ

আমাৰ দেশত শিক্ষা ব্যৱস্থা এনে ধৰণৰ যে শিক্ষা প্ৰাপ্ত মানুহ সাধাৰণতে নিয়োগ অযোগ্য হয়। স্বাধীনোত্তৰ ভাৰতত সাধাৰণ মুকলি শিক্ষাই ইমান বেচি বিস্তৃতি লাভ কৰিছে যে প্ৰতি বছৰে লাখ লাখ বি-এ, এম-এ ডিগ্ৰী লৈ বাহিৰ হৈ আহিছে ; কিন্তু এইবিলাকৰ কাৰ্য্যকৰী জ্ঞান নিয়োগ যোগ্যতা ইমান কম যে প্ৰতিযোগিতামূলক বজাৰত এওঁলোকে ক'তো স্থান নাপায়। ইয়াৰ উপৰিও এই মানুহবিলাকৰ প্ৰায়েই কায়িক শ্ৰম বিমুখী অফিচত আমোলা, উচ্চ পদৰ চাকৰি, শিক্ষক, অধ্যাপক ইত্যাদি কামহে আজিকালি শিক্ষিত যুৱকে বেচি পচন্দ কৰে। ফলত এনে ধৰণৰ নিয়োগৰ সুবিধাত সাধাৰণতে বেচি প্ৰতিযোগিতা হয়। যিহেতু আমাৰ শিক্ষা ব্যৱস্থাত কাৰ্য্যকৰী, কাৰিকৰী অৰ্হতা অৰ্জ্জনৰ ব্যৱস্থা নাই, এই শিক্ষা পদ্ধতিয়ে শিক্ষাৰ্থী সকলক বহুতো ব্যৱহাৰিক বৃত্তিৰ অনুপযুক্ত কৰি তুলিছে। গতিকেই শিক্ষা বিস্তাৰৰ লগে লগে কৰ্মহীন যুৱকৰ সংখ্যা বৃদ্ধি হৈ আহিছে।

আমাৰ দেশত নিবনুৱা সমস্যাটোৰ সমাধানত হ্ৰস্ব কালীন আৰু

দীৰ্ঘ কালীন সুশৃঙ্খলবিধ ব্যৱস্থাৰে প্ৰয়োজন। বৰ্ত্তমানৰ প্ৰাপ্তবয়স্ক নিবনুৱা, শিক্ষিত, উচ্চ শিক্ষিত আৰু অৰ্ধশিক্ষিত ডেকা-লোকৰ নিয়োগৰ কাৰণে হ্ৰাস ম্যাদী ব্যৱস্থাৰ প্ৰয়োজন। বিভিন্ন ধৰণৰ কাৰিকৰী প্ৰশিক্ষণ, বেপাৰ বাণিজ্যত আত্ম প্ৰতিষ্ঠাৰ সুযোগ সুবিধা প্ৰদান, সৰু আৰু মজলীয়া ধৰণৰ ঠিকা, চৰকাৰী অফিচৰ বিভিন্ন ধৰণৰ বস্তুৰ যোগান, খুচুৰা ব্যৱসায় পৰিচালনা, টেক্সী, মটৰ, যান্ত্ৰিক স্কুটাৰ আদি চলোৱাত অগ্ৰাধিকাৰ দিয়া, খাদ্য সংগ্ৰহ, বীমা ব্যৱসায় আদিৰ এজেন্সি দিয়া আৰু অশিক্ষিত, অৰ্দ্ধশিক্ষিত আদিক কায়িক পৰিশ্ৰমযুক্ত কামত নিয়োগ ব্যৱস্থা, বাঢ়ৈ, কুমাৰ, সোণাৰী, কঁহাৰ, ৰাজমিস্ত্ৰী, কাঠমিস্ত্ৰী ইটা বনোৱা কাম, ফিটাৰ, ইলেক্ট্ৰিচিয়ান, ওৱেলদাৰ, মটৰ মেকানিক, ড্ৰাইভাৰ আদিৰ প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিলে বহু সংখ্যক নিবনুৱা সংস্থান সম্ভাৱনা আছে। ইয়াৰ উপৰিও বিভিন্ন ধৰণৰ কুটিৰ শিল্প, যেনে চাবোন, জুইশলা, ছাতি, দা-কটাৰি, সৰু সৰু যন্ত্ৰপাতি, বেঁত-বাঁহৰ কাম, চিলাই আদিৰ শিল্প যাতে স্থাপন কৰিব পাৰে, তাৰ বাবে অৰ্থনৈতিক আৰু কাৰিকৰী সুবিধা দিয়াৰ ব্যৱস্থাও গ্ৰহণ কৰা উচিত।

দীৰ্ঘম্যাদী ব্যৱস্থাটো হৈছে বৰ্ত্তমান শিক্ষা পদ্ধতিৰ আমূল পৰিবৰ্ত্তন সাধন কৰা। সকলো মানুহৰ কাৰণে সাধাৰণ শিক্ষাৰ প্ৰয়োজন নাই। লিখিব পঢ়িব আৰু অঙ্ক শাস্ত্ৰৰ সাধাৰণ জ্ঞান হলেই সৰ্ব্বসাধাৰণ মানুহৰ কাৰণে যথেষ্ট। ঘৰে ঘৰে নিয়োগ অযোগ্য গ্ৰেজুৱেট হলেও জাতীয় মান উচ্চ নহয়। শিক্ষা ঐশ্বৰ্য্যৰ সোপান নহয়। শিক্ষা জনিত জ্ঞান কাৰ্য্যকৰী ব্যৱহাৰৰ ওপৰতহে দেশৰ সমৃদ্ধি নিৰ্ভৰ কৰে। গতিকে সৰু বৰ সকলোৱে যাতে নিত্য প্ৰয়োজনীয় জ্ঞান অৰ্জ্জন কৰিব পাৰে তাৰ কাৰণে সপ্তম অষ্টম মানলৈকে সকলোকে শিক্ষা দানৰ ব্যৱস্থা কৰা উচিত। অষ্টম মান শ্ৰেণীতেই নিজৰ ধাউতি, পচন্দ অপচন্দ বৃদ্ধি, তীক্ষ্ণতা

আৰু শাৰীৰিক শক্তি অনুসৰি বিভিন্ন ধৰণৰ কাৰিকৰী বৃত্তিৰ প্ৰশিক্ষণ দিয়াৰ প্ৰয়োজন। এই স্তৰতেই যিবোৰ ছাত্ৰ অতি তীক্ষ্ণ বুদ্ধি সম্পন্ন বুলি পৰিচিত হয়, সেইবোৰৰ কাৰণে সুকীয়া অনুষ্ঠানৰ বন্দোবস্ত কৰি কলা, বিজ্ঞান. ডাক্তৰী, ইঞ্জিনীয়াৰিং ইত্যাদি বিভিন্ন বিভাগত শিক্ষা দিয়াৰ ব্যৱস্থা কৰা উচিত। এনে কৰিলেহে শিক্ষাৰ নামত এতিয়া যি অপচয় হৈছে তাক বন্ধ কৰা সম্ভৱ হব আৰু ভৱিষ্যতৰ শিক্ষিত নিয়োগ অযোগ্য নিবনুৱাৰ সংখ্যা হ্ৰাস হব।

## শ্ৰম মৰ্য্যাদা বোধ

আমাৰ দেশত, বিশেষকৈ অসমত নিবনুৱা সমস্যা উদ্ভৱ হোৱাৰ প্ৰধান কাৰণ হৈছে আমাৰ সমাজৰ ভ্ৰান্তিমূলক মৰ্য্যাদা বোধ। অসমৰ চুঁকে কোণে থকা ৰিক্সা চালক, নাপিত, ধোবা, কমাৰ, কুমাৰ, মুচি, মাটিৰ কাম কৰা শ্ৰমিক, মিস্ত্ৰী, যোগালী ইত্যাদি বিভিন্ন ধৰণৰ বৃত্তিৰ শতকৰা এশ জনেই অনাঅসমীয়া। নিবনুৱা হৈ থাকিলেও আমাৰ মানুহে এইবোৰ কাম কৰিবলৈ আগবাঢ়ি নাহে। সেইদৰে দোকানৰ বিক্ৰেতা, বিভিন্ন বস্তুৰ পৰিবহন, যোগান, চাহ মিঠাই, পান, বিড়ীৰ দোকান ইত্যাদিত অসমীয়াৰ সংখ্যা অতি নগণ্য। যি অসমীয়া মানুহে স্বাধীন যুগত (আহোমৰ সময়ৰ) সূতা কটাৰ পৰা ৰণ· কৰালৈকে সকলো কাম নিজ হাতে কৰিব পাৰিছিল, সেই অসমীয়াৰ পো-নাতিয়ে শ্ৰম বিমুখ হোৱা বা কায়িক শ্ৰমক হেয় জ্ঞান কৰা জাতীয় চৰিত্ৰত ঘূণে ধৰাৰ বাহিৰে একো নহয়। অসমীয়া মানুহে কায়িক শ্ৰম কৰিবলৈ আগবাঢ়ি আহিলেই এই অঞ্চলৰ নিবনুৱা সমস্যা সমধান কৰা কঠিন নহয়। আমাৰ সমাজৰ এই দিশটো গুৰুত্ব সহকাৰে বিবেচনা কৰি চোৱাৰ সময় আহি পৰিছে।

# ৰাষ্ট্ৰীয়কৃত বেঙ্কৰ ভূমিকা

আজি কিছুদিনৰ পৰা অসমৰ যুৱক সমাজৰ মাজত এটা নতুন চেতনাৰ উদয় হোৱা দেখা গৈছে। বাণিজ্যিক বেঙ্কসমূহ ৰাষ্ট্ৰীয়কৃত কৰা হোৱাৰ পিচৰ পৰা এই অনুষ্ঠানবিলাকে সৰল চুক্তিত 'অগ্ৰগণ্য খণ্ডক' ঋণ দানৰ সুবিধা আগ বঢ়াইছে। এই সুবিধাৰ সুযোগ লৈ বহুতো নিবনুৱা যুৱকে, প্ৰধানকৈ গুৱাহাটী চহৰত স্কুটাৰ ৰিক্সা, ভাৰাটীয়া মটৰ আদি চলাবলৈ লৈছে। এই যুৱকসকলৰ এই কাৰ্য্যটোৱে অসমৰ এটা নতুন যুগৰ সূচনা কৰিছে বুলিব পাৰি। এই শিক্ষিত যুৱকসকলৰ মাজত যি শ্ৰম মৰ্য্যাদাবোধ উদয় হৈছে, ইয়াৰ বিস্তাৰ হোৱাটো অতি শুভ। অসম উন্নয়নৰত অঞ্চল। ইয়াৰ অৰ্থনৈতিক কাৰ্য্য ভিন্নমুখী হোৱাৰ আৰম্ভ হৈছে মাথোন। এনে অৱস্থাত এই ৰিক্সা চালকবোৰে যি উদাহৰণ দেখুৱাইছে, ই সকলো দিশে বিয়পি যোৱাৰ সম্ভাৱনা আছে। গতিকে অসমীয়া যুৱকৰ ভৱিষ্যৎ অতি উজ্জ্বল, যদিহে তেওঁলোকে আমাৰ সমাজত উৱলি যোৱা মানদণ্ডবোধ পৰিহাৰ কৰি এতিয়া উদ্ভৱ হোৱা সুযোগ সুবিধাবোৰ গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহে।

এই ক্ষেত্ৰত ৰাষ্ট্ৰীয়কৃত বেঙ্কসমূহৰ ভূমিকা অতি গুৰুতৰ। এই অনুষ্ঠানবিলাকে আগৰ গতানুগতিক ঋণ নীতি পৰিহাৰ কৰি ব্যক্তিগত, যোগ্যতা, পাৰস্পৰিক বিশ্বাস, আঁচনিৰ অৰ্থনৈতিক গুৰুত্ব ইত্যাদিৰ ওপৰত ভিত্তি কৰি ঋণ দানৰ সুবিধা আগ বঢ়োৱা উচিত। বেঙ্কবিলাকে মুনাফা নিৰাপত্তাৰ ওপৰত প্ৰাধান্য নিদি, আঞ্চলিক অৰ্থনৈতিক উন্নয়ন প্ৰচেষ্টাৰ লগত নিজকে জড়িত কৰিলে বেঙ্কৰ সুবিধা অনগ্ৰসৰ অঞ্চলসমূহে ভোগ কৰাত বিলম্ব নহব। সুবিধাজনক চুক্তিত এই বেঙ্কবিলাকে শিক্ষিত নিবনুৱা-সকলক আৰ্থিক সাহায্য আৰু কাৰিকৰী দিহা পৰামৰ্শ দি নিবনুৱা সমস্যা সমাধানৰ এটা অতি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব পাৰে।

# নিয়োগত থলুৱা লোকৰ অগ্ৰাধিকাৰ

নিবনুৱা সমস্যাটো যদিও এটা সৰ্বভাৰতীয় সমস্যা, ইয়াৰ গুৰুত্ব সকলো প্ৰদেশতে সমান নহয়। অৰ্থনৈতিক উন্নয়নৰ দিশৰপৰা কেইবাখনো ৰাজ্য বেচ সুবিধাজনক পৰিস্থিতিত অৱস্থিত। অৱস্থানৰ সুবিধা, প্ৰাকৃতিক সম্পদ, আগৰপৰাই উদ্যোগিক উন্নয়নৰ অগ্ৰগতি লাভ, অৰ্থ লেন-দেন কৰা অনুষ্ঠানৰ অৱস্থিতি, বেহা-বেপাৰ বা ক্ৰয়-বিক্ৰয় আৰু পৰিবহনত সুবিধা ইত্যাদি নানান কাৰণবশতঃ ভালেকেইখন ৰাজ্যই অন্যবিলাকতকৈ অৰ্থনৈতিক প্ৰগতিত বহুতো আগবাঢ়ি যাবলৈ সুবিধা পাইছে। অন্যহাতে কিছুমান ৰাজ্যত অৰ্থনৈতিক উন্নয়নৰ গতি অতি লেহেম। গতিকে নিবনুৱা সমস্যাটো সৰ্বভাৰতীয় সমস্যা হ'লেও ইয়াৰ গুৰুত্ব সকলো ঠাইতে সমান নহয়। অৰ্থনৈতিক উন্নয়নত আগবঢ়া ৰাজ্যবিলাকত সৰ্বমুঠ নিবনুৱাৰ সংখ্যা তুলনামূলকভাৱে বেছি হ'লেও সমস্যাৰ জটিলতা সিমান বেছি নহয়। কিয়নো এই ৰাজ্যবিলাকৰ ঐশ্বৰ্য্যসম্পদ বেছি আৰু সেই কাৰণেই উন্নয়নৰ গতি আৰু ক্ষিপ্ৰ কৰি বা বিভিন্ন ধৰণৰ উন্নয়ন আঁচনি কাৰ্য্যকৰী কৰি নিয়োগৰ সুবিধা সৃষ্টি কৰা বেছি কঠিন নহয়। নিয়োগৰ সুবিধা সৃষ্টি কৰিবৰ প্ৰয়োজনীয় সুপৰিকল্পিত আঁচনি কাৰ্য্যকৰী কৰা এনে চহকী ৰাজ্যবোৰৰ কাৰণে একো সমস্যা নহয়। কিন্তু এনে এটা ব্যৱস্থা বিশেষ জটিল সমস্যা ৰূপে দেখা দিয়ে অনুন্নত প্ৰদেশবিলাকত। অৰ্থনৈতিক উন্নয়নত পিচ পৰি থকা

ৰাজ্যকেইখনে নানান বেমেজালি বা আসোঁৱাহৰ কাৰণে উন্নয়ন প্ৰচেষ্টাত অগ্ৰগতি লাভ কৰিব পৰা নাই। অৰ্থৰ অভাৱ, যাতায়াত আৰু পৰিবহন ব্যৱস্থাৰ অনুন্নত অৱস্থা, উদ্যোগৰ অভাৱ বা চৰকাৰৰ অমনোযোগিতা ইত্যাদি নানান কাৰণবশতঃ এনে ৰাজ্যবিলাকত প্ৰয়োজন অনুসৰি বা উন্নত ৰাজ্যবিলাকৰ সমকক্ষ হোৱাৰ তুলনাত উন্নয়ন আঁচনি কাৰ্য্যকৰী হৈ উঠা নাই। গতিকে নিবনুৱাৰ সংখ্যা তুলনামূলকভাৱে কম হ'লেও, ইয়াৰ গুৰুত্ব বেছি। এনে ৰাজ্য-বিলাকত নিয়োগৰ সুবিধা অতি সীমাবদ্ধ। ইয়াৰ উপৰিও, যিখিনি নিয়োগৰ সুবিধা উদ্ভৱ হয়, তাতো ৰাজ্যৰ থলুৱা লোকে বহু ক্ষেত্ৰত আৰু বহুতো কাৰণবশতঃ নিয়োগ সুবিধা উপভোগ কৰাৰপৰা বঞ্চিত হয়। কিয়নো অৰ্থনৈতিক উন্নয়নত পিচপৰা ৰাজ্যকিথনৰ মানুহ সাধাৰণতে শিক্ষা, কাৰিকৰী জ্ঞান, বুদ্ধি আৰু অৰ্হতা ইত্যাদিত উন্নত ৰাজ্যকেইখনতকৈ পিচপৰা। গতিকে মুক্ত প্ৰতি-যোগিতাত তেওঁলোকে তিষ্টিব নোৱাৰে। ইয়াৰ উপৰিও অনুন্নত ৰাজ্যকেইখনৰ চৰকাৰ আৰু লগে লগে ৰাইজৰো বিত্তীয় অৱস্থা অতি দুৰ্বল। ফলত যিখিনি উদ্যোগ বা তেনে ধৰণৰ প্ৰতি-ষ্ঠান স্থাপন হৈছে প্ৰায় সকলোবোৰ বাহিৰা উদ্যোক্তাৰ মূলধন আৰু প্ৰচেষ্টাৰ ফলত। কিন্তু এনে উদ্যোক্তাই সাধাৰণতে নিজৰ আত্মীয় কুটুম্ব বা নিজৰ ঠাইৰ মানুহকহে নিয়োগত প্ৰথম সুবিধা দিয়ে। গতিকে থলুৱা লোকে এনে উদ্যোগত বা ব্যৱসায়ত নিয়োগৰ সুবিধা অতি কম পৰিমাণেহে উপভোগ কৰিবলৈ পায়।

অলপতে কেন্দ্ৰীয় চৰকাৰে অসম, বিহাৰ, উৰিষ্যা, অন্ধ্ৰ প্ৰদেশ, মধ্য প্ৰদেশ আৰু ৰাজস্থান—এইকেইখন ৰাজ্যক অনুন্নত ৰাজ্য বুলি স্বীকাৰ কৰিছে। এই ৰাজ্যকেইখনত উন্নয়নৰ গতি অতি মন্থৰ আৰু অন্য প্ৰদেশতকৈ বহুতো পিচপৰা। প্ৰাকৃতিক সম্পদত চহকী হোৱা সত্ত্বেও এই ৰাজ্যকেইখনে অৰ্থৰ অভাৱত বিস্তাৰিত উন্নয়ন আঁচনি কাৰ্য্যকৰী কৰিব পৰা নাই। কেন্দ্ৰীয় চৰকাৰৰ

অমনোযোগিতা বা নিৰ্লিপ্ততা, ৰাজ্যিক চৰকাৰৰ দুৰ্বলতা আৰু থলুৱা ৰাইজৰ ঐক্যহীনতা ইত্যাদি কিছুমান কাৰণবশতঃ এই ৰাজ্য-কেইখনে বিভিন্ন পাঁচ বছৰীয়া যোজনাৰ কালছোৱাত উদ্যোগ স্থাপন বা উন্নয়নাভিমুখী আঁচনি ইত্যাদিৰপৰা বঞ্চিত হৈ আহিছে। গতিকে আঞ্চলিক বৈষম্য ক্রমে বৃদ্ধি হৈ আহিছে আৰু লগে লগে নিয়োগৰ সুবিধাও সীমিত হৈ আহিছে। ইয়াৰ উপৰিও এই ৰাজ্যকেইখনত উন্নত ৰাজ্যকেইখনৰপৰা নিয়োগৰ সুবিধা বিচাৰি অহা মানুহৰ সংখ্যাও ক্রমাত বেছি হৈ আহিছে। গতিকে এফালে আঞ্চলিক বৈষম্য দূৰ কৰিবৰ কাৰণে উন্নয়নৰ গতি ক্ষিপ্রতৰ কৰা আৰু অন্যহাতে থলুৱা মানুহে যাতে স্থাপিত উদ্যোগ আৰু অন্য ব্যৱসায়ত সৰহ সংখ্যক নিয়োগৰ সুবিধা পায় তাৰ ব্যৱস্থাৰ দাবী এই অনুন্নত ৰাজ্যকিখনত ক্রমে বৃদ্ধি আৰু শক্তিশালী হৈ আহিছে।

এতিয়া প্রশ্ন উঠে, নিয়োগৰ সুবিধা থলুৱা লোকৰ কাৰণে সংৰক্ষণ কৰা নীতিসঙ্গত হয়নে নহয়? ভাৰতীয় সংবিধান অনুসৰি কোনো চৰকাৰে, কোনো নাগৰিকক ধৰ্ম, জাত, বৰ্ণ, লিঙ্গ, জন্ম-স্থান বা যেই কোনো কাৰণবশতঃ প্রভেদ কৰিব নোৱাৰিব। গতিকে সাংবিধানিক নীতি অনুসৰি থলুৱা লোকৰ কাৰণে নিয়োগৰ সুবিধা সংৰক্ষণ বা একচেতীয়া কৰা বিধিসঙ্গত নহয়। কিন্তু দুৰ্বলক সবলৰ শোষণৰপৰা ৰক্ষা কৰাও ৰাষ্ট্ৰৰ আইনসঙ্গত কৰ্তব্য নহ'লেও নীতিমূলক কৰ্তব্য। অৰ্থনৈতিক ক্ষেত্ৰতো অৰ্থনৈতিক দুৰ্বল আৰু উন্নয়নৰত ৰাজ্যক উন্নত দেশৰ প্রতিযোগিতাৰপৰা আশ্রয় দিয়া নীতি প্রচলিত আছে। গতিকে অনুন্নত ৰাজ্যকেইখনে এনে ধৰণৰ আশ্রয় বা সুবিধা দাবী কৰা যুক্তিসঙ্গত।

অৰ্থনৈতিক অনুন্নত বৈষম্য, বিভিন্ন ধৰ্ম, জাত, গোষ্ঠী আৰু ভাষা ইত্যাদি নানান কাৰণবশতঃ ভাৰতত অনৈক্য বা বিভাজন-মুখী আন্দোলনৰ সৃষ্টি হৈছে যদিও এই ভাবধাৰাৰ সৃষ্টি হোৱাৰ প্রধান কাৰণ হৈছে অৰ্থনৈতিক বৈষম্য। দক্ষতা বা যোগ্যতা অনুসৰি

সকলো সুস্থ শৰীৰৰ মানুহকে নিয়োগৰ সুবিধা দিব পাৰিলে অৰ্থ-নৈতিক বৈষম্য বহুতো আঁতৰ হ'ব। ইয়াৰ কাৰণে অনুন্নত ৰাজ্য-কেইখনত নিয়োগৰ একাংশ থলুৱা লোকৰ কাৰণে সংৰক্ষণ কৰা উচিত হ'ব।

থলুৱা লোকৰ কাৰণে নিয়োগৰ সুবিধা সংৰক্ষণ কৰা বিষয়টো ইতিমধ্যেই এটা গুৰুত্বপূৰ্ণ বিষয় হৈ পৰিছে আৰু কেবাটাও আয়োগ আৰু কমিটিয়ে এই বিষয়টো বিশদভাৱে বিশ্লেষণ কৰিছে। ১৯৬৮ চনৰ জুন মাহত ভাৰতৰ জাতীয় সংহতি সভাই (National Integration Council) এই বিষয়টো আলোচনা কৰে। এই সভাৰ মতে দেশৰ প্ৰত্যেক অঞ্চলতে নিবনুৱা, বিশেষকৈ শিক্ষিত নিবনুৱাৰ সংখ্যা ক্ৰমাত বৃদ্ধি হৈ আহিছে আৰু ইয়াৰ ফল স্বৰূপে আঞ্চলিক অশান্তি বৃদ্ধি হ'ব ধৰিছে আৰু প্ৰত্যেক ৰাজ্যৰ মানুহে নিয়োগৰ সুবিধা প্ৰতিযোগিতামূলক কৰি সকলোৰে কাৰণে মুকলি কৰি ৰখা প্ৰথাৰ বিৰোধিতা কৰিছে। সেই কাৰণে এই সভাই যেতিয়া য'ত থলুৱা শিক্ষিত বা অৰ্হতাপূৰ্ণ মানুহ পাবলৈ আছে তেনে ঠাইত থলুৱা লোকক নিয়োগৰ সুবিধা দিবলৈ পৰামৰ্শ আগবঢ়াইছিল।

জাতীয় শ্ৰম আয়োগেও এই বিষয়টো বিশেষভাৱে বিবেচনা কৰিছে। এই আয়োগৰ আগত সাক্ষী দিওঁতে কাম দিওঁতা বা কামৰ গৰাকীসকলে এইদৰে যুক্তি প্ৰদৰ্শাই যে যদিও উদ্যোগ বা ব্যৱসায়ত থলুৱা লোকক নিয়োগৰ সুবিধা দিয়া বাঞ্ছনীয়, তথাপিও বাহিৰৰ মানুহক এনে সুবিধাৰপৰা বঞ্চিত কৰা বা তেনে কৰাৰ কাৰণে পৰোক্ষ বা প্ৰত্যক্ষভাৱে সহায় কৰা কেৱল অনুচিতেই নহয় বৰং শঙ্কাজনকো। অন্যহাতে শ্ৰমিক ইউনিয়নবিলাকে বিশেষকৈ কেন্দ্ৰীয় চৰকাৰৰ উদ্যোগ প্ৰতিষ্ঠান আৰু বেচৰকাৰী খণ্ডৰ ব্যৱসায়বিলাকৰ কাৰিকৰী আৰু আমোলা জাতীয় কামবিলাকত থলুৱা লোকক অগ্ৰাধিকাৰ দিয়াৰ যুক্তি প্ৰদৰ্শন কৰে। আনকি কেইবাটা ৰাজ্য চৰকাৰেও থলুৱা লোকক নিয়োগৰ সুবিধাত অগ্ৰাধিকাৰ দিয়া সমৰ্থন কৰে।

জাতীয় শ্রম আয়োগে থলুৱা লোকক কেন্দ্রীয় উদ্যোগত নিয়োগৰ সুবিধা দিয়া সম্পৰ্কত কেন্দ্রীয় চৰকাৰৰ নির্দেশৰ কথা উল্লেখ কৰে আৰু ভাবে যে এই নির্দেশবিলাক কার্য্যকৰী কৰিলে নিয়োগৰ ক্ষেত্রত আপত্তিৰ কোনো কাৰণ নাথাকিব। কিন্তু যিহেতু এনে নির্দেশ থকা সত্বেও অসন্তুষ্টিৰ উদ্ভৱ হৈছে, থলুৱা লোকৰ মনৰপৰা আশঙ্কা দূৰ কৰিবৰ কাৰণে জাতীয় শ্রম আয়োগে তলত দিয়া পৰামর্শখিনি আগবঢ়াই: (১) একোটা আঁচনি হাতত লওঁতে বা উদ্যোগ স্থাপন কৰোঁতে যিখিনি মানুহ স্থানচ্যুত হয়, তেনে মানুহক বা ওচৰ-চুবুৰীয়া মানুহক কাৰিকৰী অৰ্হতা প্রয়োজন নোহোৱা কামত অগ্রাধিকাৰ দিয়া উচিত। (২) নিম্নস্তৰৰ কামৰ কাৰণে প্রার্থী বছা কামটো ৰাজহুৱা খণ্ডৰ প্রতিষ্ঠানৰ মুৰব্বীজনৰ ওপৰতে এৰি দিব নালাগে। তেওঁ এনে কামৰ কাৰণে এটি কমিটি গঠন কৰিব লাগে আৰু এনে কমিটিত, যি ৰাজ্যত এনে প্রতিষ্ঠান স্থাপন হয়, সেই ৰাজ্যত চৰকাৰৰ মনোনীত এজন সদস্য থকা উচিত। (৩) যিবোৰ কামৰ (কাৰিকৰী জ্ঞান বা বিদ্যাৰ য'ত প্রয়োজন হয়) কাৰণে সর্বভাৰতীয় মকৰল নীতি প্রযোজ্য তেনে কামৰ বেলা ৰাজ্যৰ চৰকাৰৰ মনোনীত সদস্যজনৰ উপৰিও, ৰাজ্যৰ সেৱা আয়োগৰ এজন সদস্য প্রার্থী বছা কামত নিযুক্ত কৰা উচিত। (৪) প্রত্যেক অনুষ্ঠানেই প্রতি তিনিমাহে ৰাজ্যিক চৰকাৰক নিয়োগৰ বিৱৰণ জনাই একোটা ৰিপৰ্ট দিব লাগিব। জাতীয় শ্রম আয়োগৰ নিয়োগৰ এই পৰামর্শবিলাক বেচৰকাৰী খণ্ডত থকা উদ্যোগ প্রতিষ্ঠানৰ বেলাও প্রযোজ্য।

থলুৱা লোকক নিয়োগত অগ্রাধিকাৰ দিয়া বিষয়টো অলপতে Indian Institute of Personal Management-অৰ এখন সভাত খৰচি মাৰি আকৌ আলোচনা কৰা হয়। এই সমস্যাটোৰ সকলো দিশ পৰীক্ষা কৰাৰ পিচত এই সভাই মত পোষণ কৰে যে, যেতিয়া অন্য সকলো বস্তু সমান থাকে, তেতিয়া থলুৱা লোকক চৰকাৰী আৰু

বেচৰকাৰী খণ্ডৰ উদ্যোগ, ব্যৱসায় আৰু বাণিজ্য ইত্যাদি সকলোতে নিয়োগৰ অগ্ৰাধিকাৰ দিয়া উচিত। থলুৱা লোকৰ ব্যাখ্যা দিওঁতে এই সভাই মত পোষণ কৰে যে থলুৱা বুলিলে দীৰ্ঘকাল অন্ততঃ ১০ বছৰতকৈ বেছি সময় বসতি কৰা মানুহকে বুজায় আৰু কোনো ধৰ্ম, জাতি বা ভাষাৰ মানুহক নুবুজায়। দ্বিতীয়তে, এনে সুবিধা অৰ্হতাৰ প্ৰয়োজন নোহোৱা চাকৰি, অৰ্ধ কাৰীকৰীজ্ঞান দৰকাৰ হোৱা চাকৰি আৰু কেৰাণী জাতীয় চাকৰিৰ ক্ষেত্ৰতহে প্ৰযোজ্য হ'ব। অন্য ধৰণৰ চাকৰিৰ কাৰণে যোগ্যতা মকৰলৰ ভিত্তিত হোৱা উচিত। এই সভাই তাৰে আশা পোষণ কৰে যে অৰ্থ-নৈতিক উন্নতিৰ গতি ক্ষিপ্ৰতৰ হোৱাৰ লগে লগে নিয়োগৰ সুবিধা বৃদ্ধি হ'ব আৰু থলুৱা লোকৰ কাৰণে নিয়োগৰ সুবিধা সংৰক্ষণৰ প্ৰয়োজন কমি আহিব।

উপৰোক্ত আলোচনাৰপৰা দেখা গ'ল যে অনুন্নত ৰাজ্যবিলাকত নিয়োগৰ সুবিধা থলুৱা লোকৰ কাৰণে সংৰক্ষণ কৰা যুক্তি সঙ্গত। এই প্ৰসঙ্গত আমি অসমৰ কথাও উল্লেখ কৰিব পাৰো। অসমত নিবনুৱা সমস্যা লাহে লাহে জটিল হৈ আহিছে। তৃতীয় পাঁচ বছৰীয়া পৰিকল্পনাৰ শেষত অসমত নিবনুৱাৰ সংখ্যা আছিল ৩·২২ লাখ। তিনিখন বছেৰেকীয়া পৰিকল্পনাৰ সময়ছোৱাত আৰু ৩·৩১ লাখ নিবনুৱা বৃদ্ধি হয়। চতুৰ্থ পৰিকল্পনাৰ সময়ছোৱাত আৰু ৬·৪৭ লাখ মানুহে কৰ্মসংস্থান বিচাৰি বনুৱাৰ বজাৰত প্ৰৱেশ কৰিব। গতিকে সৰ্বমুঠ ১৩ লাখ মানুহৰ কাৰণে কৰ্ম-সংস্থানৰ সুবিধাৰ প্ৰয়োজন। ইয়াৰ এক বুজন সংখ্যক শিক্ষিত নিবনুৱা আৰু ৩৬২ জন কাৰিকৰী শিক্ষাত অৰ্হতা থকা লোক। কিন্তু এই ১৩ লাখ মানুহক কৰ্ম-সংস্থানৰ সুবিধা দিবলৈ দেশৰ অৰ্থনৈতিক অৱস্থা অপাৰগ। এফালে আভ্যন্তৰিণ অৰ্থৰ অভাৱ আৰু আনফালে কেন্দ্ৰীয় চৰকাৰৰ অমনোযোগিতা। এই দুয়োটাই দেশৰ অৰ্থ নৈতিক উন্নতিৰ গতি অতি লেহেম কৰি ৰাখিছে। ইয়াৰ উপৰিও

দেশৰ ভিতৰত যিখিনি উদ্যোগ হৈছে, তাত থলুৱা লোকে নিয়োগৰ সুবিধা একেবাৰেই নোপোৱাৰ নিচিনা। কেন্দ্ৰীয় চৰকাৰৰ অনুষ্ঠানেই বোলক বা বেচৰকাৰী খণ্ডৰ উদ্যোগ, ব্যৱসায় আৰু বাণিজ্যাই বোলক ক'তো অসমীয়া থলুৱা মানুহে নিয়োগৰ সুবিধা পোৱা নাই। এই অনুষ্ঠানবিলাকত নিয়োগৰ সুবিধা থলুৱা মানুহৰ কাৰণে সংৰক্ষণ কৰিব লাগে বুলি ৰাইজৰ তৰফৰপৰা বহুত দিনৰ আগৰপৰাই দাবী উত্থাপিত হৈছে। কিন্তু ৰাজ্য চৰকাৰ এই বিষয়ত স্পন্দনহীন। ৰাইজৰ দেশৰ স্বাৰ্থৰ হকে ৰাজ্য চৰকাৰে উপযুক্ত ব্যৱস্থা লোৱাৰ সময় আহি পৰিছে। আমি আশা কৰো আমাৰ ৰাজ্য চৰকাৰে এই বিষয়ে এটা ব্যৱস্থা অনতিপলমে অৱলম্বন কৰিব।

———

# কৃষি বিপ্লৱ

ভাৰতৰ অৰ্থ ব্যৱস্থাত কৃষিৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। জাতীয় আয় প্ৰায় আধা এতিয়াও কৃষি উৎপন্নৰ দ্বাৰাই গঠিত আৰু প্ৰায় শতকৰা ৭০ ভাগ মানুহ জীৱিকা নিৰ্বাহৰ কাৰণে কৃষিৰ ওপৰতে নিৰ্ভৰশীল। খাদ্য দ্ৰব্যৰ উপৰিও, উদ্যোগৰ প্ৰয়োজনীয় কেঁচামাল, যেনে কপাহ, মৰাপাট ইত্যাদিৰ বিভিন্ন সামগ্ৰীৰ যোগান কৃষি খণ্ডৰ পৰাই উৎপন্ন হয়। গতিকে ভাৰতৰ উদ্যোগিক বিকাশ আৰু উন্নয়ন কৃষি উন্নয়নৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত।

বিদেশী শাসনৰ কালছোৱাত ভাৰতৰ কৃষি উন্নয়নৰ পৰিপাক্ষিক কোনো সুসংগঠন আৰু বৈজ্ঞানিক পন্থা অৱলম্বন কৰা হোৱা নাছিল। তেতিয়া কৃষি ব্যৱস্থা সম্পূৰ্ণ প্ৰাকৃতিক অৱস্থাৰ ওপৰত নিৰ্ভৰশীল আছিল। কিন্তু দেশ স্বাধীন হোৱাৰ পিচৰ পৰাই কৃষি উন্নয়নত জাতীয় চৰকাৰে গুৰুত্ব আৰোপ কৰে আৰু কৃষি উৎপাদন বৃদ্ধি কৰাৰ উদ্দেশ্যে বিভিন্ন কাৰ্য্য পন্থা হাতত লয়। অতিবাহিত হৈ যোৱা তিনিখন পাঁচ বছৰীয়া পৰিকল্পনাৰ আঁচনি যুগুত কৰোঁতেও এই বিষয়ে বিশেষ লক্ষ্য ৰখা হৈছে। প্ৰথমখন পাঁচ বছৰীয়া পৰিকল্পনাত ২৪১ কোটি, দ্বিতীয়খনত ৫৪০ কোটি আৰু তৃতীয় যোজনাত ১০৮৯ কোটি কৃষি আৰু ইয়াৰ আনুষঙ্গিক খণ্ডত উন্নয়নৰ হকে খৰচ কৰা হয়। প্ৰথম পাঁচ বছৰীয়া পৰিকল্পনাত অন্তৰ্ভুক্ত কৰা কৃষি উন্নয়নৰ আঁচনি ভাৰতৰ সামগ্ৰীক কৃষি উন্নয়নৰ আৰম্ভ-

নিহে আছিল যদিও কৃষি উৎপাদন সেই সময় ছোৱাৰ ভিতৰত বেচ উন্নত হোৱা পৰিলক্ষিত হৈছিল। সেই সময়ত মাত্র ৩.৫ নিযুত হেক্টৰ মাটিতহে জলসিঞ্চনৰ ব্যৱস্থা আছিল; কিন্তু কৃষি উন্নয়নৰ অন্য ব্যৱস্থা যেনে সমবায় আন্দোলনৰ বিস্তৃতি সাধন, সমবায় গাওঁ পৰিচালনা সমিতি গঠন ইত্যাদিৰ ওপৰত গুৰুত্ব দিয়া হৈছিল। ইয়াৰ উপৰিও ভূমি সংস্কাৰ, ভূমি আৱাদিকৰণ, সমূহীয়া উন্নয়ন খণ্ড স্থাপন, ইত্যাদি কাৰ্য্য পন্থা আৰম্ভ কৰি কৃষি উন্নয়নৰ পথ সুগম কৰা হৈছিল। এই সকলোবোৰৰ ফল স্বৰূপে কৃষি উৎপাদন পৰিকল্পনাৰ পূৰ্বৰ ৫৪.৯ নিযুত টনৰ পৰা ১৯৫৫-৫৬ চনত ৬৬.৮ নিযুত টনলৈ বৃদ্ধি হয়। এই সময়ত কৃষি উৎপন্নৰ বৰ্দ্ধিত হাৰ আছিল শতকৰা ১৮ ভাগ। দ্বিতীয় পৰিকল্পনাত উদ্যোগ বিকাশত বেছি গুৰুত্ব দিয়া হৈছিল যদিও কৃষি কাৰ্য্য অৱহেলিত হোৱা নাছিল। এই সময় ছোৱাৰ ভিতৰত জলসিঞ্চন ব্যৱস্থা ৭০ নিযুত একৰ মাটিলৈ সম্প্ৰসাৰণ হোৱা স্বত্বেও অনাবৃষ্টি আৰু অনিয়মিত বৃষ্টিৰ কাৰণে কৃষি উৎপাদনৰ উন্নয়ন হাৰ প্ৰথম পৰিকল্পনাৰ সময়তকৈ কম হয়। এই সময় ছোৱাত মাত্র শতকৰা ১৬ ভাগহে কৃষি [illegible]। তৃতীয় পৰিকল্পনাৰ ভিতৰত কৃষি খণ্ডৰ কা[illegible] ৰখাৰ উপৰিও, নানান আনুষ্ঠানিক আ[illegible] কৰা হয়। পৰিকল্পনাৰ প্ৰথম [illegible] জিলা কাৰ্য্যক্ৰম (Intensive district Pro[illegible]mme) আৰম্ভ কৰা হয় আৰু শেষৰ পিনে অবিশ্ৰান্ত কৃষিখণ্ড কাৰ্য্যক্ৰম (Intensive agricultural area Programme) আৰম্ভ কৰা হয়। এই সময় ছোৱাৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু সুদূৰ প্ৰয়াসী ব্যৱস্থা হৈছে বেছি ফচল উৎপাদন হোৱা বীজ প্ৰচলন, বৰ্ণসঙ্কৰ ঘেঁহু, মাকৈ আৰু টাইচুং নেটিভ আদি জাতীয় ধান এই কাল ছোৱাৰ ভিতৰতে কৰা হয়। ইয়াৰ উপৰিও জাতীয় বীজ নিগম, জাতীয় সমবায় উন্নয়ন নিগম,

পুনৰ ব্যয়-বিধান নিগম ইত্যাদি অত্যাৱশ্যকীয় বহুতো অনুষ্ঠান স্থাপন কৰা হয়। আকৌ ১৯৬৪ চনত চৰকাৰে খাদ্য শস্যৰ সৰ্বনিম্ন মূল্য নীতি বিধিগত ভাৱে মানি লয় আৰু ১৯৬৫ চনত এনে মূল্য নিৰ্ধাৰণৰ কাৰণে কৃষি মূল্য আয়োগ নিযুক্ত কৰে। ঠিক এই বছৰতে ভাৰতীয় খাদ্য দ্ৰব্য নিগম স্থাপন কৰে। এই নিগমৰ মুখ্য উদ্দেশ্য আছিল খাদ্য সংগ্ৰহ আৰু ইয়াৰ মূল্যমান সুস্থিৰ অৱস্থাত ৰখা।

ইমানবিলাক ব্যৱস্থা অৱলম্বন কৰা স্বত্বেও তৃতীয় পৰিকল্পনাৰ প্ৰথম তিনি বছৰ কৃষি উৎপাদন বৃদ্ধিৰ হাৰ সন্তোষজনক হোৱা নাছিল। কিন্তু ১৯৬৪-৬৫ চনত কৃষি উৎপাদন ইমান সন্তোষজনক হয় যে ই ১৯৬০-৬১ চনৰ উৎপন্নতকৈ শতকৰা ১১.৫ ভাগ বেছি হয়। ইয়াৰ পিছৰ বছৰত সৰ্বমুঠ কৃষিজাত দ্ৰব্যৰ উৎপাদন আকৌ বহুত তললৈ নামি আহে। তৃতীয় পৰিকল্পনাৰ সময় ছোৱাত চৰকাৰে স্থিৰ কৰি লোৱা বছৰি শতকৰা ৬ ভাগ কৃষি উৎপাদন বৃদ্ধিৰ পৰিৱৰ্তে মাত্ৰ শতকৰা ২ ভাগ উন্নতিহে সাধিত হয়। তলৰ তালিকাখনত আমি ১৯৬৪-৬৫ চনৰ পৰা সৰ্বমুঠ খাদ্যদ্ৰব্য উৎপন্নৰ হিচাপ দেখুৱাইছো :—

| | ১৯৬৪-৬৫ | ১৯৬৫-৬৬ | ১৯৬৬-৬৭ | ১৯৬৭-৬৮ | ১৯৬৮-৬৯ |
|---|---|---|---|---|---|
| | | | | | (নিযুত টনত দেখুওৱা হৈছে) |
| ঘেঁহু, ধান | | | | | |
| ইয়াৰ ভিতৰত | ৭৬.৯ | ৬২.২ | ৬৫.৯ | ৮৩.০ | ৮৩.৬ |
| ধান | ৩৯.৩ | ৩০.৭ | ৩০.৪ | ৩৭.৬ | ৩৯.৮ |
| ঘেঁহু | ১২.৩ | ১০.৪ | ১১.৪ | ১৬.৫ | ১৮.৭ |
| মোটা শস্য | ২৫.৪ | ২১.২ | ২৪.১ | ২৮.৮ | ২৫.২ |
| মাহ আদি | ১২.৪ | ৯.৮ | ৪.৩ | ১২.৪ | ১০.৪ |
| সৰ্বমুঠ | ৮৯.৪ | ৭২.০ | ৭৪.২ | ৯৫.১ | ৯৪.০ |

ওপৰৰ তালিকাখনৰ পৰা এটা কথা স্পষ্ট কৰি দেখা যায় যে খাদ্য উৎপাদন বৃদ্ধি হাৰ অস্থিৰ। কোনোবা বছৰ উৎপাদন বৃদ্ধি হৈছে আৰু কোনোবা বছৰ একে বাৰে কমি গৈছে। আকৌ ১৯৬৮-৬৯ চনৰ উৎপাদন ইয়াৰ আগৰ বছৰতকৈ কম। ১৯৬৬-৬৭ ৰ পৰা ১৯৬৮-৬৯ চন, এই তিনি বছৰৰ ভিতৰত তিনিখন বছেৰেকীয়া যোজনাত কৃষি শিতানত প্ৰায় ১১৬৬ কোটি টকা খৰচ কৰা হৈছে আৰু ইয়াৰে ২৫২ কোটি মাত্ৰ কৃষি আৰু ৩১৪ কোটি ক্ষুদ্ৰ জল সিঞ্চনৰ কাৰণে .খৰচ কৰা হৈছে। গতিকে ইমান কোটি টকা খৰচ কৰা স্বত্বেও কৃষি উৎপন্নৰ বৃদ্ধিহাৰ ক্ৰমান্বেয় উৰ্দ্ধমুখী নোহোৱা বিশেষ চিন্তাৰ বিষয়। চতুৰ্থ পৰিকল্পনাত কৃষি শিতানত সৰ্বমুঠ ২২১৭ কোটি টকা ব্যয়ৰ ব্যৱস্থা ৰাখি বছৰি শতকৰা ৫ ভাগ হিচাপে উৎপন্ন বৃদ্ধি কৰা লক্ষ্য ধাৰ্য্য কৰা হৈছে। কিন্তু এই লক্ষ্যত উপনীত হব পৰা হব নে নহয় বহুত পৰিমাণে নিৰ্ভৰ কৰিছে মানুহে কৰিব পৰা যন্ত্ৰ ব্যৱস্থাৰ উপৰিও যথেষ্ট বৰষুণ আৰু স্বাভাৱিক বতৰৰ ওপৰত। কিয়নো ভাৰতৰ এতিয়াও কৃষি অৱস্থা সম্পূৰ্ণভাৱে নহলেও বহুত বেছি পৰিমাণে অনুকূল বতৰৰ ওপৰত নিৰ্ভৰশীল।

১৯৬৭-৬৮ চনতকৈ ১৯৬৮-৬৯ চনত সৰ্বমুঠ কৃষি জাত দ্ৰব্যৰ উৎপাদন কম। ই বেছিকৈ পৰিলক্ষিত হৈছে মোটা ধৰণৰ শস্য যেনে যৱ-ধানৰ ক্ষেত্ৰত। সেইদৰে মাহ, মৰাপাট, তেলৰ গুটি, ধপাঁত, কপাহৰ উৎপন্নও কমি যোৱা পৰিলক্ষিত হয়। মাত্ৰ ধান, ঘেঁহু, কুহিয়াৰ আৰু চাহ এই কেইবিধ শস্যৰ উৎপন্নহে উৰ্দ্ধমুখী হোৱা দেখা গৈছে। কৃষি উৎপন্নৰ এই নিম্নমুখী গতিৰ প্ৰধান কাৰণ হৈছে অনাবৃষ্টি। এই অনাবৃষ্টিৰ কাৰণে আনকি বৰ্ণসঙ্কৰ জাতীয় যোৱাৰ, গোমধান ইত্যাদিৰ উৎপন্ন বৃদ্ধি যথেষ্ট পৰিমাণে হোৱা নাই। আনহাতে ধান আৰু ঘেঁহুৰ উৎপন্ন বৃদ্ধিৰ আচল কাৰণ হৈছে এই যে দুবিধ শস্যৰ খেতিত পানী যোগানৰ ব্যৱস্থা আছে আৰু অনাবৃষ্টিৰ কাৰণে এই দুবিধ শস্য ক্ষতিগ্ৰস্ত হোৱা নাই।

১৯৬৭-৬৮ চনত সর্বোচ্চ শস্য উৎপাদন হোৱাৰ পৰাই বহুতে বিশেষকৈ চৰকাৰী মহলত ভাৰতৰ কৃষি বিপ্লৱৰ সূচনা হৈছে বুলি অভিহিত কৰিব খোজে। আমি আগতেই কৈ আহিছোঁ যে তৃতীয় পৰিকল্পনাৰ কাল ছোৱাত কৃষিৰ উন্নয়ন পৰিপন্থী বহুতো ব্যৱস্থা গ্ৰহণ কৰা হয় আৰু উন্নত ফচলযুক্ত বীজ আদিৰ ব্যৱস্থাও ক্ৰমান্বয়ে বৃদ্ধি কৰা হয়। মন কৰিব লগীয়া যে প্ৰথম পাঁচ বছৰীয়া পৰিকল্পনাৰ সময়ত মাত্ৰ ৩·৫ নিযুত হেক্টৰ মাটিতহে জলসিঞ্চনৰ ব্যৱস্থা আছিল আৰু এতিয়া ভাৰতৰ সৰ্বমুঠ ১৪০ নিযুত কৃষি উপযোগী মাটিৰ প্ৰায় এক পঞ্চমাংশ মাটি জল সিঞ্চনৰ অন্তৰ্ভুক্ত হৈছে। সেইদৰে বিভিন্ন "পেকেজ প্ৰগ্ৰেম", ৰাসায়নিক সাৰৰ বহুল প্ৰচলন আৰু শস্য হানিকাৰক পোক পৰুৱা নিধন ইত্যাদি নানান ব্যৱস্থা অৱলম্বন কৰা হয়। তথাপিও আশানুৰূপ ফচল উৎপন্ন হোৱা নাই। এই অৱস্থাত অহা বছৰ ১৯৭০-৭১ চনৰ শস্য (১০০ নিযুত টন) আৰু চতুৰ্থ পৰিকল্পনাৰ সময় ছোৱাত বছৰি শতকৰা ৫ ভাগ উৎপাদন বৃদ্ধিৰ কিমান দূৰ সম্ভৱ হয় সিয়েহে প্ৰমাণ কৰিব কৃষি বিপ্লৱৰ প্ৰকৃত সাফল্য।

একেবাৰেহে এক দুই বছৰ শস্য উৎপন্নৰ পৰিমাণ বৃদ্ধি হোৱা আৰু এক দুই বছৰ একে লেঠাৰীয়ে শস্য উৎপাদনৰ পৰিমাণ হ্ৰাস হোৱা ভাৰতৰ কৃষি খণ্ডৰ এটা বিশেষ লক্ষ্য হৈ পৰিছে। ১৯৪৯-৫০ চনৰ কৃষি বছৰৰ উৎপাদন-মান ১০৩ হিচাপত, ভাৰতৰ কৃষি উৎপাদনৰ সূচীসংখ্যা হৈছে ১৯৫০-৫১ = ৯৫·৬ ; ১৯৫৫-৫৬ = ১১৬·৮ ; ১৯৬০-৬১ = ১৪২·২ ; ১৯৬৪-৬৫ = ১৪৯·৪ ; ১৯৬৫-৬৬ = ১৩২·১ ; ১৯৬৬-৬৭ = ১৩১·৬ ; ১৯৬৭-৬৮ = ১৬১·০ আৰু ১৯৬৮-৬৯ = ১৫৮·৭। এই সূচীসংখ্যাৰ পৰা সৰ্বমুঠ কৃষিজাত শস্য উৎপাদন ৰেখা ক্ৰমান্বয়ে উৰ্দ্ধমুখী হোৱা পৰিলক্ষিত হয়। যি কেই বছৰত অনাবৃষ্টি বা খৰৰ কাৰণে কৃষি কাৰ্য্যত ব্যাঘাত সৃষ্টি হোৱা নাই সেই বছৰতে কৃষি উৎপাদন আশানুৰূপ ভাৱে হৈছিল। অথচ নতুন কৃষি প্ৰণালী,

ৰাসায়নিক সাৰ ইত্যাদিৰো প্ৰয়োগ একেবাৰে নোহোৱা নহয়। কিন্তু কৃষি উৎপাদন বৃদ্ধি হোৱাৰ মূল কাৰণ হৈছে অনুকূল প্ৰাকৃতিক অৱস্থা।

কৃষি কাৰ্য্যৰ পুৰণিকলীয়া আৰু চিৰাচৰিত নিয়ম প্ৰণালী পৰিহাৰ কৰি নতুন আৰু বৈজ্ঞানিক নীতি নিয়ম অৱলম্বন কৰাটোৱেই কৃষি বিপ্লৱৰ প্ৰধান প্ৰমাণ। এই নীতি নিয়ম কিমান দূৰ খেতিয়কৰ মাজত জনপ্ৰিয় হৈছে বা কিমান খেতিয়কে এনে নীতি নিয়ম অৱলম্বন কৰিবলৈ সক্ষম হৈছে এই বিলাকেহে প্ৰমাণ কৰিব কৃষি বিপ্লৱৰ প্ৰকৃত ৰূপ। মাত্ৰ দুটা বা এটা বছৰ কৃষিজাত দ্ৰব্যৰ উৎপাদন বৃদ্ধি হোৱাই কৃষি বিপ্লৱৰ সূচনা নুবুজায়। দকৈ বা গভীৰকৈ মাটি চহাব পৰা নাঙল, কম সময়ত বেছি মাটি চহোৱা ব্যৱস্থা, বৰ্ণসঙ্কৰ জাতীয় বা সৰহ ফচল উৎপন্নক্ষম বীজ, পোক-পৰুৱাৰ পৰা শস্য ৰক্ষা কৰাৰ উপায়, যথোপযুক্ত পানী যোগানৰ ব্যৱস্থা, বিভিন্ন ধৰণৰ সাৰ যেনে ৰাসায়নিক আৰু লাগতিয়াল জৈৱিক সাৰৰ ব্যৱস্থামতে ব্যৱহাৰ, শস্য চপোৱা, সময়মতে আৰু লাভজনক মূল্যত বিক্ৰীৰ ব্যৱস্থা, একাধিকবাৰ একে টুকুৰা মাটিতে ফচল লগোৱা, প্ৰয়োজনমতে ঋণ আদি পোৱাৰ ব্যৱস্থা আৰু তাৰ সুব্যৱহাৰ ইত্যাদি নানান ধৰণৰ ব্যৱস্থা কাৰ্য্যকৰী কৰাৰ ওপৰত সম্পূৰ্ণভাৱে নিৰ্ভৰ কৰিছে কৃষি বিপ্লৱৰ ভৱিষ্যৎ। কিন্তু প্ৰশ্ন হয় ভাৰতৰ কিমান কৃষকে এনে ব্যৱস্থাবোৰ ব্যৱহাৰ কৰিবলৈ সুযোগ পাইছে?

১৯৬৭-৬৮ চনত অধিক ফচল উৎপন্নক্ষম বীজ ব্যৱহাৰ কৰা মাটিৰ পৰিমাণ আছিল ১.৮৯ নিযুত হেক্টৰ। ১৯৬৮-৬৯ চনত ইয়াৰ পৰিমাণ হয় ৯.৩ নিযুত হেক্টৰ। ১৯৬৯-৭০ চনত ইয়াৰ পৰিমাণ ১০.৯ নিযুত হেক্টৰ হোৱাকৈ লক্ষ্য ধাৰ্য্য কৰা হৈছে। একাধিক ফচল ১৯৬৮-৬৯ চনত মাত্ৰ ৬ নিযুত হেক্টৰত লগোৱা হৈছিল আৰু ইয়াৰ পিচৰ বছৰত ইয়াৰ পৰিমাণ ৮ নিযুত হেক্টৰ

হৰগৈ বুলি অনুমান কৰা হৈছে। ১৯৬৮-৬৯ চনলৈকে প্ৰায় ১.৭৫ নিযুত দমকল চালু অৱস্থাত আছে আৰু ৬৮,০০০ কুঁৱা আদিৰ অধিক ব্যৱস্থাও এই বছৰতে কৰা হৈছে। ক্ষুদ্ৰ জল-সিঞ্চন ব্যৱস্থাও এই বছৰতে কৰা হৈছে। ক্ষুদ্ৰ জলসিঞ্চন ব্যৱস্থা ১৯৬৮-৬৯ চনত ১৪.৬ লাখ হেক্টৰলৈ সম্প্ৰসাৰণ কৰা হৈছে আৰু চতুৰ্থ পৰিকল্পনাৰ সময় ছোৱাত আৰু ৩২ লাখ হেক্টৰলৈ এনে ব্যৱস্থা সম্প্ৰসাৰণৰ লক্ষ্য স্থিৰ কৰা হৈছে। বিজুলী শক্তিৰে চালিত দমকলৰ সহায়েৰে কোনো কোনো অঞ্চলত পানী যোগানৰ ব্যৱস্থা কৰা হৈছে যদিও ইয়াৰ সংখ্যা এতিয়াও অতি কম। ১৯৬৮-৬৯ চনলৈকে মাত্ৰ ৪০ নিযুত হেক্টৰ মাটিতহে কীট পতঙ্গৰ পৰা শস্য ৰক্ষা কৰা ব্যৱস্থা কৰা হৈছে। ১৯৬৭-৬৮ চনত ৰাসায়নিক সাৰৰ ব্যৱহাৰৰ পৰিমাণ আছিল (১) নাইট্ৰোজেন জাতীয় ১০৩৫ হাজাৰ টন, (২) ফচফেটিক ৩৩৫ হাজাৰ টন আৰু পটাচিক জাতীয় ১৭০ হাজাৰ টন। ১৯৬৮-৬৯ চনত ইয়াৰ পৰিমাণ ক্ৰমান্বয়ে ১২[illegible] হাজাৰ টন হব বুলি অনুমান কৰা হৈছে।

ওপৰৰ বিৱৰণীৰ পৰা এ[illegible] হয় যে কৃষি বিপ্লৱ বা আধুনিক ধৰণৰ কৃষি [illegible] হলে ব্যৱহাৰ হোৱা নাই আৰু ই কেইটামান অঞ্চলতে সীমাবদ্ধ হৈ আছে। বিশেষ কৈ পঞ্জাৱ, হাৰিয়ানা, উত্তৰ প্ৰদেশ, বিহাৰ, অন্ধ্ৰপ্ৰদেশ আৰু তামিলনাডুৰ কিছু অঞ্চলত কৃষি বিপ্লৱৰ প্ৰভাৱ বিস্তাৰ হৈছে। আকৌ যিবিলাক অঞ্চলত কৃত্ৰিম উপায়েৰে পানী যোগানৰ ব্যৱস্থা আছে তাতহে নতুন কৃষি পদ্ধতিৰ ব্যৱহাৰ জনপ্ৰিয় হৈছে। ই বিশেষকৈ পৰিলক্ষিত হয় ঘেঁহু উৎপাদনকাৰী অঞ্চলসমূহত। পঞ্জাৱ, হাৰিয়ানা আদি অঞ্চলত ঘেঁহু খেতি বিস্তৃত আৰু এই-বোৰ ঠাইত পানী যোগানৰ ব্যৱস্থাও আছে। গতিকে নতুন কৃষি কৌশল বা কৃষি বিপ্লৱে এনে অঞ্চলত প্ৰাধান্য লাভ কৰিছে।

ঔদ্যোগিক উন্নয়নত যেনেকৈ আঞ্চলিক অসমতা উদ্ভৱ হৈ উন্নয়ন অৱস্থাৰ ভাৰসাম্যহীনতাৰ সৃষ্টি হৈছে, ঠিক একেদৰে কৃষি বিপ্লৱ মাত্ৰ কেইটুকুৰামান অঞ্চলতে সীমাৱদ্ধ হৈ কৃষি উন্নয়নৰ ক্ষেত্ৰত আঞ্চলিক অসমতাৰ সৃষ্টি কৰিছে। উন্নয়নত এনে অসমতা সৃষ্টি হোৱা ভাৰতৰ জাতীয় সংহতিৰ বাধা স্বৰূপ আৰু এনে উন্নতিৰ ফল ভালতকৈ বেয়াৰ অংশ বেছি। গতিকে অন্য অঞ্চলবিলাকেও যাতে নতুন কৃষি কৌশলৰ সুফল লাভ কৰিব পাৰে তাৰ ব্যৱস্থা কৰা উচিত। ·

বেছি উৎপাদনক্ষম বীজ অকল ঘেঁহু আৰু মাকৈতে সীমাৱদ্ধ আছে বুলিলেও অত্যুক্তি কৰা নহব। ধানৰ ক্ষেত্ৰত এনেকুৱা বীজৰ বেছি প্ৰচলন হোৱা নাই। 'জয়া', 'পদ্মা' আদিৰ নিচিনা ধানৰ এতিয়াও প্ৰচলন হোৱা নাই বুলিলেও হয়। আকৌ মোটা ধৰণৰ শস্য যেনে বজ্ৰা, যোৱাৰ ইত্যাদিৰ ক্ষেত্ৰতো বেছি উৎপন্ন কৰিব পৰাকৈ কম সময়তে হোৱা শস্যৰ উদ্ভাৱন অতি প্ৰয়োজন। এনে শস্য নহলে একে টুকুৰা মাটিতে একাধিক ফচল উৎপন্ন কৰিব পৰা অসম্ভৱ হব। এই সকলোবোৰতকৈ বেছি প্ৰয়োজনীয় ব্যৱস্থা হৈছে যথেষ্ট পৰিমাণে পানী যোগান। আমি আগতেই কৈ আহিছো যে কৃত্ৰিম উপায়েৰে জলসিঞ্চনৰ ব্যৱস্থা মাত্ৰ এক পঞ্চমাংশ মাটিতহে আছে। পানী যোগানৰ ব্যৱস্থা আৰু সম্প্ৰসাৰণ কৰিব নোৱাৰিলে কৃষি বিপ্লৱ বিস্তাৰিত হোৱাত যথেষ্ট বাধা পাব।

কৃষি বিপ্লৱৰ আৰু এটা ঘাই প্ৰমাণ হৈছে মাটিৰ উৎপাদনী শক্তি বৃদ্ধি হোৱা। ভাৰতৰ প্ৰতি একৰ বা প্ৰতি বিঘা মাটিৰ উৎপাদন এতিয়াও পৃথিৱীৰ বহুতো অঞ্চলতকৈ দুখ লগা ভাৱে কম। এই উদ্দেশ্য সফল কৰিবলৈ হলে পানী যোগানৰ ব্যৱস্থাৰ বাহিৰেও দকৈ মাটি চহোৱা, সাৰ আদিৰ প্ৰয়োজন মতে ব্যৱহাৰ কৰা আৰু কীট পতঙ্গ ইত্যাদিৰ পৰা শস্য ৰক্ষা কৰাৰ

ব্যৱস্থা অৱলম্বন কৰিব লাগিব। কিন্তু এতিয়া প্ৰশ্ন হয় কিমান কৃষকে লোহাৰ নাঙল, ট্ৰেক্টৰ বা বিজুলী চালিত নাঙল ব্যৱহাৰ কৰিব পৰা অৱস্থাত উপনীত হৈছে। এটা 'কবুটা' যন্ত্ৰ চালিত নাঙলৰ দাম ১১,০০০ টকা, এটা ট্ৰেক্টৰৰ দাম ২০,০০০ টকা। গতিকে অতি কম সংখ্যক ভূমিপতি যাৰ কৃষি-ভূমিৰ পৰিমাণ বেছি, তেওঁলোকৰ বাহিৰে সৰহ সংখ্যক কৃষকে এনে নাঙল বা ট্ৰেক্টৰ ব্যৱহাৰ কৰা অসম্ভৱ। সেই একে সমস্যাই উদ্ভৱ হয় ৰাসায়নিক সাৰ আৰু কীট-পতঙ্গ নাশক ঔষধ ব্যৱহাৰৰ ক্ষেত্ৰত। এই কাৰণে এতিয়াও যি পৰিমাণ সাৰ ব্যৱহাৰ কৰিব লাগে সেই পৰিমাণে ব্যৱহাৰ হোৱা নাই। আকৌ এইবোৰ বস্তুৰ যোগান যথেষ্ট আৰু সুব্যৱস্থিত হোৱা নাই। সময় মতে এনে বস্তু নোপোৱাৰ কাৰণে বহুতো অৱস্থাপন্ন কৃষকে তেওঁলোকৰ অৰ্থ অন্য ব্যৱহাৰত যেনে পূজা-পাতল, বিবাহ বা অন্য অৰ্থ উৎপাদন নোহোৱা কামত ব্যৱহাৰ কৰিছে।

খৰাং বতৰত খেতি কৰিব পৰা পানী যোগানৰ ব্যৱস্থা, কৃষি ঋণ ইত্যাদি পোৱাৰ সুবিধা আৰু ৰাসায়নিক সাৰ, উন্নত ধৰণৰ নাঙল, কীট পতঙ্গ নাশক ঔষধ ইত্যাদি কালিয়নে কৃষকক দিয়াৰ ব্যৱস্থা নতুন কৃষি কৌশলৰ প্ৰধান পন্থা হোৱা উচিত। প্ৰাকৃতিক বৰষুণৰ ওপৰত নিৰ্ভৰ কৰি থাকিবলগীয়া হ'লে কৃষি উৎপাদনৰ লক্ষ্যত উপনীত হ'ব কেতিয়াও নোৱাৰে। এই কাৰণে অনাবৃষ্টি বা খৰাং বতৰৰ পৰা শস্য হানি হোৱা বন্ধ কৰিবলৈ হ'লে পানী যোগানৰ বহল ব্যৱস্থা লোৱা প্ৰয়োজন। ইয়াকে কৰিব নোৱাৰিলে ভাৰতৰ কৃষি বিপ্লৱ আঞ্চলিক অসমতা বৃদ্ধি কৰাৰ এটা প্ৰধান আহিলা হৈ উঠিব।

অসমৰ অৰ্থনীতিত কৃষি খণ্ডৰ ভূমিকা অতি ব্যাপক। ইয়াত শিল্প-উদ্যোগ নাই বুলি কলেও বেছি কোৱা নহব। আনুষঙ্গিক ব্যৱসায়ৰ পৰিধি অতি কম। বেহা বেপাৰ ইত্যাদি এটা বিশেষ গোষ্ঠীৰ ভিতৰতে

এনেদৰে সীমাবদ্ধ যে তাত থলুৱা লোকে প্ৰৱেশ কৰিবলৈ অকণো সুৰুঙা নাই। গতিকে চৰকাৰী চাকৰি আৰু কৃষি এই দুয়োটাই থলুৱা লোকৰ জীৱিকা নিৰ্বাহৰ এতিয়াও প্ৰধান সম্বল। কিন্তু পৰিতাপৰ বিষয় যে অসমত কৃষি খণ্ডৰ উন্নতি একেবাৰে হোৱা নাই। স্বীকাৰ কৰিব লাগিব যে কৃষি উন্নয়নৰ কাৰণে যত্ন বা অৰ্থ-নিয়োগৰ পৰিমাণ ক্ৰমান্বয়ে বৃদ্ধি হৈ আহিছে আৰু খণ্ডটো পৰিকল্পনাৰ কালছোৱাত অৱহেলিত হৈ থকা নাই। তথাপিও কৃষি উন্নতি আশানুৰূপ ভাৱে হোৱা নাই। ইয়াৰ প্ৰধান কাৰণ অৰ্থবিনিয়োগ বা আঁচনিৰ অভাৱ এনে নহয়; কাৰণ হৈছে থলুৱা সমস্যাৰ লগত ৰজিতা খুৱাই আঁচনি প্ৰস্তুত কৰিব নোৱাৰাটোহে। অসম চৰকাৰৰ (কোনো কোনো ক্ষেত্ৰত অসমৰ মানুহৰো) বাহিৰা বা বিদেশী বস্তুৰ প্ৰতি ধাউতি বেছি। জকমক্ কৰি জিলিকি থকা সকলো বাহিৰা বস্তুকে খাঁটি বুলি বিনা দ্বিধাই গ্ৰহণ কৰে। বাহিৰৰ পৰা মানুহেই হওক, বাহিৰত কাৰ্য্যকৰী কৰা আঁচনিয়েই হওক, এই সকলোবোৰ অসম চৰকাৰৰ কাৰণে লোভনীয় আৰু আপুৰুগীয়া সম্পদ। গতিকে থলুৱা অৱস্থাৰ লগত খাপ নোখোৱা এনে ধাৰ কৰা বা নকল কৰা আঁচনি অসমত অকাৰ্য্যকৰী হোৱা একো বিশেষ কথা নহয়। তাৰোপৰি উন্নয়ন আঁচনি প্ৰস্তুত কৰা আৰু এইবোৰ কাৰ্য্যকৰী কৰাৰ ভাৰো ন্যস্ত হৈছে এনে এতৰপ বিষয়াৰ হাতত—যাৰ এই অঞ্চলটোৰ প্ৰতি কোনো প্ৰীতি বা অনুকম্পা নাই। ইয়াৰ উন্নতিত তেওঁলোকৰ আনন্দ নাই আৰু অধোন্নতিতো আক্ষেপ নাই। আঁচনি প্ৰস্তুত কৰিব লাগে কাৰণে ইয়াক প্ৰস্তুত কৰা হৈছে। ধাৰ কৰিয়েই হওক বা নকল কৰিয়েই হওক আৰু কাৰ্য্যকৰী কৰিব লাগে কাৰণে টোপোলা টোপোলে টকা ব্যয় কৰা হৈছে; তত্ৰাচ দেশৰ উন্নতি নহয়—এতিয়া কি কৰিব ?

অসমৰ কৃষি সমস্যা সৰ্ব ভাৰতীয় পৰ্য্যায়ত সমাধা কৰিব নোৱাৰাৰ

কেইবাটাও প্ৰধান কাৰণ আছে। ভাৰতৰ কৃষি বহু পৰিমাণে প্ৰাকৃতিক অৱস্থাৰ ওপৰত নিৰ্ভৰশীল। ভাল বতৰ হলে কৃষি উৎপাদন বেছি হয় আৰু বতৰ বেয়া হলে কৃষি উৎপাদন কমি যায়। অসমৰ বেলাও এই কথা ফলিয়াই যদিও অন্য অঞ্চলৰ লগত অসমৰ বহুতো প্ৰভেদ আছে। অন্য অঞ্চলত অতি বৃষ্টি বা অনাবৃষ্টি যেই কোনো এটাৰ কাৰণে কৃষি শস্যৰ হানি হয়। কিন্তু অসমত একে লগে দুয়োটাৰে প্ৰকোপ বেছি। অসমত সাধাৰণতে বৰষুণ বেছি হয়। ভৈয়াম অঞ্চলত ৭০″-৮০″ ইঞ্চিৰ পৰা পাহাৰীয়া অঞ্চলত ২৫০″ ইঞ্চিলৈকে প্ৰতি বছৰে বৰষুণ হয়। তাৰোপৰি এই বৰষুণ জেঠৰ পৰা আহিন মাহৰ ভিতৰতে হয় আৰু বাকী সাত মাহ সময় প্ৰায়েই নহয়। আকৌ নদ নদীৰ সংখ্যাও অসমত বেছি। ব্ৰহ্মপুত্ৰ আৰু বৰাক এই দুখন ডাঙৰ নদীৰ বাহিৰেও অসংখ্য উপনদী, জান, জুৰি গোটেই অঞ্চলটোতে পিয়াপি দি আছে। ওপৰৰ পাহাৰীয়া অঞ্চল বা ভৈয়ামত ধাৰাষাৰে বৰষুণ হলেই এই নদ নদীবোৰ ওফন্দি আহে আৰু প্ৰলয়ঙ্কৰী বানপানীৰ সৃষ্টি কৰে। বছৰি এবাৰ বানপানী হোৱাটো অসমত স্বাভাৱিক ঘটনা। দুবাৰ বা তিনিবাৰ হোৱাও অসম্ভৱ নহয়। বৰং যোৱা কেইবছৰ মান একাধিকবাৰ বানপানী হৈ ৰাইজক জুৰুলা কৰিছে।

খেতি বুলিলে অসমত সাধাৰণতে ধান খেতিকে বুজায়। ধানৰ বাহিৰে অন্য খেতিৰ প্ৰচলন অতি সামান্য। ১৯৬৭-৬৮ চনৰ সৰ্বমুঠ ২.৪৪ নিযুত হেক্টৰ মাটিত খেতি কৰা হয় আৰু ইয়াৰে শতকৰা ৭০ ভাগত অকল ধান লগোৱা হয়। ইয়াৰ পিচতে অসমৰ গুৰুত্বপূৰ্ণ খেতি হৈছে চাহ। শতকৰা ৭ ভাগ মাটি চাহ খেতিৰ কামত ব্যৱহৃত হৈছে। ১৯৬৭-৬৮ চনত মুঠতে অন্য ধৰণৰ শস্যৰ কাৰণে ব্যৱহৃত হোৱা মাটিৰ পৰিমাণ এনে ধৰণৰ আছিল—

| | ১৯৬৭-৬৮ চন |
|---|---|
| মৰাপাট | ১৪৬০০০ হেক্টৰ |
| কুঁহিয়াৰ | ৩১০০০ হেক্টৰ |
| তেলগুটি আৰু সৰিয়হ | ১৩৪০০০ হেক্টৰ |
| আলু | ৪৩০০০ হেক্টৰ |

ইয়াৰ বাহিৰেও মাকৈ, ঘেঁহু, মাটিমাহ ইত্যাদিৰো খেতি কৰা হয়; কিন্তু এইবোৰৰ পৰিমাণ অতি সামান্য। গতিকে অসমৰ প্ৰধান খেতি ধান। যদিও আহু আৰু শালি দুয়োবিধ ধানৰে খেতি প্ৰচলিত, তথাপিও শালি ধানৰ খেতিয়েই প্ৰকৃত খেতি। আগতেই কৈ অহা হৈছে যে জেঠ মাহৰ পৰা আহিন মাহলৈকে অসমত বৰষুণ হয় আৰু এই কেইমাহেই খেতি কৰাৰ সময়। ফাগুন চ'ত মাহত বতৰ অতি শুকাং থাকে আৰু আহু ধানৰ খেতি এই কাৰণে ব্যাপক নহয়। তাৰোপৰি জেঠ আহাৰ মাহত আহু ধান পকে। এই সময়ত ধান কাটি পুনৰ মাটি চহাই শালি ধানৰ উপযোগী কৰাৰ কাৰণে সময় অতি কম থাকে। তাৰোপৰি পাঁচ ছয় মাহৰ ভিতৰত ওপৰা ওপৰিকৈ দুটা খেতি কৰিলে মাটিৰ উৰ্বৰা শক্তি একেবাৰে হ্ৰাস হয়। যিহেতু সাৰৰ প্ৰচলন এতিয়াও ব্যাপক ভাৱে হোৱা নাই, কৃষকে সাধাৰণতে শালি ধানৰ খেতি কৰাতহে বেছি গুৰুত্ব দিয়ে আৰু সুবিধা হলেহে বা চন পৰি থকা মাটিতহে আহু ধানৰ খেতি কৰে। তাকো অতি কম পৰিমাণে। গতিকে শালি ধানেই ৰাইজৰ প্ৰধান কৃষি! কিন্তু পৰিতাপৰ বিষয় যে আমাৰ ইয়াত মাটিৰ উৎপাদিকা শক্তি অতি কম। তলত আমি কেইবছৰমানৰ হেক্টৰে প্ৰতি হোৱা উৎপাদনৰ পৰিমাণ দেখুৱাবলৈ যথাসাধ্য যত্ন কৰিছো।

| | ১৯৫৫-৫৬ | ১৯৬০-৬১ | ১৯৬৪-৬৫ | ১৯৬৫-৬৬ | ১৯৬৬-৬৭ | ১৯৬৭-৬৮ |
|---|---|---|---|---|---|---|
| | ( কিলোগ্ৰামত দেখুৱা হৈছে ) | | | | | |
| ধান | ৯৪০ | ৯৬৭ | ১০২০ | ৯৭২ | ৯০৪ | ৯৬৪ |
| মুঠ খাদ্য শস্য | ৯৩৪ | ৯২৩ | ৯৬৯ | ৯৪২ | ৮৬৬ | ৯২২ |
| মৰাপাট | ১৪৭১ | ১২২৮ | — | ১১৫২ | ১৩১০ | ১২৯৩ |
| কুঁহিয়াৰ | ২৬০৯৩ | ৩৪৩৮৭ | — | ৩২৬৮৭ | ৩৩১৭৮ | ৩৩৫৬২ |
| সৰিয়হ | ৪৫৭ | ৩৮১ | — | ৪৪৪ | ৪৫৪ | ৪৪৮ |
| আলু | ৪৭২৩ | ৪৭৮৭ | — | ২৯৩৭ | ৫৭৮৬ | ৬৩১৭ |

ওপৰৰ তালিকাখনৰ পৰা দুটা কথা স্পষ্ট হৈ ওলাই পৰিছে। প্ৰথম হ'ল অসমত প্ৰতি হেক্টৰৰ উৎপাদন দুখ লগা ভাৱে কম। ১৯৬৭-৬৮ চনত ভাৰতৰ অন্য ঠাইত প্ৰতি হেক্টৰত সৰ্বোচ্চ উৎপাদন হৈছিল এনে ধৰণৰ: আই, আৰ-৮ ধান-১৩,৮৯৮ কিলোগ্ৰাম; চীনা-১০৩৯ নং ৭২,৩৫০ কিলোগ্ৰাম, ঘেঁহু ১১,৫৮০ কিলোগ্ৰাম, গোমধান ৯৮৫৬ কিলোগ্ৰাম। আনকি এইবোৰৰ উচ্চ উৎপাদনক্ষম বীজ ব্যৱহাৰ কৰাৰ আগতেও (১৯৬৪-৬৫ চনত) অন্য অঞ্চলত ধানৰ উৎপন্ন প্ৰতি হেক্টৰত ১০৫৬ কিলোগ্ৰাম আৰু ১৪০৮ কিলোগ্ৰাম ঘেঁহু পোৱা হৈছিল। দ্বিতীয়তে উৎপাদন পৰিমাণৰ অনিশ্চয়তা। কোনো বছৰ উৎপাদন বেছি হৈছে আৰু কোনো বছৰ উৎপাদন কমি গৈছে। এই দুয়োটা লক্ষণে (উৎপাদনৰ পৰিমাণ আৰু অনিশ্চয়তা) জাতীয় অৰ্থনৈতিক প্ৰগতিৰ অন্তৰায় আৰু ইয়াক দূৰ কৰাৰ ওপৰতে অৰ্থনৈতিক উন্নয়ন নিৰ্ভৰ কৰিছে।

তলত কেইবছৰ মানৰ সৰ্বমুঠ খাদ্য শস্য উৎপন্নৰ পৰিমাণ দেখুওৱা হৈছে।

(লাখ টন হিচাপত দেখুওৱা হৈছে)

| | সকলো খাদ্য শস্য |
|---|---|
| ১৯৬৪-৬৫ | ১৯.৭৪ |
| ১৯৬৫-৬৬ | ১৯.০৯ |
| ১৯৬৬-৬৭ | ১৮.১১ |
| ১৯৬৭-৬৮ | ১৯.৭১ |
| ১৯৬৮-৬৯ | ২১.৯৭ |
| ১৯৬৯-৭০ | ১৯.৮ |

ওপৰৰ তালিকাখনৰ পৰা দেখা যায় যে অসমত উৎপন্ন বৃদ্ধিৰ হাৰ অতি সামান্য। প্ৰথম পৰিকল্পনাৰ কালছোৱাত মাত্ৰ শতকৰা ১২ ভাগ, দ্বিতীয় পৰিকল্পনাত শতকৰা ৩ ভাগ আৰু তৃতীয় পৰিকল্পনাত শতকৰা ৮.৭ ভাগহে বৃদ্ধি হয়। এই সময় ছোৱাত সৰ্ব-ভাৰতীয় কৃষি উৎপাদন বৃদ্ধিৰ হাৰ আছিল ক্ৰমে শতকৰা ১৮ ভাগ, ১৮ ভাগ আৰু ১০ ভাগ। গতিকে সৰ্বভাৰতীয় পৰ্য্যায়তকৈ অসমৰ কৃষি উন্নতিৰ হাৰো বহুত কম।

১৯৬২-৬৫ চনৰ পৰাই অসমত বিকৃত খাদ্য সঙ্কটৰ সৃষ্টি হয় আৰু দুই তিনি বছৰ কাল খাদ্য দ্ৰব্যৰ অভাৱত অসমীয়া মানুহৰ বিলৈ বিপত্তিৰ সীমা নোহোৱা হয়। কিন্তু ওপৰত দিয়া তালিকাখনত এবাৰ চকু ফুৰালে দেখা যায় যে ১৯৬৪-৬৫ চনৰ পৰা ১৯৬৭-৬৮ বা তাৰ পিচতো খাদ্য দ্ৰব্য উৎপাদন পৰিমাণৰ তাৰতম্য সিমান বেছি নহয়। ইয়াৰ পৰাই এটা কথা পৰিষ্কাৰ হয় যে উৎপন্নৰ পৰিমাণ হ্ৰাস হোৱা নাছিল। খাদ্য সঙ্কট উদ্ভৱ হৈছিল খাদ্য দ্ৰব্য লুকুৱাই ৰাখি কৃত্ৰিম অনাটনৰ সৃষ্টি কৰাৰ কাৰণেহে। যোৱা দুটা বছৰ খাদ্য দ্ৰব্য যোগানত এটা স্থিতিশীল পৰিবেশ দেখা গৈছে আৰু ইয়াক অৱলম্বন কৰিয়েই আমাৰ চৰকাৰে অস-মতো কৃষি বিপ্লৱৰ সূচনা হৈছে বুলি ধ্বনি তুলিছে। ইয়াকে

প্ৰমাণ কৰিবলৈ তেওঁলোকে বহুতো যুক্তি প্ৰদৰ্শন কৰিছে, যি-বোৰৰ মূলত কোনো প্ৰমাণ সাপেক্ষ নিশ্চয়তা নাই।

পঞ্জাব, হাৰিয়ানা আদিত ঘেঁহু উৎপাদনত আশাতীত সাফল্য লাভ কৰা সচা আৰু তাত কৃষি বিপ্লৱৰ সূচনা হৈছে বুলি কোৱাৰ যুক্তিযুক্ততা আছে। পঞ্জাবৰ কৃষকে ট্ৰেক্টৰ, ৰাসায়নিক সাৰ, পানী যোগানৰ ব্যৱস্থা আৰু দুৱাৰ মুখতে সুলভ ঋণ আদিৰ সুব্যৱস্থা পোৱাৰ হেতুকে উন্নয়নৰ গতি দ্ৰুত গতিৰে বৃদ্ধি পাইছে। আৰু আমাৰ কৃষকে পাইছে কি? কৃষি বিপ্লৱৰ প্ৰধান লক্ষণ হৈছে আওপুৰণি কৃষি পদ্ধতি বাদ দি নতুন কৃষি পদ্ধতি অৱলম্বন কৰা। দকৈ মাটি চহোৱা, উন্নত আৰু নিৰোগী বীজ ব্যৱহাৰ, যথেষ্ট পৰিমাণে ৰাসায়নিক আৰু জৈৱিক সাৰ প্ৰয়োগ, প্ৰয়োজন অনুপাতে পানী যোগানৰ ব্যৱস্থা, একাধিকবাৰ ফচল লগোৱা ব্যৱস্থা, সুলভ হাৰত ঋণ আদিৰ যোগান আৰু ৰাহি হোৱা শস্যৰ উপযুক্ত মূল্য নিৰ্দ্ধাৰণ ইত্যাদিৰ ব্যৱস্থা কাৰ্য্যকৰী ভাৱে প্ৰয়োগ কৰিলেহে কৃষি উন্নয়নৰ আঁচনি ফলপ্ৰসূ হব। ইয়াতকৈয়ো বেছি প্ৰয়োজনীয় ব্যৱস্থা হৈছে বছৰি বছৰি হোৱা প্ৰলয়ঙ্কৰী বান-পানীৰ গ্ৰাসৰ পৰা দেশৰ শস্য ৰক্ষা কৰা।

তলত আমি উন্নত বীজ আদি ব্যৱহাৰৰ পৰিমাণ দেখুৱাইছো।

| | ১৯৬৬-৬৭ | ১৯৬৭-৬৮ |
|---|---|---|
| উন্নত বীজ (ক) ধান (হাজাৰ টন) | ১৩২৫.১০ | ১৬০৯.৫০ |
| (খ) মৰাপাট (,,) | ৩৬.৪২ | ৪২.০৩ |
| (গ) মাহ (,,) | ৬২.০০ | ১২৩.৭০ |
| ৰাসায়নিক সাৰ ব্যৱহাৰ (লাখ টন) | ১৩.৮৯ | ২৪.৪৬ |
| ক্ষুদ্ৰ জল সিঞ্চনৰ ব্যৱস্থা (লাখ একৰ) | ৪.৩৫ | ৫.৪২ |
| মাটি আৱাদকৰণ (হাজাৰ একৰ) | ৩.০০ | ২০.০০ |
| উচ্চ উৎপাদনক্ষম ব্যৱহৃত হোৱা মাটিৰ পৰিমাণ (হাজাৰ একৰ) | ৯.০ | ৬৫.০০ |
| (১) ধান | — | ২.০০ |
| (২) ঘেঁহু | | |

১৯৬৯-৭০ চনত ২৫৪ হাজাৰ হেক্টৰ মাটিত উন্নত উৎপাদনক্ষম আৰু উন্নত বীজ ব্যৱহাৰ হৈছে আৰু ইয়াৰ ব্যৱহাৰ ১৯৭০-৭১ চনত ৩০৫ হাজাৰ হেক্টৰলৈ সম্প্ৰসাৰিত কৰাৰ লক্ষ্য স্থিৰ কৰা হৈছে। ৰাসায়নিক সাৰৰ ব্যৱহাৰ এই বছৰত ৫১০০০ টন হয় আৰু পিচৰ বছৰত ইয়াৰ পৰিমাণ ৬৩০০০ টন হবগৈ বুলি লক্ষ্য স্থিৰ কৰা হৈছে। সেইদৰে উদ্ভিদ সংৰক্ষণ ৯১·৬ হাজাৰ হেক্টৰ মাটিত কৰা হয় আৰু সম্প্ৰসাৰিত হৈ ১০৫·৩ হাজাৰ হেক্টৰ হবগৈ ১৯৭০-৭১ চনত। ক্ষুদ্ৰ জলসিঞ্চন ব্যৱস্থাৰ দ্বাৰা ১৯৬৯-৭০ চনত মুঠতে ৯·২ হাজাৰ হেক্টৰ মাটি উপকৃত হৈছে আৰু ইয়াক ১০·৮ হাজাৰ হেক্টৰলৈ সম্প্ৰসাৰণ কৰা হব পিচৰ বছৰটোত।

আগতেই কৈ আহিছো যে অসমৰ প্ৰধান কৃষি হৈছে শালি-ধানৰ খেতি। প্ৰায় ৪৭ লাখ মাটিত ধানৰ খেতি কৰা হয়। ইয়াৰে মুঠতে ১২ হাজাৰ হেক্টৰতহে কৃত্ৰিম উপায়েৰে পানী যোগানৰ ব্যৱস্থা আছে। অসমত জল সিঞ্চনৰ ব্যৱস্থা কৰা হৈছে ক্ষুদ্ৰ জল সিঞ্চন আঁচনিৰ দ্বাৰা। ক্ষুদ্ৰ জল সিঞ্চনৰ আঁচনি হৈছে সৰু সৰু জান-জুৰি, বিল, নলা ইত্যাদিৰ দ্বাৰা পানী যোগানৰ ব্যৱস্থা কৰা। মন কৰিবলগীয়া যে অসমত চাৰি মাহ বৰষুণ হয় আৰু এই কেইমাহ সময়তহে এনে আঁচনিৰ দ্বাৰা পানী যোগান সম্ভৱ হয়। খৰালি বতৰত এই জান-জুৰিবোৰ শুকাই যায় আৰু পানী যোগা-নৰ ব্যৱস্থাও অচল হয়। গতিকে যি কেই মাহত বৰষুণ হয় আৰু যেতিয়া কৃত্ৰিম পানী যোগানৰ প্ৰয়োজন নহয় তেতিয়াহে ক্ষুদ্ৰ জলসিঞ্চন আঁচনি কাৰ্য্যকৰী হয়। যেতিয়া পানীৰ প্ৰকৃত প্ৰয়ো-জন, তেতিয়া এই ব্যৱস্থাবোৰ নিষ্ক্ৰিয় হৈ পৰে। তামিলনাডু প্ৰদেশৰ কৃষি খণ্ডৰ বিৰাট সাফল্যৰ প্ৰধান কাৰণ হৈছে বৈদ্যুতিক পাম্পৰ বহুল প্ৰচলন। কিন্তু অসমৰ মায়ং অঞ্চলত অলপতে ৬০ টা এনে বৈদ্যুতিক পাম্প বহুৱাৰ বাদে অন্যত এনে কোনো ব্যৱস্থা কৰা হোৱা নাই। অসমত বছৰটোৰ ৭ মাহেই বৰষুণ নহয়।

বাকী কেই মাহত বানপানীৰ ভয়। গতিকে এই সাত মাহত যাতে কৃষকে খেতি কৰিব পাৰে তাৰ ব্যৱস্থা লোৱাহে প্ৰকৃত কৃষি উন্নয়নৰ আঁচনি হব। ক্ষুদ্ৰ জলসিঞ্চনৰ নামত লাখে লাখে টকা অপব্যয় কৰি ভেকো ভাওনা কৰি থাকিলে কৃষি উন্নতি সম্ভৱ নহয়। অসমৰ বিজুলী শক্তি আনক দিয়াতকৈ গাওঁ-ভুঁইলৈ সম্প্ৰসাৰণ কৰি ঠায়ে ঠায়ে বৈদ্যুতিক পাম্প বহুৱালে খৰালি বতৰত কৃষকে খেতি কৰাত উৎসাহ পাব।

দ্বিতীয়তে উন্নত ফচলক্ষম বীজ আদিৰ বহুল প্ৰচলন হবলৈ হলে এইবোৰ বীজ সুলভ মুল্যাত, উপযুক্ত সময়ত আৰু কম দূৰত্বৰ ভিতৰত পাব পৰা ব্যৱস্থা অৱলম্বন কৰা উচিত। অসম চৰকাৰৰ বীজ নিগমৰ কাৰ্য্যকলাপ বৰ সন্তোষজনক নহয়। আমি কেইবাটাও অঞ্চলৰ খেতিয়ক সকলৰ লগত এই সম্পৰ্কে আলোচনা কৰিবলৈ সুবিধা পাইছিলো। আমি লগ ধৰা খেতিয়কে মত প্ৰকাশ কৰে যে বীজ নিগমৰ বীজ ৰোগমুক্ত নহয়। তাৰোপৰি এনে বীজ খেতিৰ প্ৰকৃত সময়ত পোৱা নহয়। যদি এয়েই বীজ নিগমৰ সফলতা, তেন্তে বীজ নিগম বন্ধ কৰি দিলেও দেশৰ ক্ষতি নহব; বৰং জাতীয় অপব্যয়ৰ পৰিমাণহে কমিব।

ৰাসায়নিক সাৰৰ ব্যৱহাৰ এতিয়াও অসমত সদৰি হোৱা নাই। ১৯৭০–৭১ চনৰ লক্ষ্য হৈছে ৬৩ হাজাৰ টন। এই লক্ষ্যাত উপনীত হলেও, ইয়াৰ পৰিমাণ গড়ে প্ৰতি একৰ মাটিত অতি সামান্য হব। অসমত ৪৭ লাখ একৰ মাটিত ধানৰ খেতি হয়। ৪৭ লাখ একৰ মাটিত ৬৩ হাজাৰ টন বিলাই দিলে প্ৰতি একৰে প্ৰায় ১৩ কিলোগ্ৰাম সাৰ দিয়া আৰু এপাচি কচু শাকত এটা জলকীয়া দিয়া একে কথা। উদ্ভিদ নিৰাৱণ বা কীট পতঙ্গৰ পৰা শস্য ৰক্ষা কৰা ব্যৱস্থাও অতি নগণ্য। ১৯৭০-৭১ চনত মাত্ৰ ৯২০০০ হেক্টৰ মাটিত এনে সম্প্ৰসাৰণ কৰা হব। ইয়ো হৈছে ফুটুকাৰ ফেন। তাৰোপৰি ৰাসায়নিক সাৰেই ৰোগক বা কীট পতঙ্গ ধ্বংস কৰা

ঔষধেই বোলক, সৰহ সংখ্যক কৃষকে এতিয়াও ব্যৱহাৰ কৰিব পৰা নাই অৰ্থৰ অভাৱত। কৃষকে এইবোৰৰ উপকাৰিতা ভালকৈ জানে; কিন্তু এজন কৃষকে আমাক কোৱাৰ দৰে "কিহেৰে কিনিম সেইবোৰ বস্তু? আমাকতো কালিয়নে নিদিয়ে।" ইয়াৰ উপৰিও ৰাসায়নিক সাৰ প্ৰয়োগত বিশেষ সাৱধানৰ প্ৰয়োজন। কোন-বিধ সাৰ কেনে ধৰণৰ মাটিৰ উপযুক্ত, তাক পৰীক্ষা নকৰাকৈ জধেমধে সাৰ ব্যৱহাৰ কৰিলে উপকাৰৰ পৰিৱৰ্তে অপকাৰহে বেছি হয়। অসমৰ সমস্ত মাটিৰ গুণাগুণ পৰীক্ষা কৰি, ক'ত কেনে ধৰণৰ সাৰ ব্যৱহাৰ কৰিব লাগে এনে ধৰণৰ তথ্য সন্নি-বিষ্ট কৰি এখন 'কৃষি মেপ' তৈয়াৰ কৰাৰ পাচতহে ৰাসায়নিক সাৰৰ ব্যৱহাৰত উৎসাহ দিয়া উচিত। অন্য প্ৰদেশত ৰাসায়নিক সাৰ ব্যৱহাৰ কৰি সুফল পাইছে আৰু সেই হেতুকে আমাৰ ইয়াতো ব্যৱহাৰ কৰিব লাগে ইত্যাদি হৈছে অবিবেচকৰ নীতি। বিজ্ঞলোকে এনে নীতি অনুসৰণ নকৰে।

উন্নত ফচলক্ষম ধান যেনে মনোহৰ শালি, আই, আৰ—৮, ইত্যাদিৰ ব্যৱহাৰ আৰম্ভ হৈছে সঁচা; কিন্তু উপযুক্ত পৰিবেশৰ অভাৱত ইয়াৰ দ্ৰুত সম্প্ৰসাৰণ হোৱা নাই। ইয়াৰ উপৰিও 'পদ্মা', 'জয়া' ইত্যাদিৰ ব্যৱহাৰ পৰীক্ষামূলক ভাৱে কৰাৰ দৰকাৰ। একে টুকুৰা মাটিতে একাধিক বাৰ ফচল লগাব পাৰিলেহে উৎপন্নৰ পৰিমাণ বেছি হব। ইয়াৰ কাৰণে বছৰৰ সকলো সম-য়তে পানী যোগানৰ ব্যৱস্থা থকা উচিত। তাৰোপৰি কম দিনৰ ভিতৰতে উৎপন্ন হোৱা ধৰণৰ শস্য বা বীজৰ প্ৰয়োজন। এই ক্ষেত্ৰত অসমত একো ব্যৱস্থাই লোৱা নাই আকৌ আমাৰ চৰকাৰে অসমত ঘেঁহু উৎপাদন বৃদ্ধি হৈছে বুলি আটাহ পাৰি ফুৰিছে আৰু ইয়াৰ উৎপাদন ব্যাপক কৰাৰ অ'াচনি যুগুত কৰিছে। আমি ঘেঁহু কেন্দ্ৰ দুটামান পৰিদৰ্শন কৰি যি দেখিলো তাত বিশেষ গুৰুত্ব দিব লগীয়া একো দৃষ্টিগোচৰ নহল। প্ৰতি বিঘা

মাটিত ৪।৫ মোন ঘেঁহু উৎপন্ন হোৱা একো গুৰুত্বপূর্ণ ঘটনা নহয়। অসমত প্রতি বিঘা মাটিত (গড় হিচাপে) পাচ মোন ধান উৎপন্ন হয়। গতিকে মূল্যৰ ফালৰ পৰা ঘেঁহু ধানতকৈ একো লাভজনক নহয়। পানী যোগানৰ ব্যৱস্থা থাকিলে ঘেঁহুতকৈ ধানৰ খেতিহে বেছি লাভজনক।

অসম চৰকাৰে কৃষি উন্নয়নৰ সহায়ক হিচাপে এগ্রো-ইণ্ডাষ্ট্রীজ নিগম (কৃষি উদ্যোগ নিগম) স্থাপন কৰিলে। উদ্দেশ্য, এই নিগমে কৃষিৰ প্রয়োজনীয় সঁজুলি, ট্রেক্টৰ, পাম্প, সাৰ, ঔষধ আদিও কৃষকক যোগান ধৰি উন্নয়ন প্রচেষ্টাত উদ্‌গণি জগাব। কিন্তু উদ্যমহীন চিন্তা কৰিব নোৱাৰা বিষয়াৰ দ্বাৰা পৰিচালিত কোনো অনুষ্ঠানে সক্রিয় ভাৱে দেশৰ উন্নতিত অংশ গ্রহণ কৰিব নোৱাৰে। উদাহৰণ স্বৰূপে "কবুটা শক্তি চালিত নাঙল" আৰু ট্রেক্টৰৰ কথাকে কব পাৰি। এটা কবুটা নাঙলৰ দাম ১১,০০০ টকা আৰু এটা ট্রেক্টৰৰ দাম ২০,০০০ টকা। অসমত কেইজন খেতিয়কে ইমান দাম দি এনে নাঙল কিনিব পাৰিব। তাৰো-পৰি এনে নাঙল লাভজনক নহয়। ১১,০০০ টকাৰে কমেও ১০ হাল বলিষ্ঠ বলধ গৰু কিনিব পাৰি। এহাল গৰুৱে কম পক্ষেও ১২ বিঘা মাটি চহাই খেতি কৰিব পাৰে। গতিকে ১০ হাল গৰুৰে ১২০ বিঘা মাটিত খেতি কৰাৰ উপৰিও ধান চপোৱা, গাড়ী টনা, ধান মৰা আদিত সহায় হয়। এটা 'কবুটা' নাঙলেৰে ১২০ বিঘা মাটি চহাব নোৱাৰি। আকৌ কৃষি উদ্যোগ নিগমে কেইবা লাখ টকাৰ পাম্প আদি কিনিছে—যিবোৰ কিনাৰ পাচতে 'অচল' বুলি প্রমাণিত হৈছে। এই নিগমে ৰাসায়নিক সাৰ উৎপন্নকাৰীৰ পৰা নিকিনি বজাৰৰ বেপাৰীৰ পৰা কিনাৰ কাৰণে সাৰৰ দাম অন্য ঠাইতকৈ বেছি। এই কেইটা উদাহৰণে প্রমাণ কৰে যে কৃষি উদ্যোগ নিগম কৃষিৰ কিমান সহায়ক।

আমি আগতেই উল্লেখ কৰি আহিছো যে অসমৰ কৃষি উন্নয়নৰ

প্ৰধান অন্তৰায় হৈছে বানপানী বছৰি হোৱাৰ কাৰণে শস্যৰ হানি সম্পত্তি নষ্ট, বিপদগ্ৰস্তক সহায় আদি দিয়াত চৰকাৰী অৰ্থৰ ব্যয় —এইবোৰৰ উপৰিও বানপানীয়ে কৃষকক কৃষি উন্নয়ন প্ৰচেষ্টাত নিৰুৎসাহ কৰিছিল। বছৰি বছৰি শস্য হানি হৈ থাকিলে কোনে উন্নয়নৰ কাৰণে অৰ্থ আৰু শ্ৰম ব্যয় কৰিব। ১৯৬৮-৬৯ চনলৈকে চৰকাৰে ২৬·৩৭ কোটি টকা ব্যয় কৰি ৩৪৯৭ কিলো-মিটাৰ বান্ধ আৰু ৭৯০ কিলোমিটাৰ বোৱতী নলা নিৰ্মাণ কৰে। কিন্তু এইবোৰ হ্ৰস্বম্যাদী ব্যৱস্থা আৰু ইয়াৰ ফল একেবাৰে ভাল নহয়। এইবোৰ বানপানী প্ৰতিৰোধক নোহোৱাৰ উপৰিও জলাশয়, বিল, পিতনি আদিবহে সৃষ্টি কৰিছে। গতিকে সৰু সৰু উপনদী আৰু ব্ৰহ্মপুত্ৰৰ ওপৰ ভাগত জলাধাৰ নিৰ্মাণ কৰি বা তেনে দীৰ্ঘম্যাদী ব্যৱস্থা লৈ বানপানী প্ৰতিৰোধ ব্যৱস্থা সুদৃঢ় কৰিলেহে অসমত কৃষি উন্নয়ন সফল হব। ইয়াৰ উপৰিও জল সিঞ্চনৰ ব্যৱস্থা লোৱা উচিত।

কৃষি উন্নয়নৰ আৰু এটা দিশ হৈছে কৃষকক উদ্যম যোগান-কাৰী মূল্য পোৱাৰ ব্যৱস্থা কৰা। ধান সংগ্ৰহৰ নানান পৰীক্ষা নিৰীক্ষা চলোৱাৰ পিচত যোৱা দুবছৰ অসম চৰকাৰে এপেক্স মাৰ্কেটিং চোচাইটি আৰু যুক্ত কৰ্পোৰেচনক অসমৰ একচেতীয়া ধান সংগ্ৰহৰ অধিকাৰ' দিছে। কিন্তু দুই এটা অনুষ্ঠানে বাইজৰ স্বাৰ্থৰ অনুকূলে কাম কৰিব পৰা নাই। মনত ৰাখিব লাগিব যে কৃষকৰ ধান মজুত ৰাখিব পৰা অৱস্থা আৰু সুবিধা নাই। গতিকে ধান চপোৱাৰ লগে লগেই তেওঁলোকে ধান বিক্ৰি কৰিবলৈ বাধ্য হয়। কিন্তু উক্ত অনুষ্ঠান দুয়োটাই জমা ৰখা গুদামৰ অভাৱ আদিৰ অজুহাত দেখুৱাই সেই সময়ত ধান সংগ্ৰহ কৰাৰ পৰা বিৰত আছিল। এই সুযোগতে দালাল আৰু ধান কলৰ মালিকসকলে কম দামত ধান সংগ্ৰহ কৰি মজুত কৰি ললে। সেই সময়ত এনে হৈছিল যে ধানৰ দাম প্ৰতি মোনে ১৫ টকা পৰ্য্যন্ত নামি

আহিছিল। কৃষকে যাতে উচিত মূল্য পায় তাৰ ব্যৱস্থা নকৰিলে কৃষকৰ কৃষি উন্নয়নৰ উদ্যম নোহোৱা হৈ যাব।

কৃষি উন্নয়ন প্ৰচেষ্টাত ভূমি সংস্কৰণ নীতিয়ে সক্ৰিয় ভাৱে সহযোগ আগ বঢ়ায়। ভূমি পট্টনত বাস্তৱমুখী নীতি গ্ৰহণ কৰি, প্ৰকৃত কৃষকৰ ভূমি পট্টন ব্যৱস্থা কৰিলে কৃষি উন্নয়নত কৃষকে উদ্যম পায়। লোকৰ মাটিত উন্নতিমূলক ব্যৱস্থা কৰি লবলৈ কোনো কৃষকে ইচ্ছা নকৰে। অনুপস্থিত ভূমিগিৰী প্ৰথা বিলোপ কৰি, পতিত মাটি প্ৰকৃত কৃষকক বিতৰণ কৰি আৰু লগে লগে পানী যোগান, ভাল বীজ, সাৰ আৰু সুলভ মূল্যৰ ঋণ আদিৰ ব্যৱস্থা কৰিব পাৰিলে যন্ত্ৰচালিত নাঙল ব্যৱহাৰ নকৰাকৈও অসমৰ কৃষকে আশাতীত উন্নতি সাধন কৰিব পাৰে। ৰাইজ সম্পূৰ্ণ সক্ৰিয় আৰু নতুন কৃষি প্ৰণালী গ্ৰহণ কৰিবলৈ ব্যগ্ৰ। অভাৱ হৈছে চৰকাৰৰ বাস্তৱত ৰূপায়িত কৰিব পৰা নীতি আৰু সহযোগিতা। কৃষি বিপ্লৱ অসমতো হব যদিহে ৰাইজৰ লগতে চৰকাৰে প্ৰকৃতভাৱে সহযোগ কৰে।

---

# অসমৰ কৃষি আৰু কৃষকৰ সমস্যা

অসম কৃষি-প্ৰধান ৰাজ্য আৰু ইয়াৰ অৰ্থনৈতিক অৱস্থাৰ ভেটি এতিয়ালৈকে মুলতঃ কৃষি। ১৯৬১ চনৰ গণপিয়লৰ প্ৰতিবেদন মতে অসমৰ মুঠ ১,১৮,৭২,৭৭২ জন লোকৰ ভিতৰত শতকৰা ৪৩·২৭ ভাগ উপাৰ্জনৰত আৰু শতকৰা ২৯·৫৭ ভাগ কৃষিত, ৪·৩৩ ভাগ আন, পশুপালন আদিত, ২·৯৬ ভাগ ঘৰুৱা উদ্যোগ, ০·৮৭ ভাগ শিল্প কৰ্ম, ০·৩৪ ভাগ নিৰ্মাণ কাৰ্য্য, ১·৪৬ ভাগ বেহা-বেপাৰ, ০·৬৪ ভাগ পৰিবহন, সংগ্ৰহ আৰু সঞ্চয় আৰু ৩·৫৭ ভাগ চাকৰি আদিত নিযুক্তি পাইছিল। ইয়াৰপৰাই ফট্‌ফটীয়াকৈ ওলাই পৰিছে যে অসমত নিয়োগৰ সুবিধা কিমান সীমাবদ্ধ আৰু জীৱন নিৰ্বাহৰ অন্য উপায় নোহোৱাৰ কাৰণে সৰহ সংখ্যক মানুহে পৰোক্ষ বা প্ৰত্যক্ষভাৱে কৃষিৰ ওপৰতেই নিৰ্ভৰ কৰিবলগা হৈছে। অকল নিয়োগৰ ফালৰপৰাই নহয়, অসমৰ জাতীয় আয় গঠনৰ ফালৰ-পৰাও অসমৰ অৰ্থনৈতিক পৰিস্থিতিত কৃষি প্ৰাধান্যতা পৰিস্ফুট হয়। ১৯৬৬-৬৭ চনত অসমত জাতীয় আয় (চলিত মূল্যমান অনুসৰি) ৬৯৮·৭ কোটি টকা। ইয়াৰে ৩২১ কোটি অকল কৃষিৰপৰাই উদ্ভৱ হৈছে। ইয়াৰ লগত আমি যদি চাহ খেতি, পশুপালন ব্যৱসায়, মীনক্ষেত্ৰ আৰু বনবিভাগৰপৰা উদ্ভৱ হোৱা আয় যোগ দিওঁ তেন্তে কৃষি আৰু ইয়াৰ আনুষঙ্গিক ব্যৱসায়ৰপৰা উৎপন্ন হোৱা আয়ৰ পৰিমাণ ৪০৮·৩ কোটি টকা হয়। এই জাতীয় আয়ৰ

শতকৰা অংশ উলিয়ালে আমি দেখা পাম যে অকল কৃষিৰ অনুদান হয় ৪৬·০ ভাগ আৰু কৃষি আৰু ইয়াৰ আনুষঙ্গিক বিভাগৰ অনুদান হয় ৫৮·৫ ভাগ। ইয়েই অতি স্পষ্ট কৰি প্ৰচাৰ কৰে যে অসমত অৰ্থনৈতিক পৰিস্থিতিত কৃষিৰ প্ৰাধান্য কিমান বেছি। গতিকে কৃষি আৰু কৃষকৰ উন্নতিৰ ওপৰতেই বহুত পৰিমাণে অসমত অৰ্থনৈতিক উন্নতি নিৰ্ভৰ কৰে।

অলপতে উত্তৰ-পূৱ ভাৰতৰ কৃষি-অৰ্থনৈতিক গৱেষণাৰ দ্বাৰা প্ৰকাশিত এটা বিবৃতিত কোৱা হৈছে যে অসমত শতকৰা ৬৯ ভাগ খেতিয়কৰ খেতিৰ মাটিৰ পৰিমাণ এনেকুৱা যে তেওঁলোকে খেতিৰপৰা একো অৰ্থনৈতিকভাৱে লাভবান নহয়। আকৌ এক-ষষ্ঠাংশ খেতিয়ক পৰিয়াল ভূমিহীন। এই কথাকেইটাই অসমত কৃষি সমস্যাৰ গুৰুত্ব উনুকিয়াই দিয়ে। এফালে কৃষিৰ উৎপাদন বৃদ্ধি কৰি কৃষি বৃত্তিক লাভজনক কৰি তুলিব নোৱাৰিলে কৃষকৰ অৰ্থনৈতিক উন্নতিৰ স্থল নাই আৰু অন্যহাতে ভূমিহীন কৃষক পৰিয়ালবিলাক কৃষিৰ উপযোগী আৰু লাভবান হোৱা আয়তনৰ মাটি যোগান ধৰিব নোৱাৰিলে ভূমিহীন কৃষকৰ সমস্যাও সমাধান নহয়। এই দুয়োটা সমস্যা জটিল আৰু ইয়াৰ সমাধান নিৰ্ভৰ কৰিছে চৰকাৰৰ ভৱিষ্যত ভূমি পট্টন নীতিৰ ওপৰত।

অবিশ্ৰান্ত কৃষিকাৰ্য্য আৰু বিস্তীৰ্ণ কৃষিকাৰ্য্য এই দুয়ো উপায়েৰে কৃষিক্ষেত্ৰৰ উৎপাদনী শক্তি বৃদ্ধি কৰিব পাৰি। কিন্তু প্ৰথম পদ্ধতিটো সফল কৰি তোলাৰ কিছু অসুবিধা আছে। অবিশ্ৰান্ত কৃষিকাৰ্য্যৰ কাৰণে কৃষি খেতৰ আয়তন যথোপযুক্ত (যাতে উন্নত কৃষি সঁজুলি ব্যৱহাৰ কৰাত অসুবিধা নহয়) হোৱাৰ উপৰিও, জলসিঞ্চন আৰু প্ৰয়োজনীয় সাৰ, ৰাসায়নিক আৰু জৈৱিক দুয়ো বিধৰ ব্যৱহাৰৰো প্ৰয়োজন। কিন্তু আমাৰ দেশত সম্পত্তিৰ ওপৰত উত্তৰাধিকাৰী স্বত্ব চলি থকাৰ কাৰণে মাটি সম্পত্তিত বিভক্ত হৈ হৈ ক্ষুদ্ৰ ক্ষুদ্ৰ অংশত পৰিণত হৈছে। অ'ত ত'ত সিচৰিত হৈ থকা

ক্ষুদ্ৰ আয়তনৰ খেতি পথাৰবোৰ একত্ৰিত কৰি অৰ্থনৈতিক লাভ-ৱান আয়তনৰ কৰি তুলিব নোৱাৰিলে কৃষি পথাৰৰ উৎপাদনৰ উন্নতি আশা কৰা ভুল হ'ব। কিন্তু ভূমিস্বত্ব নীতি সংশোধন কৰি কামত লগোৱা কঠিন যিহেতু মানুহে ভূমিস্বত্ব সহজে এৰি দিব নোখোজে। গতিকে খেতিৰ মাটি একত্ৰিত কৰাৰ একমাত্ৰ উপায় হৈছে ভূমি একত্ৰিত সমবায় গঠন কৰা। এনেকুৱা সমবায়ৰপৰা পঞ্জাবৰ নিচিনা প্ৰদেশত যথেষ্ট সুফল পোৱা গৈছে। সমবায় ভেটিত সমজুৱা কৃষি পাম প্ৰতিষ্ঠা কৰিও ভূমি বিখণ্ডিত সমস্যাটো সমাধান কৰিব পাৰি। কিন্তু ইয়াৰ কাৰণে প্ৰথমতে কৃষকৰ স্বকীয় আৰু স্বতঃস্ফূৰ্ত একাগ্ৰতা আৰু চৰকাৰৰ অকুণ্ঠ সহায় লাগিব। বৰ্তমান অৱস্থাত এই দুয়োটাৰে অভাৱ। তাৰ উপৰি জলসিঞ্চনৰ সুব্যৱস্থা, সস্তা, সুসময়ত আৰু সহজে পাব পৰা সাৰৰ যোগান ইত্যাদি এতিয়াও আশানুৰূপভাৱে হৈ উঠা নাই। গতিকে অবিশ্ৰান্ত কৃষিকাৰ্য্য ফলৱতী কৰা আমাৰ দেশত সিমান সহজ নহয়।

বিস্তীৰ্ণ কৃষিকাৰ্য্যৰ কাৰণে যথেষ্ট কৃষি-উপযোগী মাটিৰ প্ৰয়োজন। ভূমিহীন কৃষকক দিবলৈকে আমাৰ যথেষ্ট মাটি নাই। এনে অৱস্থাত বিস্তীৰ্ণ কৃষিৰ উপযোগী খেতিৰ ব্যৱস্থা কৰা বৰ্তমান অৱস্থাত অসমত অসম্ভৱ। জনাযায় যে এতিয়া চৰকাৰৰ হাতত প্ৰায় ১০ লাখবো অধিক মাটি বিচাৰি কৰা আবেদন আছে। অন্যহাতে আবাদি মাটি আছে মাত্ৰ দুই লাখ বিঘা। এইটোও সম্ভৱ যে বহুতো আবেদন পত্ৰ বেনামী বা মঞ্জুৰৰ যোগ্য নহ'ব পাৰে নানান কাৰণবশতঃ। তথাপিও অন্ততঃ এক লাখ আবেদনকাৰী প্ৰকৃত ভূমিহীন হ'ব। গতিকে এই এক লাখক দিবলৈকে এতিয়া মাটি নাই। ১৯৫২ চনতে অসমত কৃষি মাটি আয়তন নিৰ্দ্ধাৰিত আইন প্ৰৱৰ্ত্তন হৈছিল; কিন্তু পৰিতাপৰ বিষয় যে এই আইন যথাযথভাৱে কামত নলগোৱাৰ কাৰণে একো সুফল পোৱা নগ'ল।

এতিয়া চৰকাৰে এই আইন সংশোধিত কৰি ব্যক্তিগতভাৱে ৰাখিব পৰা মাটিৰ পৰিমাণ ১৫০ বিঘাৰপৰা ১০০ বিঘা কৰিব খুজিছে। আমাৰ বোধেৰে বৰ্তমান অসমৰ অৰ্থনৈতিক পৰিস্থিতিত আৰু ভূমিহীন মানুহৰ সংখ্যা আৰু সিবিলাকৰ বিকল্প নিয়োগত সুবিধা নথকা হেতুকে, এই ১০০ বিঘাৰ সীমাও অতি উচ্চ হৈছে। ব্যক্তিগত কৃষকৰ পৰিৱৰ্তে, ব্যক্তিগত কৃষক পৰিয়ালৰ নামত ৰাখিব পৰা মাটিৰ পৰিমাণ ধাৰ্য্য হোৱা উচিত আৰু এনে মাটিৰ পৰিমাণ ৫০ বিঘাত স্থিৰ কৰা উচিত। ৫০ বিঘা মাটিত আধুনিক প্ৰণালীৰে খেতি কৰি আৰু দুই-তিনিবাৰ ফচল লগালে এটা পৰিয়ালৰ সেয়ে যথেষ্ট হ'ব আৰু এনে কৃষি সকলো ফালৰপৰা লাভৱান হ'ব।

অসমৰ কৃষি-উপযোগী মাটিৰ ওপৰত হেঁচা পৰাৰ কাৰণ বহুতো। আভ্যন্তৰীণ জনসংখ্যা বৃদ্ধিৰ উপৰিও আমাৰ ইয়ালৈ প্ৰায় নিতৌ কাকতি ফৰিঙৰ দৰে ভূমি-আকলুৱা মানুহ আহিয়ে আছে। পূব পাকিস্তানৰপৰা শৰণাৰ্থী, বে-আইনীভাৱে প্ৰৱেশ কৰা মুছলমান আৰু নেপালৰপৰা অহা হাজাৰ হাজাৰ লোক —এই সকলবোৰৰেই শেনচকুৱা দৃষ্টি অকল কৃষি-উপযোগী মাটিৰ ওপৰত। পূব পাকিস্তানৰপৰা শৰণীয়া আৰু বে-আইনীভাৱে প্ৰৱেশ কৰা মুছলমান—এই দুয়োবিধকে অতি সোনকালে ইয়াৰ পৰা আঁতৰ কৰা প্ৰয়োজন। নহ'লে এইবোৰেই পিচত গোঁজৰ-পৰা গজালি হৈ আমাৰ অস্তিত্ব মষিমূৰ কৰিব। নেপালৰপৰা অহা মানুহবিলাকৰ বিষয়ে আমাৰ চৰকাৰে এতিয়াও একো ব্যৱস্থা লোৱা নাই। নেপাল ভাৰতৰ বন্ধু দেশ হ'লেও এই মানুহবোৰে এটা জটিল সমস্যাৰ সৃষ্টি কৰিছে—বিশেষকৈ অসমত। অসমৰ উত্তৰ অঞ্চলত কামৰূপ জিলাৰপৰা আৰম্ভ কৰি পূব পিনে নেফাৰ সীমালৈকে, এসময়ত অতি মূল্যবান গছ-গছনিৰে ভৰি থকা বনাঞ্চল এই নেপালী লোকসকলে ধ্বংস কৰি এতিয়া

ভাত পাম কৰিছে। কৃষিজাত বস্তু উৎপাদনৰ ফালৰপৰা হয়তো এনে কাৰ্য্যত আপত্তি কৰিবলৈ স্থল নাই। কিন্তু দেশৰ জাতীয় স্বাৰ্থৰ ফালৰপৰা আৰু থলুৱা ভূমিহীন কৃষক সমস্যাৰ ফালৰপৰা এই ভাৱে মাটি দখল কৰা অতি হানিকৰ। তদুপৰি এই নেপালী লোকসকলে নিয়োগৰ ক্ষেত্ৰতো এনে এটা পৰিস্থিতিৰ সৃষ্টি কৰিছে যে থলুৱা মানুহে নিয়োগৰ সুবিধা হেৰুৱাব লগাত পৰিছে। অনতিপলমে অসম চৰকাৰে এই লোকসকল সম্পৰ্কে সুস্পষ্ট নীতি ঘোষণা কৰা উচিত আৰু এই মানুহবিলাকৰ অবিৰত অনুপ্ৰৱেশৰ তত্ত্বাৱধান লোৱা উচিত।

আমি বিনানুমতিত চৰকাৰী আবাদি মাটি বা সংৰক্ষিত বনাঞ্চল দখল কৰা নীতি সমৰ্থন কৰিব নোৱাৰো। চৰকাৰৰ ভূমি পট্টন নীতিৰ লেহেম গতিও সমৰ্থন কৰিব নোৱাৰো। আধিয়াৰ আইনৰ বিপুল সমাধিকতা, অনুপস্থিত ভূমিস্বত্ব ৰদ কৰা, প্ৰকৃত কৃষকক মাটি দিয়া, মধ্যস্থতা স্বাৰ্থ লোপ কৰা আৰু অনতিপলমে ভূমি চিলিং আইন সংশোধন কৰা ইত্যাদি ব্যৱস্থা-বোৰ খৰতকীয়াকৈ কাৰ্য্যত পৰিণত কৰিলে ভূমিহীন কৃষকৰ সমস্যা কিছু পৰিমাণে সমাধান হ'ব।

আগতে কৈ অহা হৈছে যে কৃষিৰ উৎপাদনি শক্তি বৃদ্ধি কৰিব পাৰিলেহে কৃষকৰ অৰ্থনৈতিক উন্নতি সাধিত হ'ব। ইয়াকে হ'বলৈ হ'লে কৃষকক আধুনিক কৃষি প্ৰণালীৰ সকলো সা-সুবিধাৰ যোগান ধৰা প্ৰয়োজন। অসমত প্ৰতি বছৰেই প্ৰলয়ঙ্কৰী বানপানীৰ কবলত পৰি অশেষ ক্ষতি আৰু নিৰ্য্যাতন ভুগিব লগা হৈ আহিছে। বানপানী নিয়ন্ত্ৰণৰ কোনো সুকল্পিত আঁচনি নোহোৱাৰ কাৰণেই অসমৰ বাইজে বানপানীক জহ্‌জাবৰ দৰেই গ্ৰহণ কৰিবলগীয়া হৈছে। কেন্দ্ৰীয় চৰকাৰে ঘোষণা কৰা অসম (ব্ৰহ্মপুত্ৰ) বানপানী নিয়ন্ত্ৰণ নিগম নিয়োগ আৰু আঁচনি প্ৰস্তুত কৰি কাৰ্য্যকৰি কৰিবলৈ বহুতো বছৰ লাগিব। এইবোৰ

আঁচনি হোৱালৈ বৈ নাথাকি অন্তৰকালীন ব্যৱস্থা লোৱা প্ৰয়োজন। গ্ৰীষ্মকালীন কৃষিৰ পৰিৱৰ্ত্তে ৰাইজে যাতে জাবকালি বা খৰাং বতৰত খেতি কৰিব পাৰে তাৰ কাৰণে পানী যোগানৰ ব্যৱস্থা কৰা উচিত। অসমৰ কাৰণে বৃহৎ বা মজলীয়া ধৰণৰ জল-সিঞ্চনৰ কোনো আঁচনিয়েই প্ৰস্তুত নহ'ল। আনহাতে সৰু সৰু জান-জুৰিবিলাকো খৰালি বতৰত শুকাই যায়। গতিকে বিজুলী শক্তি চালিত দমকল যোগান ধৰি চৰকাৰে কৃষকক খৰাং বতৰত কৰিব পৰা খেতি কৰিবলৈ উৎসাহ যোগোৱা উচিত। ইয়াৰ উপৰিও কৃষিত যাতে যথেষ্ট পৰিমাণে ৰাসায়নিক আৰু জৈৱিক সাৰ ব্যৱহাৰ হয় তাৰ ব্যৱস্থা কৰাও প্ৰয়োজন। অসমৰ বহুত সংখ্যক কৃষকে ৰাসায়নিক সাৰ ব্যৱহাৰ কৰিবলৈ ইচ্ছা নকৰে। তেওঁলোকৰ মতে ৰাসায়নিক সাৰ ব্যৱহাৰ কৰিলে মাটিৰ আৰ্দ্ৰতা কমি যায় আৰু ফলত মাটি অতি কঠিন হৈ চহ কৰোঁতে অসুবিধাৰ সৃষ্টি কৰে। অশিক্ষিত কৃষকে মাটিৰ গুণাগুণ পৰীক্ষা কৰি মাটিৰ গুণ অনুসৰি ৰাসায়নিক সাৰ ব্যৱহাৰ কৰাৰ অৰ্হতা নাই। এই বিষয়ত চৰকাৰৰ দায়িত্বৰ বাহিৰেও অসম কৃষি বিশ্ববিদ্যালয়ৰ দায়িত্ব আছে। কৃষি বিশ্ববিদ্যালয়ে গুণাগুণ পৰীক্ষা কৰা আৰু কেনে ধৰণৰ মাটিত কি কি সাৰ প্ৰয়োগ কৰিব লাগে তাক নিয়াৰিকৈ বিশ্লেষণ কৰি ৰাইজক সহায় কৰিব লাগে।

কৃষি উন্নয়নৰ পৰিপ্ৰেক্ষিতত কৃষকক সুবিধা আৰু সুলভ হাৰত ঋণ দিয়াৰ বিষয়টো আহি পৰে। এতিয়ালৈকে কৃষকে হয় কৃষি-ঋণ সমবায় ছ'চাইটিৰপৰা বা চৰকাৰৰ ঘৰৰপৰা এনে সুবিধা পাই আহিছে। কিন্তু সমবায় ছ'চাইটিবিলাকৰ আৰ্থিক অৱস্থা সিমান সবল নোহোৱাত প্ৰয়োজনীয় ঋণৰ সুবিধা কৃষকে এনে ছ'চাইটিৰপৰা পোৱা নাই। চৰকাৰৰ আৰ্থিক অৱস্থাও বৰ দুখ লগা হোৱাত আৰু লগতে চৰকাৰী অফিচৰ কামৰ গতি অতি লেহেম হোৱাত উপযুক্ত সময়ত ৰাইজে ঋণৰ সুবিধা নাপায়।

ভদুপৰি ভূমি উন্নয়নৰ কাৰণে দীৰ্ঘম্যাদী ঋণৰ দৰকাৰ। কিন্তু এই সম্থাবিলাকে এনে দীৰ্ঘকালীন ঋণ দিব নোৱাৰে। কিছুদিনৰ আগতে কেন্দ্ৰীয় চৰকাৰে ১৪টা বৃহৎ বেঙ্ক ৰাষ্ট্ৰীয়কৰণ কৰিছে। এই বেঙ্কবিলাকৰ ঋণ-নীতি পৰিৱৰ্তন কৰা হৈছে আৰু যাতে সৰু কৃষক, উদ্যোগপতি আদিয়ে যাতে ঋণৰ সুবিধা পায়, তাৰ ব্যৱস্থা কৰা হৈছে। অসমত কৃষকেও যাতে এই অনুষ্ঠানবিলাকৰ পৰা যথেষ্ট পৰিমাণে সহায়-সুবিধা পাব পাৰে তাৰ কাৰণে ব্যৱস্থা লোৱা উচিত। কৃষিবিভাগৰ বিষয়াসকলে পঞ্চায়তসমূহৰ জৰিয়তে ৰাইজক এই বিষয়ে সজাগ কৰি তোলা প্ৰয়োজন।

কৃষি আৰু কৃষকৰ অৰ্থনৈতিক উন্নয়ন সম্পৰ্কত আৰু এটা বিষয়ৰ প্ৰতি লক্ষ্য ৰখা উচিত হ'ব। ই হৈছে কৃষিজাত সামগ্ৰী মূল্য। চৰকাৰে যোৱা বছৰতেই ধান সংগ্ৰহৰ নীতি স্থিৰ কৰি ধানৰ ক্ৰয়-বিক্ৰয় মূল্য নিৰ্দ্ধাৰিত কৰি দিছিল। এই মতে ধানৰ ক্ৰয় মূল্য হ'ল শালিধানৰ প্ৰতি কুইণ্টলত ৫৬'২৫ পইচা আৰু আহুধানৰ ৪৫'৫৬ পইচা। ধান সংগ্ৰহৰ ভাৰ দিয়া হৈছিল 'ফুড কৰপৰেচন' আৰু 'অসম এপেক্স মাৰ্কেটিং ছ'চাইটি'ক। এই বছৰতো এই সংগ্ৰহ নীতি বা মূল্য পৰিবৰ্তন হোৱা নাই। যোৱা দুবছৰত অসমত ধানৰ উৎপন্ন বেছি হোৱা আৰু আভ্যন্তৰীণ চাহিদাতকৈ যোগান বেছি হোৱা যেন অনুমান হৈছে। কিন্তু উপৰোক্ত দুয়োটা অনুষ্ঠানেই সকলোখিনি ৰাহি হোৱা ধান কিনিবলৈ সক্ষম হোৱা নাই। হয় মূলধনৰ অভাৱ নহয় থবলৈ গুদামৰ অভাৱবশতঃ উপৰোক্ত অনুষ্ঠান দুয়োটাই সকলোখিনি ধান কিনিব পৰা নাই। গতিকে কৃষকে উপায়হীন হৈ মুকলি বজাৰত যি দামকে পাই তাতে ধান বিক্ৰী কৰিবলৈ বাধ্য হৈছে। এই বছৰৰ ধান সংগ্ৰহৰ সময় আৰম্ভ হ'ল নবেম্বৰ মাহৰ ১৬ তাৰিখৰপৰা। কিন্তু চৰকাৰে নিয়োগ কৰা দুয়োটা সম্থাই ধান সংগ্ৰহৰ একো ব্যৱস্থা এতিয়ালৈকে হাতত লোৱা নাই। ফলত মুকলি বজাৰৰ ধানৰ দাম কমি

আহি মোনে প্ৰায় পোন্ধৰ টকা হৈছেহি। ৰাইজে যাতে উৎপাদিত সামগ্ৰীৰ যথাযথ মূল্য পায় তাৰ ব্যৱস্থা কৰা চৰকাৰৰ কৰ্তব্য। নহ'লে সেউজী বিপ্লৱৰ যি সূচনা হৈছে সি উপযুক্ত পৰিবেশৰ অভাৱত লেৰেলি যাব। এই কথা অকল ধানতেই প্ৰযোজ্য নহয়। অন্য কৃষিজাত সামগ্ৰীৰপৰাও যাতে কৃষকে উচিত মূল্য পাব পাৰে তাৰ সকলো ব্যৱস্থা লোৱা উচিত। যাতায়াত আৰু পৰিবহনৰ উন্নতি, জমা ৰখা গুদামৰ বিস্তৃতিকৰণ, শীতল গুদামৰ ব্যৱস্থা আৰু কৃষিজাত সামগ্ৰীৰ মূল্য হ্ৰাস-বৃদ্ধি যাতে সঘনাই নহয় তাৰ প্ৰতি লক্ষ্য ৰখা ইত্যাদি কিছুমান অত্যাৱশ্যকীয় ব্যৱস্থা ল'লে কৃষি আৰু কৃষকৰ সমস্যাৰ বহুতো সমাধান হ'ব।

---

# অসমৰ কৃষি উন্নয়নৰ কাৰণে কি কি প্ৰয়োজন

কৃষিয়েই অসমৰ প্ৰধান সম্বল। ১৯৭১ চনৰ জন-পিয়লৰ হিচাব মতে শতকৰা ৯১.৬১ ভাগ মানুহ গাঁৱত বাস কৰে আৰু কৰ্মৰত (Economically active) সৰ্বমুঠ ৪২৮১১০৯ জনৰ ভিতৰত ২৪১৪৮৪০ জনেই কৃষক আৰু ৪০০২৩৯ জন কৃষি-বনুৱা। সৰ্বমুঠ কৰ্মৰত মানুহৰ প্ৰায় ৫৬.৪ শতাংশ কৃষক আৰু ৯.৪ শতাংশ কৃষিবনুৱা। গতিকেই এই বৃহৎ সংখ্যক মানুহৰ ভাগ্য আৰু ভৱিষ্যত সম্পূৰ্ণভাৱে কৃষিৰ ওপৰতে নিৰ্ভৰশীল। অসমত প্ৰথম, দ্বিতীয় আৰু তৃতীয় পাঁচ বছৰীয়া পৰিকল্পনাত ক্ৰমে ৩৬২.৭৭ লাখ, ৭৬৩৯৭ লাখ, ১২২০ লাখ ব্যয় কৰা হয়। ইয়াৰ পিচত তিনিখন বছেৰেকীয়া যোজনাৰ সময়ত মুঠ ৬০১.৫৯ লাখ ব্যয় কৰা হয়। কিন্তু ইমানবোৰ অৰ্থ ব্যয় সত্বেও অসমত কৃষি-উন্নতি আশানুৰূপভাবে বা লক্ষ্য স্থিৰ কৰাৰ দৰে ন'হল। এই সময়ছোৱাৰ ভিতৰত অসমত কৃষিজাত দ্ৰব্যৰ উৎপাদন মাত্ৰ শতকৰা ৪° ভাগহে বৃদ্ধি হ'ল। অন্যহাতে এই সময়ত ভাৰতত কৃষিজাত দ্ৰব্যৰ উৎপন্নৰ বৃদ্ধিৰ হাৰ হৈছে শতকৰা ৬৬ ভাগ। আকৌ ধান উৎপন্ন যদিও যোৱা কেইবছৰমান চাহিদাতকৈ সামান্য বেচি হৈছে (এনে ৰাহিৰ পৰিমাণ উল্লেখ-যোগ্যৰূপে বেচি নহয়) অন্য কৃষিজাত উৎপন্নত অসম একেবাৰে পিচ পৰি আছে। প্ৰতি বছৰে অসমলৈ মাহ, ঘেহুঁ, ইত্যাদি প্ৰায় ২৫ লাখ টন আনিব লগা হয়; কুঁহিয়াৰ, তেলগুটি আদিৰ

উৎপন্নও প্ৰয়োজন সম নহয়। নিত্য প্ৰয়োজনীয় খাদ্য দ্ৰব্যৰ নাটনিয়েই অসমৰ মানুহৰ কান্ধৰ ওপৰত এটা গধুৰ বোজা হৈছে, কিয়নো পৰিবহন আৰু যোগান ব্যৱস্থাৰ সু-ব্যৱস্থা নোহোৱাৰ কাৰণে অসমৰ বাইজে সদায়েই অতি উচ্চ মূল্যৰ বোজা বহন কৰিব লগা হৈছে। গতিকে ভৱিষ্যতৰ অৰ্থনৈতিৰ আঁচনি, বিশেষকৈ কৃষি উন্নয়ন আঁচনি যুগুত কৰোঁতে ধান-চাউলৰ উৎপন্ন বৃদ্ধি কৰাৰ উপৰিও মাহ, দাইল, আলু, পিঁয়াজ, ঘেহুঁ, চেনি, তেলগুটি আৰু নগদ টকা পোৱা শস্য মৰাপাট, জালুকগুটি আদিৰ খেতি সম্প্ৰসাৰণ আৰু উন্নয়নত গুৰুত্ব দিয়া উচিত।

## বানপানীৰ মাজতো জীয়াই থাকিব লাগিব

অসম অতি-বৃষ্টি অঞ্চল। কিন্তু বৰষুণ সকলো অঞ্চলতে সমানে নহয়। কোনো কোনো অঞ্চলত অতিপাত বৃষ্টি হয়, আকৌ অন্য কোনো অঞ্চলত বৰষুণ নহৈ খৰাং বতৰ হোৱা অসমৰ বতৰৰ সাধাৰণ স্বভাৱ। কিন্তু অসমত বাৰিষা হয় মাত্ৰ চাৰি মাহ। জুন মাহৰপৰা চেপ্তেম্বৰ মাহলৈকে সাধাৰণতে বৰষুণ হয়। বাকী আঠ মাহেই অসমত খৰালি। আকৌ অসমত নদ-নদী, জানজুৰি আদিৰ সংখ্যা বেচি। সৰহবোৰ নদ-নদী অসমৰ সীমাস্থিত পাহাৰ-পৰ্বতবোৰৰপৰা ওলাইছে। বাৰিষা বৰষুণ হোৱাৰ লগে লগেই এই নদ-নদীবোৰ ফেনেফোটোকাৰে ওফন্দি আহে আৰু নদী-কাষৰীয়া অঞ্চলত বানপানীৰ সৃষ্টি কৰে। ইয়াৰ বাহিৰেও অসমৰ সোঁ-মাজেদি বৈ যোৱা ব্ৰহ্মপুত্ৰ নৈখনে প্ৰতি বছৰে একাধিকবাৰ বানপানীৰ সৃষ্টি কৰি দেশখনক, বিশেষকৈ ইয়াৰ দাঁতি-কাষৰীয়া জিলাকেইখনৰ শস্য-সম্পত্তি ক্ষতি কৰা অসমত চিৰাচৰিত ঘটনা হৈ পৰিছে। এতিয়ালৈকে বানপানী প্ৰতিৰোধৰ নামত নানান ধৰণৰ মথাউৰি বন্ধা, খাল খন্দা আদি কাম কৰা হ'ল। কিন্তু

বিজ্ঞান-সম্মতভাৱে আঁচনি যুগুত নকৰা আৰু কাৰ্য্যকৰী কৰোঁতেও নানান ধৰণৰ ভুৱা প্ৰৱঞ্চনাৰ আশ্ৰয় লোৱা কাৰণে এই আঁচনি-বোৰৰপৰা ৰাইজে একো সুফল পোৱা নাই। তদুপৰি বানপানীৰ মূল উৎস ব্ৰহ্মপুত্ৰ নৈ খনৰ গতি শৃংখল কৰা কোনো আঁচনি আজিলৈকে যুগুত নহ'ল। গতিকে অতি অদূৰ ভৱিষ্যতে, অসমত বানপানী নিয়ন্ত্ৰণ কৰা কিবা ফলপ্ৰসূ আঁচনি যে কাৰ্য্যকৰী হ'ব তাক আশা কৰা ভুল হ'ব। অথচ কেন্দ্ৰীয় চৰকাৰৰ অনুমোদন ক্ৰমে ৰাজ্য চৰকাৰে ব্ৰহ্মপুত্ৰ বান নিয়ন্ত্ৰণ আয়োগ গঠন কৰিছে, কিন্তু যি মূলা বাঢ়িব তাৰ দুপাততে চিনৰ দৰে ব্ৰহ্মপুত্ৰ বান-নিয়ন্ত্ৰণ আয়োগে অসমৰ বান-নিয়ন্ত্ৰণৰ কোনো ফলপ্ৰসূ আঁচনিয়েই যুগুত আৰু কাৰ্য্যকৰী কৰিব নোৱাৰিব তাৰ চিন এতিয়াই পোৱা হৈছে। অসমৰ অন্য কেইবাটা অনুষ্ঠানৰ দৰে এই আয়োগো আৰম্ভণিৰপৰাই বিলাস ব্যয়-প্ৰৱণ হৈ উঠিছে। তদুপৰি 'হাতত নাই কণ, বৰ সবাহলৈ মন'ৰ দৰে, সামৰ্থ্যহীন অসমে ব্ৰহ্মপুত্ৰ নিয়ন্ত্ৰণৰ দৰে ব্যয় বহুল আঁচনি অকলে হাতত ল'ব নোৱাৰে। পৰিতাপৰ বিষয় যে প্ৰতিশ্ৰুতি দিয়া সত্বেও ( অথচ ৰাজ্য চৰকাৰৰ উক্তি ) কেন্দ্ৰীয় চৰকাৰে এই আয়োগৰ শতকৰা ৫০ ভাগ ব্যয় বহন কৰিবলৈ এতিয়াও সাহায্য আগবঢ়োৱা নাই। গতিকে ব্ৰহ্মপুত্ৰ বান-নিয়ন্ত্ৰণ আয়োগে যে বিশেষ কিবা বৰঙণি আগবঢ়াব তাক আমি আশা নকৰোঁ। গতিকে অসমৰ ৰাইজে বানপানী চিৰাচৰিত প্ৰাকৃতিক ঘটনা বুলি ধৰি লৈ, বানপানী সত্বেও জীয়াই থাকিবলৈ শিকিব লাগিব।

## পানী যোগানৰ সমস্যা

অসমত বৰষুণ হোৱা মাহকেইটাতেই সাধাৰণতে খেতি কৰা হয়। আৰু যি বছৰেই বানপানী বা অনাবৃষ্টি হয়, সেই বছৰত

শোচনীয় হয়। ইমান বছৰৰ পৰিকল্পনাৰ শেষতো অসমত খেতিৰ কাৰণে পানী যোগানৰ ব্যৱস্থা ব্যাপক হোৱা নাই। আমাৰ চৰকাৰে আগেয়ে ভাবিছিল যে অসমত পানী যোগানৰ ব্যৱস্থা নিষ্প্ৰয়োজন আৰু সেই কাৰণেই কোনো সুসঙ্গত আঁচনি যুগুত কৰা হোৱা নাছিল। ক্ষুদ্ৰ পানী যোগান আঁচনিৰ নামত কিছুমান খাল, জান-জুৰিৰ কাষত ফলক লগোৱা আৰু অ'ত ত'ত দুখন এখন স্লুইচ গেট দিয়াই হৈছে ক্ষুদ্ৰ জলসিঞ্চন আঁচনিৰ নামত অৰ্থ ব্যয় কৰা পঞ্চবাৰ্ষিক পৰিকল্পনাৰ লক্ষ্য। বৈজ্ঞানিক প্ৰণালীৰে কোনো অঞ্চলতে ভূগৰ্ভৰ জলধাৰাৰ অৱস্থান আদি পৰীক্ষা কৰিবলৈ এতিয়ালৈকে জৰীপ সমীক্ষা চলোৱা নহ'ল, বা প্ৰাকৃতিক জলধাৰাৰ পানী বিভিন্ন উপায়েৰে তুলি নি কৃষিত ব্যৱহাৰ কৰিবলৈকো ক'তো ব্যৱস্থা লোৱা নহ'ল। গতিকেই খৰালি কালত পানী যোগানৰ অসুবিধা কাৰণেই কৃষকৰ ইচ্ছা থকা সত্ত্বেও কৃষকে অত্যধিক ফচল লগাব পৰা নাই। ভৱিষ্যতৰ পৰিকল্পনাত কৃষিৰ কাৰণে পানী যোগানৰ আঁচনিত অধিক গুৰুত্ব দিয়া উচিত। এতিয়াৰপৰা জৰীপ সমীক্ষা আৰম্ভ কৰি পঞ্চম পাঁচ বছৰীয়া পৰিকল্পনাত আঁচনি কাৰ্য্যকৰী কৰিলেহে অসমত কৃষি উৎপাদনৰ হাৰ উন্নত হ'ব।

## খেতিৰ কাৰণে বিজুলী শক্তি

কেন্দ্ৰীয় চৰকাৰে সকলো গ্ৰাম্য অঞ্চলত বিজুলীশক্তি যোগানৰ লক্ষ্য স্থিৰ কৰিছে আৰু এই উদ্দেশ্য লৈ গ্ৰাম্য বিজুলী যোগান নিগম স্থাপন কৰিছে। এই নিগমে বিভিন্ন ৰাজ্যৰ ৰাজ্যিক বিদ্যুৎ ব'ৰ্ডবিলাকক সহজ হাৰত গ্ৰাম্য অঞ্চল বিদ্যুতিকৰণৰ কাৰণে ঋণ দিয়াৰ ব্যৱস্থা কৰিছে। অসমত ১৯৭০ চনলৈকে মাত্ৰ ৬৮৮ খন গাঁৱতহে বিজুলী শক্তি যোগানৰ ব্যৱস্থা হৈছে।

২৫৭০৩ খনৰ ভিতৰত ৬৮৮ খন অতি সামান্য। অন্য কিছুমান ৰাজ্য, বিশেষকৈ হাৰিয়ানা, পাঞ্জাৱ আদিত সকলো গাঁৱতে বিজুলী শক্তি যোগানৰ ব্যৱস্থা কৰা হৈছে। তামিলনাডুত শতকৰা ৮০ ভাগ গাঁৱত বিজুলীশক্তি যোগান ধৰা হৈছে আৰু এই কাৰণেই এইবোৰ ৰাজ্যত "সেউজী বিপ্লৱ" সাফল্যমণ্ডিত হৈছে। আমাৰ অসমত বিজুলীশক্তিৰ উৎপাদনতকৈ চাহিদা কম। গতিকে ৰাহি হোৱা শক্তি উত্তৰবঙ্গ আদিলৈ দিয়াৰ বন্দবস্ত কৰা হৈছে। অন্যহাতে হাজাৰ হাজাৰ গাঁও অঞ্চলত এনে বিজুলীশক্তি যোগানৰ কোনো ব্যৱস্থা লোৱা হোৱা নাই। নিজৰ পেট বান্ধি পৰক সন্তুষ্ট কৰাতকৈ প্ৰথমে নিজৰ অৱস্থা টনকিয়াল কৰিবলৈ আমাৰ চৰকাৰে ব্যৱস্থা লোৱা উচিত। বিজুলীশক্তি গ্ৰাম্য অঞ্চললৈ সম্প্ৰসাৰণ কৰি, বিজুলীশক্তি চালিত পানীৰ পাম্প বহুৱাই খেতিৰ কাৰণে পানী যোগানৰ ব্যৱস্থা কৰিলে, অসমৰ কৃষিখণ্ডত এটা নতুন যুগৰ সূচনা নোহোৱাৰ কোনো কাৰণ নাই। এইবোৰৰ কাৰণে অৰ্থৰ অভাৱ কেতিয়াও হেঙ্গাৰ নহ'ব। বিভিন্ন বিত্তীয় অনুষ্ঠান, ৰাষ্ট্ৰীয়কৃত বেঙ্ক আদি সকলোৱেই কৃষি-উন্নয়নৰ কাৰণে ঋণ দিবলৈ আগ্ৰহান্বিত। আমাৰ কৃষকসকলেও এনে ব্যয়ৰ কিছু অংশ বহন কৰিবলৈ ইচ্ছুক। মাত্ৰ চৰকাৰৰ ফালৰ পৰা প্ৰথম কাৰ্য্যপন্থা অৱলম্বন কৰা উচিত।

## চতুৰ্থ পৰিকল্পনাৰ বাকী দুটা বছৰ

চতুৰ্থ পৰিকল্পনাৰ তিনিবছৰ শেষ হ'ল। এই পৰিকল্পনা শেষ হ'বলৈ আৰু দুবছৰ আছে। এই দুইবছৰৰ ভিতৰতে কিছুমান গাঁৱত পানী যোগানৰ ব্যৱস্থা হাতত লব পাৰি। কুঁৱা খন্দা, দমকল বহুওৱা, পানী তোলা কল বহুৱা আদি অল্পব্যয়যুক্ত আঁচনি গ্ৰহণ কৰিলে আৰু কিছুমান non developmental ব্যয় কৰ্তন

কৰি এনে কামৰ কাৰণে ব্যৱহাৰ কৰিলে, পানী যোগানৰ ব্যৱস্থা কৰিব পাৰি। মনত ৰখা উচিত যে বৰষুণৰ পানীৰে ভৰি থকা খাল, নলা, জান-জুৰিত ক্ষুদ্ৰ পানী যোগান আঁচনি বুলি ধৰি অৰ্থৰ অপব্যয় কৰিলে কৃষকৰ প্ৰকৃত উপকাৰ নহ'ব। খৰালি কালত পানী যোগান ধৰিব পৰা আঁচনিহে এতিয়াৰপৰা হাতত লোৱা উচিত। আমি ভাবোঁ যে চতুৰ্থ পৰিকল্পনাৰ বাকী থকা দুবছৰত প্ৰতিখন গাঁৱতে অন্ততঃ দুটাকৈ কুঁৱা বা দমকল দিবলৈ লক্ষ্য স্থিৰ কৰিলেও, ৰাইজ উপকৃত হ'ব।

## ক্ষুদ্ৰ জলসিঞ্চন আৰু প্ৰশাসনীয় সংস্কাৰ

ক্ষুদ্ৰ জলসিঞ্চন সম্পৰ্কত এটা প্ৰশাসনীয় সংস্কাৰ সাধন কৰা উচিত। এতিয়ালৈকে ক্ষুদ্ৰ জলসিঞ্চন আঁচনি কিছুমান ৰাষ্ট্ৰিক গড়কাপ্তানি বিভাগে আৰু কিছুমান বান নিয়ন্ত্ৰণ আৰু জলসিঞ্চন বিভাগে কাৰ্য্যকৰী কৰিছে। এনে ধৰণৰ কামকে দুটা বিভাগে হাতত লোৱাৰ কাৰণে কাম সুচাৰুৰূপে নোহোৱাৰ উপৰিও, অপচয় হোৱাৰ সম্ভাৱনা থাকে। গতিকে এনে সামঞ্জস্যহীন দুবিভাগীয় আঁচনি বন্ধ কৰি, ক্ষুদ্ৰ আৰু মজলীয়া জলসিঞ্চনৰ কাৰণে সুকীয়া এটা বিভাগ কৰি, এনে আঁচনি প্ৰস্তুত আৰু কাৰ্য্যকৰী কৰিবলৈ দায়িত্ব দিয়া উচিত।

## কৃষি উদ্যোগ নিগম আৰু বীজ নিগম

মনত ৰখা উচিত হ'ব যে অকল পানী যোগানৰ দ্বাৰাই কৃষি উৎপাদন বৃদ্ধি কৰিব নোৱাৰি। মাটি চহোৱা সঁজুলিৰ পৰা আৰম্ভ কৰি বীজ, সাৰ আদিৰ যোগানৰো ব্যৱস্থা হাতত লোৱা উচিত। এই উদ্দেশ্যে স্থাপন কৰা কৃষি উদ্যোগ নিগম আৰু বীজ নিগমৰ

পৰিচালনা ব্যৱস্থা এতিয়ালৈ কৃষকৰ স্বাৰ্থত অনুকূল হোৱা নাই। সময়ত কৃষকে উন্নত নাঙল, ট্ৰেক্টৰ, শক্তিচালিত নাঙল, স্প্ৰেয়াৰ পাম, ৰাসায়নিক সাৰ ইত্যাদি নাপায়। আকৌ এইবোৰৰ কিস্তি হাৰত কৃষকক যোগান ধৰাৰ ব্যৱস্থা নাই। থাউকতে কেইবাহাজাৰ টকা জমা দি এনে আহিলা সংগ্ৰহ কৰিবলৈ কৃষকৰ অৱস্থাই নুকুলাই। গতিকে এইবোৰ সঁজুলি, সাৰ আদি নিয়মিতভাবে আৰু কম সুদৰ হাতৰ ৰাইজক দিয়াৰ ব্যৱস্থা কৰিব লাগে। যদিহে পৰা যায় প্ৰতিটো সমূহীয়া উন্নয়ন খণ্ডত "কৃষি সেৱা কেন্দ্ৰ" খোলাৰ ব্যৱস্থা কৰিব লাগে। তেতিয়াহলে কৃষকে এনে কেন্দ্ৰৰ সহায় সহজেই গ্ৰহণ কৰিব পাৰিব। বীজ নিগমৰ কাৰ্য্যও ভুখলগা ভাৱে নিৰাশজনক। প্ৰকৃত সময়ত উন্নত বা অধিক উৎপাদনক্ষম বীজ নোপোৱাৰ উপৰিও, এই নিগমে যোগান ধৰা বীজৰপৰা উৎপাদন বাঢ়ক চাৰি কমাৰ আপত্তিহে শুনিবলৈ পোৱা যায়। এই নিগম যাতে ৰাইজৰ প্ৰকৃত সহায়ক হয়, তাৰো ব্যৱস্থা লোৱা উচিত।

## কৃষি গৱেষণা

ভাৰতৰ অন্য অঞ্চলত কৃষি গৱেষণা কেন্দ্ৰ, কৃষি বিশ্ববিদ্যালয় আদিত কম সময়ত পুৰঠ হোৱা আৰু অধিক উৎপাদনক্ষম বীজ নানান ধৰণৰ পৰীক্ষা আদি চলাই আবিষ্কাৰ কৰিছে আৰু একো একো অঞ্চলত মাটিৰ গুণ, জলবায়ু ইত্যাদিৰ লগত খাপখোৱাকৈ ব্যৱহাৰৰ পৰামৰ্শ দিছে। অসমতো কৃষি গৱেষণা আৰু কৃষি বিশ্ববিদ্যালয় আছে। কিন্তু এইবোৰৰ অসমৰ কৃষিৰ উন্নতিৰ কাৰণে আগবঢ়োৱা অৰিহণা একেবাৰে নাই। অসমৰ মাটি আৰু জল-বায়ুত তিষ্ঠিব পৰা নতুন ধৰণৰ বীজ বাহিৰ কৰিবলৈ এনে অনুষ্ঠানবোৰক আগ্ৰহান্বিত কৰা উচিত। অফিচৰ ফাইল চহী

কৰা, পৰীক্ষা চলোৱা কামৰ দ্বাৰা কৃষি উন্নতি সম্ভৱ নহয়। নিজে নোৱাৰিলেও, অন্য অনুষ্ঠানত উদ্ভৱ কৰা নতুন নতুন ধৰণৰ বীজ, ইয়াতো পৰীক্ষা কৰি ব্যৱহাৰৰ কাৰণে উলিয়াই দিব লাগে। অধিক উৎপাদনক্ষম বীজ, কম সময়ত পূৰঠ হ'ব পৰা শস্যৰ বহুল প্ৰচলন হলেও, খৰালিকালৰ কৃষি ৰাইজৰ মাজত সদৰি হ'ব। এই বিষয়ত কৃষি গৱেষণা কেন্দ্ৰ আৰু কৃষি বিশ্ববিদ্যালয় আগবাঢ়ি আহি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা উচিত।

## একাধিক খেতিৰ ব্যৱস্থা

অসমৰ প্ৰায় শতকৰা ৭০ ভাগ মাটিত মাত্ৰ ধানখেতি কৰা হয়। অন্য খেতি, যেনে মৰাপাট, মাহ, সৰিয়হ, কুঁহিয়াৰ, আলু আৰু ঘেহুঁ আদিৰ খেতি কৰা হয় যদিও, এইবোৰৰ বহুল প্ৰচলন হোৱা নাই। অসমৰ কৃষি-নীতি এনেধৰণেৰে পৰিচালিত কৰা প্ৰয়োজন যাতে অতি কম সময়ৰ ভিতৰতে অসম সকলো কৃষিজাত দ্ৰব্য যোগানত স্বাৱলম্বী হ'ব পাৰে। অসমৰ মাটি আৰু জলবায়ু দুয়োটাই মাহ, সৰিয়হ, কুঁহিয়াৰ, আলু আৰু ঘেহুঁ খেতি কৰিবৰ কাৰণে উপযুক্ত। এইবোৰৰ খেতিৰ প্ৰতি কৃষকৰ আগ্ৰহ বঢ়োৱা সকলো ব্যৱস্থা লোৱা উচিত। অসমৰ অৰ্থনীতি কৃষিকেন্দ্ৰিক আৰু ইয়াত কেঁচামাল বা উদ্যোগত প্ৰয়োজনীয় সামগ্ৰী আছে যদিও বৃহৎ আকাৰৰ উদ্যোগ গঢ়ি উঠাৰ সম্ভাৱনা কম। গতিকে কৃষিৰ উন্নতিৰ দ্বাৰাই দেশৰ আৰু ৰাইজৰ অৰ্থনৈতিক উন্নতি সাধিত কৰিব লাগিব। তাৰ কাৰণেই আমাক আত্মনিৰ্ভৰশীল কৃষি-নীতিৰ প্ৰয়োজন। নিত্য প্ৰয়োজনীয় খাদ্য সামগ্ৰী উৎপাদন-যোগানত স্বাৱলম্বী হ'ব পাৰিলেই, অসমৰ অৰ্থনৈতিক সমস্যাৰ আধা সমাধান হ'ব। গতিকে কৃষি ভিন্নমুখী কৰি গঢ়ি তোলা উচিত।

## কৃষিজাত দ্ৰব্যৰ বিক্ৰীৰ ব্যৱস্থা

অকল উৎপাদন বৃদ্ধি কৰিয়েই কৃষকৰ অৰ্থনৈতিক উন্নতি কৰিব নোৱাৰি। আকৌ কৃষকে উৎপাদিত সামগ্ৰীৰ কাৰণে যদি প্ৰকৃত মূল্য নাপায়, তেন্তে কৃষকৰ কৃষিৰ প্ৰতি আগ্ৰহো কমি যাব। অসমত ভাৰতৰ খাদ্য নিগম আৰু অসম এপেক্স মাৰ্কেটিং চচাইটিক একচেটিয়া স্বত্বত ধান সংগ্ৰহৰ দায়িত্ব দিয়া হৈছে। কিন্তু এই দুয়োটা অনুষ্ঠানে নানান অজুহাত দেখুৱাই ধান চপোৱাৰ সময়ত ধান সংগ্ৰহ নকৰে। অসমৰ কৃষকৰ ধান চপোৱাৰ পিচত ধান ৰাখিবলৈ ভাল ভঁৰাল আদিৰ ব্যৱস্থা নাই আৰু অৰ্থনৈতিক দিশৰপৰাও ধান বেচি দিন বিক্ৰী নকৰাকৈ থাকিব নোৱাৰে। কিন্তু ধান সংগ্ৰহৰ দায়িত্ব দিয়া অনুষ্ঠান দুটাই এই সময়ত ধান সংগ্ৰহ নকৰাৰ কাৰণে, বজাৰত ধানৰ দাম কমি যায় আৰু ইয়াৰ সুবিধা ভোগ কৰে কিছুমান বেপাৰীয়ে। সেইদৰে এইবছৰ মৰাপাটৰ দামো অতি তললৈ নামি গৈছিল। ভাৰতৰ জুট মিল উন্নয়ন নিগমে মৰাপাট কিনিম বুলি প্ৰতিশ্ৰুতি দিও যথাসময়ত মৰাপাট কিনিবলৈ আগবাঢ়ি নাহিল। ফলত বেপাৰীয়ে অতি কম দামত মৰাপাট কিনিবলৈ সুবিধা পালে। এনে অৱস্থাৰ যাতে পুনৰাবৃত্তি নহয় তাৰ ব্যৱস্থা লোৱা উচিত।

## গুদাম ঘৰ

অসমত ৰাজ্যিক গুদামঘৰ নিগম ( State ware-housing corporation ) এটা আছে আৰু কিছুমান অঞ্চলত এই নিগমৰ গুদাম আছে। এই নিগমৰ মতে দেশৰ বিভিন্ন অঞ্চলত, প্ৰথমতে বিভিন্ন সমূহীয়া উন্নয়ন কেন্দ্ৰবোৰত একোটাকৈ গুদামঘৰ সাজি তাত কৃষিজাত সামগ্ৰী মজুত কৰি ৰাখিব পৰাৰ ব্যৱস্থা কৰিব

লাগে। লগে লগে বিভিন্ন ৰাষ্ট্ৰীয়কৃত বেঙ্কসমূহৰ দ্বাৰা এই গুদাম ঘৰত জমা থোৱাৰ বাবদ দিয়া ৰচিদৰ ভিত্তিত, কৃষকক ধন বা শস্য-মূল্য কিছু অংশ অগ্ৰিম দিয়াৰ ব্যৱস্থা কৰিব লাগে। তেতিয়া হলে এফালে জমা কৰি থোৱাৰ অসুবিধাত আৰু অন্যহাতে ধনৰ অভাৱত কৃষকে বেপাৰীক কম দামত শস্য নিবিকিব। তদুপৰি ইয়াৰ দ্বাৰা কৃষকে সঞ্চয়ত সুবিধা পাব। শস্যৰ মূল্যৰ কিছু অংশ হলেও বেঙ্কত জমা থাকিব আৰু ইয়াৰ দ্বাৰা সঞ্চয়-ভাব বাঢ়িব।

## বেঙ্কৰ ভূমিকা

ৰাষ্ট্ৰীয়কৃত ব্যৱসায়িক বেঙ্কবিলাকে অনগ্ৰসৰ খণ্ডক ঋণ আদিৰ সুবিধা দি উন্নয়নত সহায় কৰিবলৈ আগবাঢ়ি আহিছে। কৃষি উন্নয়নৰ কাৰণেও এইবিলাকে কৃষকক হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী ঋণ দিয়াৰ ব্যৱস্থা হাতত লৈছে। ইয়াৰ কাৰণে এই বেঙ্কবিলাকে অফিচাৰ, কৃষি পৰিদৰ্শক বিষয়া, উন্নয়ন বিষয়া আদি মকৰল কৰি বিভিন্ন অঞ্চলত নিয়োগ কৰিছে। এই বিষয়াসকলক সমূহীয়া উন্নয়ন বিষয়া, গ্ৰামসেৱক আদিয়ে সহায় সুবিধা কৰি দিলে কৃষকক ঋণ দিয়াৰ সুবিধা হয়। তদুপৰি চৰকাৰৰ তৰফৰপৰাও কৃষি উন্নয়নৰ বিভিন্ন ধৰণৰ আঁচনি প্ৰস্তুত কৰি বেঙ্কবোৰৰ লগত পৰামৰ্শ কৰি, ক'ত কেনেকৈ কেনে ধৰণৰ সহায় দিব লাগে তাৰ নিৰ্দেশ দিলে বেঙ্কবোৰে কৃষি উন্নয়নৰ কাৰণে ঋণ যোগানত সহায় পাব। তদুপৰি দীৰ্ঘম্যাদী ঋণৰ কাৰণে যি আমানত (security) প্ৰয়োজন, তাৰ ব্যৱস্থাৰ কাৰণে মাটিৰ মালিকীস্বত্ব, হস্তান্তৰ কৰা আদিৰ নথি-পত্ৰৰ সুব্যৱস্থা কৰা প্ৰয়োজন। চৰকাৰৰ ৰেভিনিউ বিভাগে এই কাম হাতত ললে কৃষক আৰু বেঙ্ক দুয়ো পক্ষৰ সহায় হয়; মুঠতে ৰাষ্ট্ৰীয়কৃত বেঙ্কৰ ঋণৰ সুবিধা যাতে কৃষকে

ভোগ কৰি নিজৰ লগতে দেশৰ উন্নতিৰ পথ সুগম কৰিব পাৰে, তাৰ দিহা-ব্যৱস্থা কৰা চৰকাৰৰ নীতি হোৱা উচিত।

অসমৰ ভূমি অতি উৰ্বৰ। ইয়াৰ মানুহ পৰিশ্ৰমী। উন্নতি কৰিবলৈ সকলোৰে আকাংক্ষা আছে। মাত্ৰ সুযোগ-সুবিধাৰ অভাৱ। যদিহে প্ৰয়োজনীয় সকলোখিনি সুবিধা কৃষকক দিব পৰা যায়, তেন্তে অসমতো সেউজী বিপ্লৱ অনিবাৰ্য্য। চৰকাৰ আৰু ৰাইজ একগোট হলে, অসমৰ কৃষি উন্নয়নৰ গতি বৃদ্ধি নোহোৱাকৈ নাথাকে।

---

# অসমৰ গ্ৰাম্য উন্নয়নত সমূহীয়া উন্নয়ন খণ্ডৰ ভূমিকা

ভাৰতৰ অন্য অঞ্চলৰ দৰেই অসমতো সমূহীয়া উন্নয়ন আঁচনি ১৯৫১ চনতেই আৰম্ভ কৰা হয়। এতিয়া অসমৰ সমস্ত অঞ্চল সমূহীয়া উন্নয়ন আঁচনিৰ অন্তৰ্গত হৈছে। অবিভক্ত অসমত সৰ্বমুঠ ১৬২ টা উন্নয়ন খণ্ড মুকলি কৰা হৈছে। তাৰে ১২১ টা সমভূমি অঞ্চলত আৰু ৪১ টা পাহাৰীয়া অঞ্চলত খোলা হৈছে। মেঘালয় নতুন ৰাজ্য আৰু মিজোৰাম কেন্দ্ৰীয় শাসিত অঞ্চল হোৱাৰ পিচত এতিয়া অসমত মুঠ ১৩০ টা এনে সমূহীয়া উন্নয়ন কেন্দ্ৰ আছে। ইয়াৰে ১২১ টা সমভূমি অঞ্চলত আৰু ৯ টা পাহাৰী অঞ্চলত অৱস্থিত। পাহাৰীয়া অঞ্চলত অৱস্থিত আটাইকেইটা উন্নয়ন কেন্দ্ৰ আৰু সমভূমি অঞ্চলৰ ৮ টা কেন্দ্ৰ জনজাতীয় উন্নয়ন খণ্ডলৈ ৰূপান্তৰিত কৰা হৈছে। মন কৰিবলগীয়া যে সমভূমি অঞ্চলৰ ব্যাপক জনজাতীয় মানুহ বসতি কৰা অঞ্চলৰ উন্নয়ন কেন্দ্ৰবোৰ জনজাতীয় উন্নয়ন কেন্দ্ৰলৈ ৰূপান্তৰিত কৰা হৈছে। সমূহীয়া উন্নয়ন আঁচনি-মতে বিভিন্ন স্তৰত বিভক্ত কৰা হৈছে। ১৯৬৯-৭০ চনৰ শেষত অসমত ৪ টা প্ৰথম পৰ্য্যায়ৰ কেন্দ্ৰ, ৬৮ টা দ্বিতীয় পৰ্য্যায়ৰ কেন্দ্ৰ আৰু ৫৮ টা তৃতীয় পৰ্য্যায়ৰ কেন্দ্ৰ আছিল। ইয়াৰ প্ৰথম পৰ্য্যায়ৰ ৩ টা সমভূমি অঞ্চলত আৰু এটা পাহাৰী অঞ্চলত, দ্বিতীয় পৰ্য্যায়ৰ ৬৯ টা

সমভূমি অঞ্চলত আৰু ৪ টা পাহাৰী অঞ্চলত আৰু তৃতীয় পৰ্য্যায়ৰ ৫৪ টা সমভূমি অঞ্চলত আৰু ৪ টা পাহাৰী অঞ্চলত অৱস্থিত।

১৯৭১ চনৰ জনপিয়লৰ হিচাব অনুসৰি অসমৰ (মেঘালয় আৰু মিজোৰাম বাদ দি) সৰ্বমুঠ জনসংখ্যা হৈছে ১,৪৬,৩০৪২২ জন। ইয়াৰে ১,৩৪,২২,৬০৯ জনেই গ্ৰাম্য অঞ্চলত বাস কৰে। মাত্ৰ সৰ্ব্বমুঠ জনসংখ্যাৰ শতকৰা ৮.৩৯ জনহে চহৰীয়া অঞ্চলত বাস কৰে। আকৌ এই সৰ্বমুঠ জনসংখ্যাৰ মাত্ৰ ৪১,৩১,৯৩৫ জনহে কৰ্ম্মী (Worker)। শতকৰা হিচাবত সৰ্ব্বমুঠ জনসংখ্যাৰ মাত্ৰ ২৮·৬ শতাংশ মানুহহে কৰ্ম্মী অৰ্থাৎ কোনো বৃত্তি বা ব্যৱসায়ত নিযুক্ত। এই প্ৰকৃত কৰ্ম্মী বা নিয়োজিত মানুহৰ ২২,৮৪,২২৬ জন কৃষি কাৰ্য্যত আৰু ৪০,০২৩৯ জন কৃষি শ্ৰমিক হিচাবে নিযুক্তি পাইছে। কিন্তু অসমৰ কৃষি এতিয়াও অতি অনুন্নত। ইয়াত সেউজী বিপ্লৱৰ বা লগা নাই। গতিকেই কৃষি কাৰ্য্যত আৰু কৃষি শ্ৰমিকৰ অৰ্থনৈতিক অৱস্থা কেনে হব পাৰে তাক সহজেই অনুমেয়।

আমি আগতেই দেখুৱাই আহিছো যে অসমৰ সৰ্বমুঠ জনসংখ্যাৰ প্ৰায় ৫৬·৪ শতাংশ কৃষক আৰু ৯·৪ শতাংশ কৃষি শ্ৰমিক। জিলা পৰ্য্যায়ত এই কৃষক আৰু কৃষি বনুৱাৰ পৰিমাণ হৈছে গোৱালপাৰা জিলাত ৬৫·১ শতাংশ কৃষক আৰু ১২·৭ শতাংশ কৃষি শ্ৰমিক, কামৰূপ জিলাত ৬০·৩ শতাংশ কৃষক আৰু ৭·৭ শতাংশ কৃষি শ্ৰমিক, দৰং জিলাত ৫৫·৯ শতাংশ কৃষক আৰু ৮·৩ শতাংশ কৃষি শ্ৰমিক, লক্ষীমপুৰ জিলাত (লক্ষীমপুৰ আৰু ডিব্ৰুগড় জিলা একেলগে দেখুৱা হৈছে) ৪৪·১ শতাংশ কৃষক আৰু ৪·৬ শতাংশ কৃষি শ্ৰমিক, নগাওঁ জিলাত ৬৩·৭ শতাংশ কৃষক আৰু ১২·৯ শতাংশ কৃষি শ্ৰমিক, শিৱসাগৰ জিলাত ৪৫·১ শতাংশ কৃষক আৰু ৫·৬ শতাংশ কৃষি বনুৱা, মিকিৰ পাহাৰ জিলাত ৭৬·৫ শতাংশ কৃষি বনুৱা, উত্তৰ কাছাৰ জিলাত ৬৮·৮ শতাংশ কৃষক আৰু ৪·৫ শতাংশ কৃষি বনুৱা আৰু

কাছাৰ জিলাত ৪৬.৫ শতাংশ কৃষক আৰু ১৯.৬ শতাংশ কৃষি বনুৱা। ওপৰৰ বিৱৰণীৰ পৰা দেখা যায় যে অসমৰ সৰ্বাধিক মানুহ অকল গ্ৰাম্য অঞ্চলত বসবাস কৰাৰ উপৰিও সৰ্ব্বাধিক মানুহ কেৱল কৃষি খণ্ডৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীল। কিন্তু অন্যহাতে একো একো ঘৰ মানুহৰ ভূমিৰ পৰিমাণ ইমান কম যে কৃষিকাৰ্য্যত অৰ্থনৈতিক ভাৱে লাভৱান হোৱা নাই। ১৯৬৬-৬৭ চনত অসমৰ কৃষকৰ জনমূৰি খেতিৰ মাটিৰ পৰিমাণ এনে ধৰণৰ আছিল। গোৱালপাৰা জিলাত জনমূৰি কৃষি ভূমিৰ পৰিমাণ ০.৭৩ হেক্টৰ, কামৰূপত ০.৮১ হেক্টৰ, দৰং জিলাত ০.৮৪ হেক্টৰ, নগাঁৱত ০.৭৯ হেক্টৰ, শিৱসাগৰত ০.৮৭ হেক্টৰ, লক্ষীমপুৰত ০.৮৭ হেক্টৰ, কাছাৰত ০.৮৯ হেক্টৰ আৰু মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰত ০.৪৫ হেক্টৰ। তাৰে গোৱালপাৰা, কামৰূপ আৰু দৰং, নগাওঁ, শিৱসাগৰ, লক্ষীমপুৰ, কাছাৰ আৰু মিকিৰ পাহাৰ জিলাত শস্য লগোৱা ভূমিৰ পৰিমাণ হৈছে জনমূৰি হিচাবত ক্ৰমে ০.৫৯, ০.৬৭, ০.৫৯, ০.৬২, ০.৫৮, ০.৫৪, ০.৫৯ আৰু ০.৪৫ হেক্টৰ।

যিহেতু ঘৰপ্ৰতি বা জনমূৰি থকা কৃষি ভূমিৰ পৰিমাণ অতি কম, কৃষকৰ অৰ্থনৈতিক উন্নয়ন সফল কৰিবলৈ হলে যি মাটি আছে তাকে ব্যাপক ভাৱে ব্যৱহাৰ কৰিব লাগিব। সাধাৰণতে অসমত বাৰিষাৰ খেতিহে কৰা হয়। গতিকে বছৰৰ সৰহ সময় মাটি চন পৰি থাকে। নানান অসুবিধাৰ কাৰণেই কৃষকে একাধিকবাৰ ফচল লগাব নোৱাৰে। সৰ্ব্বমুঠ কৃষি ভূমিৰ মাত্ৰ ৩৪.২ শতাংশ গোৱালপাৰা জিলাত, ৩৯.৩ শতাংশ কামৰূপ জিলাত, ১৪.৪ শতাংশ নগাওঁ জিলাত, ৬.৭ শতাংশ শিৱসাগৰ জিলাত, ১০.১ শতাংশ লক্ষীমপুৰ জিলাত, ৩০.০ শতাংশ কাছাৰ জিলাত আৰু ৪.৫ শতাংশ মিকিৰ পাহাৰ জিলাত একাধিকবাৰ ফচল লগোৱা হয়। কৃষি খণ্ডৰ পৰা উদ্ভৱ হোৱা আয়ৰ পৰিমাণ অতি কম। ১৯৬৬-৬৭ চনত (চলিত মূল্যমান হিচাবত) গ্ৰাম্য অঞ্চলত কৃষকৰ জনমূৰি কৃষিজাত সামগ্ৰীৰ মূল্যৰ পৰিমাণ হৈছে গোৱালপাৰা জিলাত ৩৬৭.৩৩ টকা কামৰূপ

জিলাত ৩০৯'১৮ টকা, দৰং জিলাত ৪০৪'২৬ টকা, নগাওঁ জিলাত ৩২৪'৬৩ টকা, শিৱসাগৰ জিলাত ৩৭৬'৩৯ টকা, লক্ষীমপুৰ জিলাত ৩৯৮'০৯ টকা আৰু মিকিৰ পাহাৰ জিলাত ৬৬৪'৬৪ টকা। সেই বছৰত অসমৰ সামগ্ৰিক জনমূৰি আয় আছিল ৪৯৯'৯ টকা আৰু গ্ৰাম্য অঞ্চলৰ কৃষিজাত সামগ্ৰীৰ জনমূৰি হাৰত মূল্য হৈছে ৩৮৭'০৭ টকা। গতিকে অসমৰ সামগ্ৰিক জনমূৰি আয়তকৈ গ্ৰাম্য অঞ্চলৰ জনমূৰি আয় বহুতো কম।

অসমৰ অৰ্থনীতি গ্ৰাম্য কেন্দ্ৰিক হোৱাৰ উপৰিও সৰ্ব্ববৃহৎ পৰিমাণে কৃষিৰ ওপৰত নিৰ্ভৰশীল। কিন্তু এই কৃষিৰ উন্নতি যথেষ্ট পৰিমাণে হোৱা নাই। ১৯৫০-৫১ চনৰ পৰা ১৯৬৮-৬৯ চনলৈকে অসমত কৃষি উন্নতি বা কৃষিজাত সামগ্ৰীৰ উৎপাদন মাত্ৰ ৪০ শতাংশ বৃদ্ধি হৈছে। অন্যহাতে সময়ছোৱাত সৰ্ব্বভাৰতীয় হিচাবত কৃষিজাত দ্ৰব্যৰ প্ৰায় ৬৬ শতাংশ বৃদ্ধি হয়। ইয়াৰ কাৰণ হৈছে যে অসমৰ কৃষি এতিয়াও গতানুগতিক পদ্ধতিৰে কৰা হয়। বাৰিষা খেতিৰ বাহিৰে খৰালি কালত খেতি কৰিবৰ কাৰণে পানীৰ ব্যৱস্থা এতিয়াও যথেষ্ট পৰিমাণে হোৱা নাই। অধিক উৎপাদনক্ষম বীজৰ প্ৰচলন, উন্নত আৰু ৰাসায়নিক সাৰ, কীট পতঙ্গ নাশৰ দৰৱ ইত্যাদিৰ ব্যৱহাৰত অসমৰ খেতিয়ক বহুতো পিচ পৰি আছে। মন কৰিবলগীয়া ১৯৬৮-৬৯ চনৰ শেষত বীজৰোপণ কৰা ২'৪১ নিযুত হেক্টৰ মাটিৰ মাত্ৰ ৪'৯ লাখ হেক্টৰতহে কৃত্ৰিম উপায়েৰে পানী যোগানৰ ব্যৱস্থা আছে আৰু মাত্ৰ শতকৰা ২১'৬৯ ভাগ মাটিতহে একাধিকবাৰ শস্য লগোৱা হৈছে। তাৰোপৰি ৯৯'৬ হাজাৰ হেক্টৰ মাটিত অধিক উৎপাদনক্ষম বীজ লগোৱা হৈছে। সাৰৰ ক্ষেত্ৰতো একে অৱস্থা। ১৯৬৮-৬৯ চনৰ শেষত মাত্ৰ ৩৯'৭ হাজাৰ টন ৰাসায়নিক সাৰ ব্যৱহৃত হৈছে তাক নিৰ্ণয় কৰা কঠিন। অসমত থকা অসংখ্য চাহ বাগিচাত ব্যাপক-ভাৱে ৰাসায়নিক সাৰৰ ব্যৱহাৰ হয়। গতিকে প্ৰকৃত কৃষিত সাৰ

ব্যৱহাৰ নোহোৱাটোও অসম্ভৱ নহয়। তাৰোপৰি পানী যোগানৰ ব্যৱস্থা নাথাকিলে ৰাসায়নিক সাৰৰ ব্যৱহাৰ অসম্ভৱ।

গ্ৰাম্য অঞ্চলৰ সৰ্ব্ব প্ৰকাৰৰ উন্নতি, পৰিকল্পিতভাৱে সম্ভৱ কৰাৰ উদ্দেশ্য লৈয়েই পৰিকল্পনাৰ আৰম্ভণিৰ পৰাই সমূহীয়া উন্নয়ন আঁচনি যুগুত আৰু কাৰ্য্যকৰী কৰাৰ দিহা কৰা হৈছিল। এই উদ্দেশ্যে প্ৰথম, দ্বিতীয় আৰু তৃতীয় পৰিকল্পনাৰ সময়ত ক্ৰমান্বয়ে ২২'৮ নিযুত, ৭৩'৩ নিযুত আৰু ১১৭ নিযুত টকা ব্যয় কৰা হৈছে। তলৰ তালিকাত আমি বিভিন্ন শিতানত ব্যয়ৰ হিচাব দেখুৱাইছো।

(নিযুতৰ হিচাবত দেখুৱা হৈছে)

| | ১৯৫১-৫২ ১৯৫৫-৫৬ | ১৯৫৬-৫৭ ১৯৬০-৬১ | ১৯৬১-৬২ ১৯৬৫-৬৬ | ১৯৬৬-৬৭ | ১৯৬৭-৬৮ | ১৯৬৮-৬৯ | ১৯৬৯-৭০ |
|---|---|---|---|---|---|---|---|
| কেন্দ্ৰৰ সদৰ কাৰ্য্যালয় | ৭'২ | ২৪'৩ | ৪৭'৪ | ১৬'৮ | ১৮-৩ | ১৮'২ | ১৭'৮ |
| কৃষি আৰু পশু | ৪'৫ | ৮'৯ | ১৪'০ | ৩'৯ | ৫'৩ | ৩'১ | ৩'৩ |
| জলসিঞ্চন | ০'৩ | ৯'২ | ১৩'২ | ৩'০ | ৩'৪ | ০'৮ | ২'৯ |
| আবাদকৰণ | ০'৯ | ০'৭ | ৪'৪ | ২'০ | ১'৪ | ১'১ | ১'৬ |
| স্বাস্থ্য আৰু স্বাস্থ্য ৰক্ষা | ২'৪ | ৮'৩ | ৭'১ | ২'০ | ১'৩ | ০'৬ | ১'১ |
| শিক্ষা | ১.৪ | ৩'৮ | ৪'৩ | ০'৯ | ১'১ | ০'৪ | ০'৮ |
| সামাজিক শিক্ষা | ০'৯ | ৩'৫ | ৬'০ | ০'৮ | ০'৮ | ০'৪ | ০'৭ |
| যাতায়াত (সংযোগ) | ২'৮ | ৬'১ | ৯'৭ | ২'৭ | ২'২ | ১'২ | ২'১ |
| গ্ৰাম্য উদ্যোগ | ০'৯ | ৩'৭ | ৬'৫ | ১'৯ | ০'৫ | ০'২ | ০'৪ |
| গৃহ | ১'৪ | ৪'৮ | ৪'৯ | ১'৪ | ১'৫ | ১'৫ | ১'৩ |
| মুঠ | ২২'৮ | ৭৩'৩ | ১১৭'০ | ৩৫'৪ | ৩৩'৮ | ২৭'৫ | ৩২'০ |

সিপিঠিৰ তালিকাখনৰ পৰা সমূহীয়া উন্নয়নৰ কেইৰাটা দিশো পৰিস্ফুট হৈ উঠে। প্ৰথমতে ভাৰতত অন্যান্য পৰিকল্পনাৰ আঁচনিৰ দৰে সমূহীয়া উন্নয়ন কেন্দ্ৰৰ বেলিকাও কেন্দ্ৰৰ সদৰ কাৰ্য্যালয়ত বিশেষ গুৰুত্ব দিয়া হৈছে। আমাৰ ব্যক্তিগত অভিজ্ঞতাও সেই একে ধৰণৰ। গ্ৰাম্য অঞ্চলৰ উন্নয়ন আঁচনি যুগুত আৰু কাৰ্য্যকৰী কৰাৰ আগতেই আমাৰ চৰকাৰে বা বিষয়াসকলে সদৰ কাৰ্য্যালয় অফিচ, বাসগৃহ, অহা যোৱা সুবিধাৰ কাৰণে জীপ, মটৰ ইত্যাদিৰ ওপৰতহে বেচি গুৰুত্ব দিয়া পৰিলক্ষিত হৈছে। এতিয়াও জুপুৰি পঁজা ঘৰে ভৰি থকা গাঁৱৰ ভিতৰত সমূহীয়া উন্নয়ন কেন্দ্ৰৰ অৰ্দ্ধপকী অফিচ ঘৰ, বাসগৃহ আদিয়ে গাঁৱলীয়া ৰাইজ আৰু উন্নয়ন কেন্দ্ৰৰ বিষয়াৰ মাজত এটা ব্যৱধানৰ প্ৰাচীৰ সৃষ্টি কৰিছে যেন অনুমান হয়। অথচ এনে অফিচ বা বাসগৃহৰ demonstration effect বা প্ৰদৰ্শনীয় ফল নোহোৱা নহয়। দেখাক দেখি শিকাৰ দৰে এনে ঘৰৰ পৰাও হোজা গাঁৱলীয়া ৰাইজে নিজৰো বাসগৃহ উন্নত কৰি সাজি লবলৈ উৎসাহ পাব। কিন্তু যি মানুহৰ দিনে দুসাজ পেট ভৰাই খাবলৈ টনাটনি, তেনে মানুহৰ কাৰণে উন্নত বাসগৃহ সজাটো সপোনৰ দৰে। তাৰোপৰি গঁঞা ৰাইজৰ মনৰ সংশয় গুচাই ৰাইজ আৰু উন্নয়ন কেন্দ্ৰৰ বিষয়াক এক-গোট কৰিবলৈ হলে দুয়ো পক্ষৰ মাজত উদ্ভৱ হোৱা কৃত্ৰিম ব্যৱধান আতৰোৱা প্ৰচেষ্টা অনুসৰণ কৰাহে প্ৰয়োজন। সি যি কি নহওক স্বাৰ্থৰ অনাটনে প্ৰয়োজনীয় উন্নয়ন আঁচনি কাৰ্য্যকৰী কৰাত প্ৰধান বাধাৰ সৃষ্টি কৰা পৰিস্থিতিত সমূহীয়া উন্নয়ন কেন্দ্ৰৰ সদৰ কাৰ্য্যালয়ত ইমান বেচি অৰ্থ ব্যয় কোনো মতেই বিধেয় হৈছে বুলি কব নোৱাৰি। ইয়াৰ পিচত বিভিন্ন শিতানত প্ৰকৃত উন্নয়ন আঁচনিৰ কাৰণে ব্যয় কৰা অৰ্থৰ পৰিমাণ অতি কম। একো একোটা সমূহীয়া উন্নয়ন কেন্দ্ৰই বহুতো গাঁৱৰ তত্বাৱধান লব লাগে। গতিকে কৃষি আৰু পশু পালনৰ শিতানত

| বিষয় | সংখ্যা | প্ৰথম পৰিকল্পনা | দ্বিতীয় পৰিকল্পনা | তৃতীয় পৰিকল্পনা | ১৯৬৬-৬৭ | ১৯৬৭-৬৮ | ১৯৬৮-৬৯ | ১৯৬৮-৭০ |
|---|---|---|---|---|---|---|---|---|
| উন্নত বীজ বিতৰণ | টন | ১২২৩ | ৩৯৯২ | ১২১৮১ | ২১৯২ | ১৩৫০ | ৩৩৬৬ | ৫০৪৫ |
| সাৰ বিতৰণ | টন | ৩০২৬ | ৩০৪৯ | ১৭৫১৬ | ৮৪১৬ | ৩৬৯৬ | ৩৮০১ | ৪২৬২ |
| কৃষি প্ৰদৰ্শনী | সংখ্যা | — | ৪৯,৮৭৯ | ৪৯৯৭১ | ২০৩৩৩ | ৬৯৯২ | ৬৯১৯ | ৬১৩৫ |
| উন্নত হাতিয়াৰ বিতৰণ | ,, | ১৮৮০ | ৩৬২২ | ৪২৬৯৮ | ১৩৯৬৪ | ৬৮৫৬ | ৪৩৭৯ | ৬৪৪৮ |
| পঁচা সাৰৰ গাত খনন | ,, | ৭৮৫৮৪ | ২০৩৬৪১ | ৬৪৮৬৪৮ | ২৩৩২৭৯ | ২০৩৪৪ | — | — |
| উন্নত জাতৰ পশু বিতৰণ | ,, | ২৩৪ | ১১১২ | ৩১৫২ | ৬৯২৪ | ৩৬৯ | ৭৪৬ | ১২৪৪ |
| উন্নত জাতৰ চৰাই | ,, | ৬৮৪ | ৭১৫০ | ৫১,৩৮৮ | ১৮,৩১৭ | ১২৫৮৭ | ১০৩৩৯ | ১৬০৪৭ |
| খোৱা পানী কুঁৱা খনন | ,, | — | ২৮৭৪৬ | ১৬২৯৫ | ১২৬৩ | ১৮০২ | ২০৫৬ | ২৬৯০ |
| আৰু মেৰামত | | | | | | | | |
| প্ৰাপ্ত বয়স্কৰ শিক্ষা কেন্দ্ৰ আৰম্ভ | ,, | ১৭০৫ | ৫৬৮৮ | ৭৪৫৩ | ৩৮৭৯ | ১৭৬৮ | ১৪২৯ | ১৩১৪ |
| প্ৰাপ্ত বয়স্কক শিক্ষা দিয়া (শিক্ষিত হোৱা) | ,, | ৪৮৭৫৮ | ১০০৪২৩ | ১৭৪৯১৮ | ৬৪৩৬৪ | ৩২৩৩০ | ৩০৪৮৮ | — |
| মাটি আবাদীকৰণ | হেক্টৰ | — | ২১৩৪১ | ৪০১৮৮ | ৭৭২৯ | ৭৭২৩ | ২৮৯১ | ৫০১১ |
| পথ নিৰ্মাণ | কিঃ মিঃ | ৪৬৫১ | ৭৩৩৮ | ৯২৯৬ | ১৩৮৭ | ৯১০ | ৬৩৫ | ১১৩১ |

প্ৰথম পৰিকল্পনাৰ সময়ত মাত্ৰ ৪·৬ নিযুত, দ্বিতীয় পৰিকল্পনাত ৮·৯ নিযুত আৰু তৃতীয় পৰিকল্পনাত ১৪·০ নিযুত টকা এপাচি কচু শাকত এটা জালুকৰ দৰে হৈছে। ইয়াৰ লগতে জল যোগানৰ শিতানত যি অৰ্থ ব্যয় দেখুৱা হৈছে, যেনে প্ৰথম, দ্বিতীয় আৰু তৃতীয় পৰিকল্পনাত ক্ৰমে ০·৩, ৯·২ আৰু ১৩·২ নিযুত টকা প্ৰয়োজনতকৈ অতি কম। এইবোৰ শিতানত অৰ্থ ব্যয়ৰ পৰিমাণ দেখি এনেহে অনুমান হয় যে ৰাজ্যিক চৰকাৰে কৃষি খণ্ডৰ উন্নয়ন আওকণীয়া হৈয়ে আছে। আৰু অসমত তথা ভাৰতত জনসংখ্যা বৃদ্ধিৰ হেঁচা কৃষিখণ্ডৰ ওপৰত ক্ৰমে গধুৰ হোৱা সকলোৰে বিদিত। এনে অৱস্থাত কৃষি খণ্ডৰ ওপৰত পৰা হেঁচা কমাবৰ কাৰণে গ্ৰাম্য অঞ্চলত নিয়োগৰ বিকল্প ব্যৱস্থা লোৱা প্ৰয়োজন। এনে ব্যৱস্থা হাতত লোৱা সমূহীয়া উন্নয়ন কেন্দ্ৰৰ প্ৰধান কাৰ্য্যসূচী হোৱা উচিত। উল্লিখিত ব্যয়ৰ পৰা দেখা যায় যে এই সম্পৰ্কত সমূহীয়া উন্নয়ন কেন্দ্ৰবোৰ অন্যমনস্ক। অন্য উন্নয়নৰ শিতানত খৰচ হোৱা অৰ্থৰ পৰিমাণো অতি কম। এনে কম ব্যয়ৰ দ্বাৰা প্ৰকৃততে ফলোৎপাদক কোনো প্ৰকল্প সম্পূৰ্ণ কৰা সম্ভৱ নহয়। এফালে অৰ্থৰ টনাটনি আৰু অন্যফালে ৰাইজৰ চাহিদা দুয়োটাই বিপৰীত মুখী গতিত টনা আজোৰা কৰাৰ ফলত গঙ্গা জল চতিয়াই দিয়াৰ দৰে সকলো ঠাইতে ক্ষুদ্ৰ ক্ষুদ্ৰ আঁচনি কাৰ্য্যকৰী কৰিবলৈ লোৱাত প্ৰকৃত ফলদায়ক আঁচনি ক'তো সম্পূৰ্ণ হৈ উঠা নাই। অজস্ৰ অৰ্থব্যয় কৰাৰ পিচতো আঁচনি প্ৰকৃতভাৱে ফলোৎপাদক নোহোৱাৰ প্ৰধান কাৰণ হৈছে অসম্পূৰ্ণ আঁচনি আৰু একে সময়তে সকলোকে সন্তুষ্ট কৰাৰ প্ৰচেষ্টা। একো একোখন পৰিকল্পনাৰ সময়ত গোটেই গ্ৰাম্য অঞ্চল সাঙুৰি নলৈ, ১০০০ বা ২০০০ খন হাতত লোৱা হলে চতুৰ্থ পৰিকল্পনাৰ অন্তত অসমৰ সৰ্ব্বমুঠ গাঁৱৰ আধা পৰিমাণ সম্পূৰ্ণ আৰু সৰ্ব্বদিশত উন্নত হলহেঁতেন। কিন্তু পৰিতাপৰ বিষয় যে আমি দেখিও নিশিকো আৰু শিখিও নিশিকো।

আগৰ তালিকাত প্ৰথম তিনিখন পাঁচ-বছৰীয়া পৰিকল্পনাৰ সময়ত, তাৰ পিচত তিনিখন বছেৰেকীয়া তদৰ্থ পৰিকল্পনাত আৰু চতুৰ্থ পৰিকল্পনাৰ প্ৰথম বছৰত কিমান আৰু কেনে ধৰণৰ সাহায্য আৰু সেৱা আগবঢ়াইছে দেখুৱা হৈছে।

সেই তালিকাখনৰ পৰা দেখা যায় যে সমূহীয়া উন্নয়ন কেন্দ্ৰ-বোৰৰ সেৱা আৰু সাহায্য আশানুৰূপ হোৱা নাই। চতুৰ্থ পৰিকল্পনাৰ সময় ছোৱাত এই কেন্দ্ৰবোৰৰ জৰিয়তে কৃষি উন্নয়ন আৰু পৰিয়াল পৰিকল্পনা আঁচনিত কৃতকাৰ্য্য কৰাত গুৰুত্ব দিয়া হব। ইয়াৰ উপৰিও অন্যান্য সেৱাৰ কামো চলাই থকা হ'ব। তাৰোপৰি পাহাৰীয়া অঞ্চলত পানী যোগান, সস্তীয়া হাৰত সাৰ যোগান আৰু পথ নিৰ্ম্মাণ আদি কামত বেচি গুৰুত্ব দিয়া হ'ব। এইবোৰৰ বাহিৰেও কেন্দ্ৰীয় খণ্ডৰ অধীনত Applied Nutrition Programme আৰু Pilot Research Project নামে দুখন আঁচনি কাৰ্য্যকৰী কৰিবলৈ হাতত লোৱা হৈছে।

ভাৰতৰ গ্ৰাম্য অঞ্চলৰ সৰ্ব্বাঙ্গীন উন্নতি বিশেষকৈ অৰ্থনৈতিক উন্নতিত সমূহীয়া উন্নয়ন কেন্দ্ৰৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। এই আঁচনি অতি মহান উদ্দেশ্য লৈ আৰম্ভ কৰা হৈছিল। ভাৰতৰ নিচিনা বিশাল দেশ এখনত চৰকাৰৰ দ্বাৰা অকলে ৰাইজৰ অভাৱ অভিযোগ সম্পূৰ্ণ ভাৱে চোৱাচিটা কৰা সম্ভৱ নহয়। তাৰোপৰি গণতন্ত্ৰৰ ভেঁটি ৰাইজৰ প্ৰকৃত সহযোগিতাৰ দ্বাৰাহে দৃঢ় হয়। ৰাইজৰ ইচ্ছা অনুসৰি আৰু নিজৰ দ্বাৰা পৰিচালিত অনুষ্ঠানৰ দ্বাৰা তেওঁলোকৰ উন্নতি সাধিত কৰা গণতন্ত্ৰৰ মূলনীতি। সমূহীয়া উন্নয়ন কেন্দ্ৰৰ দ্বাৰা এই নীতি বাস্তৱত ৰূপায়িত কৰিবলৈ চেষ্টা কৰা হৈছে। সমূহীয়া উন্নয়ন কেন্দ্ৰ, পঞ্চায়তী ৰাজ আৰু সমবায় অনুষ্ঠান এই তিনিওটা অনুষ্ঠানতে ৰাইজৰ সক্ৰিয় সহযোগিতা প্ৰতিফলিত কৰা ভাৰত চৰকাৰৰ প্ৰধান লক্ষ্য।

ওপৰত উল্লেখ কৰি অহা হৈছে যে সমূহীয়া উন্নয়নমূলক কেন্দ্ৰবোৰ কেইবা স্তৰত বিভক্ত কৰা হৈছে। প্ৰথম অৱস্থাত চৰকাৰে আঁচনি যুগুত কৰাৰ পৰা আৰম্ভ কৰি কাৰ্য্যকৰী কৰালৈকে সম্পূৰ্ণ দায়িত্ব বহন কৰে। প্ৰয়োজনীয় ব্যয় চৰকাৰে বহন কৰে। দ্বিতীয় স্তৰৰ পৰা আঁচনি প্ৰস্তুত কৰা, কাৰ্য্যকৰী কৰা আৰু ব্যয়ৰ কিছু অংশ ৰাইজে বহন কৰাৰ সুযোগ দিয়া হয়। পিচত এইবোৰ পৰিচালনাৰ সম্পূৰ্ণ দায়িত্ব ৰাইজৰ ওপৰত ন্যস্ত কৰাটোৱেই সমূহীয়া উন্নয়ন আঁচনিৰ লক্ষ্য। কিন্তু নানান কাৰণ বশতঃ এই লক্ষ্য ফলৱতী হোৱা নাই। ভাৰতৰ ৰাইজে এতিয়াও স্বাধীন হোৱাৰ একুৰি পাঁচ বছৰৰ পিচতো তেওঁলোকৰ সকলো অভাৱ অভিযোগ চৰকাৰেই চোৱাচিতা কৰা মনোভাৱ ত্যাগ কৰিব পৰা নাই। সমূহীয়া উন্নয়ন আঁচনি পঞ্চায়তী ৰাজ এতিয়াও ৰাইজৰ অকুণ্ঠ সহায় সহযোগ পোৱা হোৱা নাই। ৰাইজে এতিয়াও এই অনুষ্ঠানবোৰৰ যোগেদি চৰকাৰৰ পৰা বিভিন্ন কামৰ কাৰণে অনুদান পোৱাৰ সুবিধা লবলৈ চেষ্টা কৰি আছে। ইয়াৰ কাৰণ হৈছে ভাৰতীয় ৰাইজৰ পৰনিৰ্ভৰশীল মনোভাৱ আৰু অজ্ঞতা। ইয়াৰ লগতে চৰকাৰী বিষয়া সকলো দায়ী প্ৰকৃত শিক্ষা, প্ৰশিক্ষণ ইত্যাদিৰ অভাৱত চৰকাৰী বিষয়াসকলে ৰাইজৰ প্ৰকৃত সেৱাত এতিয়াও গুৰুত্ব দিবলৈ শিকা নাই। আত্মস্বাৰ্থ মিছাভেম ইত্যাদি কিছুমান ধাৰণাৰ কাৰণ তেওঁলোক এতিয়াও ৰাইজৰ মাজৰে এজন হবগৈ পৰা নাই। তাৰোপৰি এই অনুষ্ঠানবিলাকৰ প্ৰকৃত উদ্দেশ্য ৰাইজক সম্পূৰ্ণৰূপে ব্যাখ্যা কৰা হোৱা নাই যেন লাগে।

ভাৰতীয় পৰিকল্পনাৰ এটা বিশেষ দিশ হৈছে যে ই এটা বিশেষ অনুষ্ঠানৰ একচেটিয়া দায়িত্ব। কেন্দ্ৰীয় পৰিকল্পনা আয়োগ শিক্ষা অৰ্হতাত ভাৰতৰ ভিতৰত অদ্বিতীয়, কিন্তু ভাৰতৰ একোণত থাকি ই পঞ্চাশ কোটি ৰাইজৰ অভাৱ অভিযোগৰ ভু-লব নোৱাৰে। ভাৰতৰ নিচিনা বিশাল দেশত পৰিকল্পনা নিম্ন স্তৰৰ পৰা হোৱা

উচিত। তেতিয়া হলে বাইজৰ সহযোগিতা কাৰ্য্যকৰী কৰা উজু হয়। নিম্ন স্তৰৰ পৰা যোজনা প্ৰস্তুত আৰু কাৰ্য্যকৰী কৰাৰ প্ৰধান অনুষ্ঠান হৈছে সমুহীয়া উন্নয়ন কেন্দ্ৰ আৰু পঞ্চায়তীৰাজ অনুষ্ঠান। এই দুয়োটা অনুষ্ঠানক পুনৰ সজীৱ আৰু সক্ৰিয় কৰি তুলিলে, ভাৰতৰ গ্ৰাম্য অঞ্চলৰ সৰ্ব্বাঙ্গীন উন্নতি কেতিয়াও নোহোৱাকৈ নাথাকে। আৰু এই দুয়োটা অনুষ্ঠানৰ দ্বাৰাহে বাইজৰ অকুণ্ঠ সহযোগিতা কামত ফলৱতী কৰিব পৰা হব।

---

# অসমত ঔদ্যোগিক বিকাশৰ সম্ভাৱনা

ডিচেম্বৰ মাহৰ পহিলা সপ্তাহত প্ৰধান মন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে সংসদত ঘোষণা কৰিলে যে চতুৰ্থ পৰিকল্পনাৰ কালছোৱাৰ ভিতৰত অসমৰ ভিতৰতে তেল শোধনৰ ক্ষমতা বৃদ্ধি কৰা হব আৰু এটা পেট্ৰ'ৰাসায়নিক চক্ৰ, এটা কাগজৰ মণ্ড কৰা কাৰখানা আৰু ব্ৰহ্মপুত্ৰ বান নিয়ন্ত্ৰণ নিগম স্থাপন কৰা হ'ব। এই ঘোষ-নাই আমাৰ ৰাইজৰ মনত এটা নতুন আশাৰ সঞ্চাৰ কৰিছে। ইমান দিনে, উপেক্ষিত হৈ থকাৰ পিচত অসমত নতুন উদ্যোগ উন্নয়নৰ সম্ভাৱনা দেখা দিছে আৰু আমাৰ ভাগ্য পৰিবৰ্তনৰ সূচনা হৈছে। কিন্তু সন্দেহ হয় এই ঘোষণা বাস্তৱত ৰূপায়িত হবনে?

## অসমৰ অৰ্থ-নৈতিক উন্নতিৰ খটিয়ান

তিনিখন পাঁচ বছৰীয়া পৰিকল্পনা আৰু তিনিখন তৎকালীন বছেৰেকীয়া আঁচনি সম্পূৰ্ণ হৈ যোৱাৰ পিচতো অসমৰ আৰু অস-মীয়া অৰ্থনৈতিক অৱস্থাৰ কিমান উন্নতি হৈছে তাক সকলোৱেই উপলব্ধি কৰিছে। অসম এতিয়াও ভাৰতৰ প্ৰায়বোৰ প্ৰদেশতকৈ অৰ্থনৈতিক উন্নয়ন ক্ষেত্ৰত পিচপৰি আছে। যদিও অসমত প্ৰাকৃতিক ঐশ্বৰ্য্য উভৈনদী, খনিজ সম্পদ বনজ সম্পদ ইত্যাদি নানা বিধৰ উদ্যো-গৰ প্ৰয়োজনীয় কেঁচামাল আমাৰ দেশত এনেয়েই জহিপচি গৈছে; কিন্তু প্ৰাদেশিক বা কেন্দ্ৰীয় চৰকাৰ কোনো ফালৰপৰাই এই সম্পদ-

বাজী কামত খটুৱাই দেশৰ সমৃদ্ধি বৃদ্ধি কৰাৰ চেষ্টা হোৱা নাই। আৰু এটা তেল শোধনাগাৰ স্থাপন, ব্ৰডগেজ ৰেলপথ নিৰ্মাণ, ৰেলৰ বিভাগীয় সদৰ কাৰ্য্যালয় স্থাপন ইত্যাদি নানান বিষয় লৈ অসমৰ ৰাইজে কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ বাধ্য হৈ আন্দোলন কৰিব লগা হৈছে। জন্ম, ধৰ্ম, জাতি নিৰপেক্ষ সকলোকে সমান সুবিধা দিয়াৰ সাংবিধানিক ব্যৱস্থা থকা সত্বেও আৰু কেন্দ্ৰীয় চৰকাৰে অৰ্থনৈতিক উন্নয়নত আঞ্চলিক অসমতা দূৰ কৰাৰ ভূয়সী প্ৰতিশ্ৰুতি বাৰে বাৰে জাহিৰ কৰি থকা সত্বেও অৰ্থনৈতিক আঞ্চলিক বৈষম্য ক্ৰমাত বৃদ্ধি হৈ আহিব ধৰিছে আৰু এনে অঞ্চলত সুযোগ সুবিধাৰ পৰিধি ক্ৰমাত ঠেক হৈ আহি মানুহৰ মনত নৈৰাশ্যৰ সৃষ্টি কৰিছে। গতিকে হঠাতেই প্ৰধান মন্ত্ৰীৰ আঞ্চলিক বৈষম্য দূৰ কৰা আৰু অসমৰ নিচিনা পিচ পৰি থকা অঞ্চলৰ ঔদ্যোগিক উন্নয়ন ক্ষিপ্ৰ কৰা আদি আশ্বাস, পতিয়ন যোৱাত অলপ কুণ্ঠাবোধ হয়।

## অসমৰ তেলে অসমৰ উন্নতি কৰা নাই

আমাৰ ৰাইজে বহুত দিনৰপৰাই ইয়াত উৎপাদিত অতিৰিক্ত খাৰুৱা তেল অসমৰ ভিতৰতে শোধন কৰিব লাগে বুলি দাবী কৰি আহিছে। এই প্ৰসঙ্গত উল্লেখ কৰিয়াই থব পাৰি যে অসমৰ ৰাইজে আন্দোলন কৰাৰ পিচতহে বৰ্তমান গুৱাহাটীত থকা নাওমান তেল-শোধনাগাৰটিও স্থাপন হৈছিল। এই শোধনাগাৰৰ তেল শোধন ক্ষমতা অতি সামান্য আৰু ইয়াত কোনো আনুষঙ্গিক উৎপন্ন বস্তু (by product) প্ৰস্তুত কৰাৰ ব্যৱস্থা বা সুবিধা নাই। গতিকে নিয়োগৰ ফালৰপৰা এই শোধনাগাৰটোৱে একো অৰিহণা যোগাব পৰা নাই। আমাৰ ৰাইজক এইদৰে ভুৱা দি, অসমৰ সম্পদ নি বাৰাউনিত বৃহৎ আকাৰৰ শোধনাগাৰ স্থাপন কৰি বিহাৰী ৰাইজৰ সুযোগ সুবিধা বৃদ্ধি কৰা হৈছে। ইতিমধ্যে নৱপ্ৰতিষ্ঠিত হালদিয়া

শোধনাগাৰলৈ যাতে অসমৰ খাৰুৱা তেল নিব পাৰি তাৰো ব্যৱস্থা কৰাৰ যো-যা কৰাহে আমাৰ দৃষ্টি-গোচৰ হৈছে। ইফালে অসমত বিভিন্ন ঠাইত নতুন নতুন খাৰুৱা তেলৰ পুং আবিষ্কৃত হৈ আছে, আৰু এই সম্পদ অসমৰ বাইজে যাতে অসমৰ ৰাইজৰ উন্নতিৰ হকে ব্যৱহৃত হয় তাক উদ্দেশ্য কৰিয়েই দ্বিতীয় তেল শোধনাগাৰৰ দাবী উত্থাপিত কৰিছে। কিন্তু পৰিতাপৰ বিষয়, যে কেন্দ্ৰীয় চৰকাৰে হয়তো নিজৰ আচল অভিপ্ৰায় লুকুৱাই থবৰ চেষ্টাত নতুবা নিজৰ অনিচ্ছুকতা (অসমত দ্বিতীয় শোধনাগাৰ স্থাপনত) অন্তৰ হতুৱাই ব্যক্ত কৰাবৰ মানসেৰে ইয়াত আৰু এটা তেল শোধনাগাৰৰ সম্ভাৱনা আছেনে নাই পৰীক্ষা কৰি চাবলৈ এটা বিশেষজ্ঞ কমিটী গঠন কৰি দিয়ে আৰু এই কমিটীৰ প্ৰতিবেদন প্ৰকাশ হোৱাৰ লগে লগে আমাৰ বুজিবলৈ বাকী নাথাকিল, কেন্দ্ৰীয় চৰকাৰৰ আমাৰ প্ৰতি থকা অনুকম্পাখিনি।

## প্ৰধান মন্ত্ৰীৰ ঘোষণা

ভাৰতৰ চতুৰ্থ ৰাষ্ট্ৰপতি নিৰ্বাচনৰ আলম লৈ শাসনত অধিষ্ঠিত কংগ্ৰেছ অনুষ্ঠানত ,মতানৈক্যৰ সৃষ্টি হয় আৰু ফলত এই অনুষ্ঠানটো পৃথক হৈ দুটা ভাগত বিভক্ত হৈ পৰে। প্ৰধান মন্ত্ৰীৰ সমৰ্থক দলটোৱে কংগ্ৰেছৰ তলবী সভাৰ দাবী জনায় আৰু এই তলবী সভাত যাতে সৰহ সংখ্যক কংগ্ৰেছ কৰ্মীয়ে যোগ দিয়ে তাৰ বাবে তৎপৰ হৈ উঠে। ইতিমধ্যে অসম প্ৰদেশ কংগ্ৰেছ সভাপতি শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী-দেৱে প্ৰধান মন্ত্ৰীলৈ এই তলবী সভা বহাৰ আগতেই অসমৰ দ্বিতীয় শোধনাগাৰ সম্পৰ্কত চৰকাৰৰ মতামত ঘোষণা কৰিবলৈ দাবী জনায়। আৰু ঠিক তলবী অধিবেশন আৰম্ভ হোৱাৰ আগতেই প্ৰধান মন্ত্ৰীয়ে ঘোষণা কৰে যে (১) অসমত তেল শোধনৰ ক্ষমতা ১ নিযুত টনতকৈ বেচিলৈ বৃদ্ধি কৰা হব, (২) অসমৰ অৰ্থনৈতিক উন্নয়নৰ গতি ক্ষিপ্ৰ কৰাৰ কাৰণে এটা বৃহৎ আকাৰৰ

পেট্ৰ-ৰাসায়নিক চক্ৰ স্থাপন কৰা হব, (৩) অসমৰ বনজ সম্পদ কামত লগাবৰ কাৰণে এটা কাগজ কৰ্পবেচন গঠন কৰি এটা কাগজৰ মণ্ড প্ৰস্তুত কৰা কাৰখানা প্ৰতিষ্ঠাৰ ভাৰ দিয়া হব (৪) অসমৰ বাইজক বানপানীৰ উপদ্ৰৱৰপৰা ৰক্ষা কৰিবলৈ বান প্ৰতিৰোধক আঁচনি প্ৰস্তুত আৰু কাৰ্য্যকৰী কৰিবলৈ ব্ৰহ্মপুত্ৰ বান নিয়ন্ত্ৰণ আয়োগ গঠন কৰা হ'ব।

মন কৰিবলগীয়া যে প্ৰধান মন্ত্ৰীৰ ঘোষণাত তেল শোধনৰ ক্ষমতা কেনেকৈ বৃদ্ধি কৰা হব তাৰ কোনো স্পষ্ট ইঙ্গিত নাই। তেওঁৰ মতে বৰ্তমানৰ শোধন ক্ষমতা বৃদ্ধি কৰি বা অন্য ব্যৱস্থা কৰি তেল শোধন বৃদ্ধি কৰা হ'ব। কিন্তু তেনে ব্যৱস্থা সম্পূৰ্ণ নিৰ্ভৰ কৰিব অৰ্থ নৈতিক সম্ভাৱনীয়তাৰ ওপৰত। এই সম্পৰ্কত দ্বিতীয় তেল শোধনাগাৰ বিশেষজ্ঞ কমিটীৰ প্ৰতিবেদন বিশেষকৈ মন কৰিবলগীয়া। এই কমিটীয়ে এটা অদ্ভূত ধৰণৰ যুক্তিৰ সহায়েৰে অসমত আৰু তেল শোধনাগাৰৰ বা তেল শোধনৰ ক্ষমতা বৃদ্ধিৰ প্ৰয়োজন নাই বুলি মত প্ৰকাশ কৰিছে। কমিটীৰ মতে ১৯৮০ চনলৈকে অসমত শোধিত পেট্ৰলিয়াম জাত সামগ্ৰীৰ দাবী হব মাত্ৰ ১·৬৬ নিযুত টন আৰু অসমত থকা দুয়োটা শোধনাগাৰত এই সময়ত উৎপন্ন হব প্ৰায় ১·৬২৫ নিযুত টন। গতিকে আৰু শোধনাগাৰৰ প্ৰয়োজন নহব। মাত্ৰ কেৰাচিন তেলৰ ক্ষেত্ৰত দাবীৰ তুলনাত যোগান কম হব পাৰে; কিন্তু এই কমিটীৰ মতে বাহিৰৰপৰা কেৰাচিন আনি এই চাহিদা পূৰণ কৰিব পৰা হ'ব। ইয়াৰ উপৰিও অসমত আৰু যথেষ্ট পৰিমাণে থাকয়া তেলৰ উৎপাদন (আৰু এটা শোধনাগাৰৰ প্ৰয়োজন সম) নহব আৰু অতিৰিক্ত যিখিনি থাকয়া তেল উৎপাদন হব, তাক ৰেল কৰ্তৃপক্ষৰ লগত বন্দবস্ত কৰি, হয় গুৱাহাটী শোধনাগাৰত, নতুবা বাৰাউনি শোধনাগাৰত শোধিত কৰিব পৰা যাব। গতিকে এই কমিটীৰ প্ৰতিবেদনৰ ওপৰত ভিত্তি কৰি

বসিছে কেন্দ্ৰীয় চৰকাৰে আৰু এটা শোধনাগাৰ স্থাপনৰ সিদ্ধান্ত কৰে তেন্তে এইটো সহজেই অনুমেয় যে আমাৰ ইয়াত আৰু এটা শোধনাগাৰৰ সম্ভাৱনা কিমান।

## গুৱাহাটী শোধনাগাৰৰ সম্প্ৰসাৰণৰ সীমাবদ্ধতা

এইখিনিতে আৰু এটা কথা উন্মুকিয়াই থোৱা সমীচীন হ'ব। গুৱাহাটী শোধনাগাৰৰ শোধন ক্ষমতা মাত্ৰ ৮৫ নিযুত টন। ইয়াক সম্প্ৰসাৰণ কৰিলে ১ নিযুত টনলৈ বৃদ্ধি কৰিব পৰা হ'ব। ইয়াতকৈ অধিক সম্প্ৰসাৰণ কৰিবৰ এই শোধনাগাৰত সুবিধা নাই। গতিকে দ্বিতীয় শোধনাগাৰ স্থাপন নকৰিলে শোধনৰ ক্ষমতা বৃদ্ধি কৰাৰ কোনো উপায়েই নাই। অন্যহাতে মন কৰিব লগীয়া যে বাৰাউনি শোধনাগাৰ ক্ৰমাত সম্প্ৰসাৰণ হৈয়ে আছে আৰু ইয়াৰ লগে লগে অসমৰ ন্যায্য দাবী অৱহেলিত হৈ যাব ধৰিছে। এফালে প্ৰধান মন্ত্ৰীৰ ঘোষণা আৰু অন্যহাতে বিশেষজ্ঞ কমিটীৰ 'প্ৰতিবেদন দুয়োটাই ভিন্নমুখী আৰু এটা এনে অৱস্থাত আমাৰ দাবী কিমান দূৰ ফলৱতী হব ই সম্পূৰ্ণ অনিশ্চয়তাৰ গৰ্ভত।

## অসমতেই পেট্ৰলিয়াম-জাত সামগ্ৰীৰ দাম সবাতোকৈ বেচি

এই সম্পৰ্কত আৰু এটা কথা উল্লেখ কৰি থোৱা উচিত হ'ব। তেল উৎপাদন ক্ষেত্ৰত অসম ভাৰতৰ ভিতৰত অদ্বিতীয়। কিন্তু দুৰ্ভাগ্যবশতঃ অসমৰ বাহিৰে পেট্ৰলিয়ামজাত সামগ্ৰীৰ কাৰণে সকলোতকৈ বেচি দাম দিব লগা হৈছে। আমাৰেই থকা তেল আমাৰ ইয়াতেই শোধিত হৈছে তথাপিও আমিয়েই আটাইতকৈ বেচি দামত এই বস্তু কিনিব লগা হৈছে। এনে হোৱাৰ অৰ্থনৈতিক যুক্তি আমাৰ বোধগম্য নহয়। কিন্তু যুগ যুগ ধৰি অসমৰ বাহিৰ শোষিত হৈ আহিছে তাৰ প্ৰতিকাৰ এতিয়াও হোৱা নাই।

এনে এটা চৰকাৰৰপৰা আমি কিমান আশা কৰিব পাৰোঁ। সি কাৰো অবিদিত নোহোৱা নহয়।

## নিয়োগৰ সমস্যা

এটা তেল শোধনাগাৰৰ নিয়োগ ক্ষমতা অতি কম। গতিকে যাতে বহু সংখ্যক লোকে নিয়োগৰ সুবিধা পাব পাৰে আৰু যাতে স্থাপিত উদ্যোগৰ আলম লৈ নানান ধৰণৰ আনুষঙ্গিক উদ্যোগ ওচৰে-পাজৰে গঢ়ি উঠিব পাৰে তাৰ কাৰণে প্ৰধান মন্ত্ৰীয়ে ঘোষণা কৰে যে অসমত এটা ডি-এম-টি আৰু পলিষ্টাৰ উৎপাদন কৰা বৃহৎ আকাৰৰ পেট্ৰ-ৰাসায়নিক উদ্যোগচক্ৰ স্থাপন কৰা হ'ব। এই ঘোষণাটি অতি চমকপ্ৰদ। অসম চৰকাৰে বহুত দিনৰ আগৰপৰাই এটা পেট্ৰ-ৰাসায়নিক চক্ৰ স্থাপনৰ চেষ্টা কৰি আছিছে। আৰু তাৰ কাৰণে জাপানৰপৰা অৰ্থনৈতিক আৰু কাৰিকৰী সহযোগিতা পোৱাৰ আশ্বাস যোগাৰ কৰিছিল। এই উদ্যোগৰ সিদ্ধান্ত পিচুৱাই নি অৱশেষত কেন্দ্ৰীয় চৰকাৰে এটা ক্ষুদ্ৰ আয়-তনৰ পেট্ৰ-কেমিকেল চক্ৰ স্থাপনৰ অনুমতি দিছে। এতিয়া প্ৰশ্ন উঠে অসমৰ নিচিনা এখন ঠাইত দুটাকৈ পেট্ৰ-কেমিকেলচক্ৰৰ অৰ্থনৈতিক সম্ভাৱনা আছেনে নাই। এটা উদ্যোগ স্থাপন কৰিলেই দেশৰ উন্নতি নহয়। উৎপাদিত বস্তু যদিহে যথাযথ মূল্যত বিক্ৰী কৰিব পৰা নহয় তেন্তে উদ্যোগ স্থাপনৰপৰা একো সুফল পোৱা নাযায়। অসমৰ আভ্যন্তৰীণ বজাৰখন অতি সীমাবদ্ধ। অন্য ঠাইলৈ পঠিয়াবলৈকো যাতায়াতৰ সুবিধা বৰ্তমানলৈকে হৈ উঠা নাই। গতিকে এনে অৱস্থাত অসমৰ ভিতৰত দুটাকৈ পেট্ৰ-ৰাসায়নিক উদ্যোগ চক্ৰ গঢ়ি উঠিব, ই সন্দেহৰ বিষয়।

## প্ৰস্তাবিত পেট্ৰ-ৰাসায়নিক চক্ৰটো

প্ৰস্তাবিত পেট্ৰ-ৰাসায়নিক চক্ৰটো কেনে ধৰণৰ হব, ক'ত হব, কি কি বস্তু, যেনে সৰ্বাঙ্গ সম্পূৰ্ণ ব্যৱহাৰ উপযোগী নে কেঁচা মাল বা

অৰ্দ্ধনিৰ্মিত বস্তু প্ৰস্তুত কৰিব তাক এতিয়াও কোৱা হোৱা নাই। এই উদ্যোগৰ আলমলৈ কি কি আনুষঙ্গিক উদ্যোগ গঢ়ি উঠাৰ সুযোগ পাব, এই পেট্ৰ'–ৰাসায়নিক চক্ৰটোৰ আকাৰ, উৎপাদিত বস্তু, ইয়াৰ নিয়োগ ক্ষমতা আৰু ক্ৰয়-বিক্ৰয়ৰ সা-সুবিধাৰ ওপৰতহে। আমি আগতেই কৈ আহিছোঁ যে অসমৰ আভ্যন্তৰীণ বজাৰৰ পৰিধি অতি ক্ষুদ্ৰ আৰু সেই হেতুকে ইয়াত প্ৰস্তুত কৰা বস্তু বাহিৰৰ বজাৰত ফেৰ মাৰিব পৰা হব লাগিব। তাতোকৈ দৰকাৰ হব পৰিবহন ব্যৱস্থাৰ উন্নতি সাধন কৰা। তাকে নকৰিলে অসমৰ কোনো উদ্যোগেই বিকাশৰ সুবিধা নাপাব।

পেট্ৰ'-ৰাসায়নিক চক্ৰৰ সিদ্ধান্তত আৰু এটা অস্পষ্টতা আমাৰ দৃষ্টি গোচৰ হৈছে। এই চক্ৰটো ৰাজহুৱা খণ্ডত হবনে, বেচৰকাৰী খণ্ডত হব তাক কোৱা হোৱা নাই। বে-চৰকাৰী খণ্ডত প্ৰতিষ্ঠিত উদ্যোগৰপৰা খলুৱা ৰাইজে যে একো সা-সুবিধা পোৱা নাই তাক সকলোৱেই জানে। গতিকে এই বিষয়ত এটা খাটাং সিদ্ধান্ত ঘোষণা কৰা নিতান্ত প্ৰয়োজন।

## অসমৰ বনজ সম্পদ

অসমত বনজ সম্পদ উভৈনদী। তাৰ সদব্যৱহাৰ এতিয়াও হোৱা নাই। বহুত দিনৰ আগতেই অসমত দুটা কাগজৰ মণ্ড তৈয়াৰ কৰা কল স্থাপনৰ বাবে বাহিৰৰ দুটা কোম্পানীক 'পাৰমিট' দিয়া হৈছিল। কিন্তু পৰিতাপৰ বিষয় এতিয়ালৈকে এনে কোনো কাৰখানা স্থাপনৰ কোনো যো-যাই নহ'ল। অসমত কাগজৰ মণ্ডহে নালাগে, উৎকৃষ্ট ধৰণৰ কাগজ (News Print) তৈয়াৰ কৰিব পৰা কেঁচা মাল যথেষ্ট আছে। লিখকে যোৱা বছৰ অন্ধ্ৰ প্ৰদেশ ভ্ৰমণ কৰোঁতে নানা ঠাইত পাইন গছৰ বাগিছা দেখিছিল আৰু পিচত জানিব পাৰিছিল যে এই বাগিছাবোৰ কৰা হৈছে যাতে অন্ধ্ৰ প্ৰদেশত তেনে ধৰণৰ এটা কাগজৰ কাৰখানা

প্ৰতিষ্ঠা কৰিব পৰা যায়। আমাৰ খাচিয়া জয়ন্তীয়া পাহাৰ জিলাৰ হাজাৰ হাজাৰ পাইন গছ খৰিব কাৰণে ব্যৱহৃত হৈছে আৰু লাহে লাহে সেইবোৰ নিঃশেষ হৈ যাব ধৰিছে। কিন্তু এতিয়া-লৈকে এই মূল্যৱান পাইনৰ অৰ্থনৈতিক সদ্ব্যৱহাৰ হৈ সুচিল বা হোৱাৰ একো ব্যৱস্থা লোৱাও আমাৰ চকুত নপৰিল। অসমত নিম্নস্তৰৰ বনজ সম্পদ, যেনে বাহ, খাগেৰী, ঘাঁহ ইত্যাদি প্ৰচুৰ আৰু এইবোৰৰ সদ্ব্যৱহাৰ কৰিবলৈ কেইবাটাও কাগজ প্ৰস্তুত কৰাৰ কাৰখানাৰ প্ৰয়োজন হ'ব। আমাৰ বোধেৰে অন্ততঃ দুটা কাগজৰ মণ্ড তৈয়াৰ কৰা (এটা মিকিৰ পাহাৰ জিলাত আৰু আনটো কাছাৰ জিলাত) কাৰখানা তৈয়াৰ কৰি গুৱাহাটীৰ নিচিনা কেন্দ্ৰীয় আৰু পৰিবহনৰ সুবিধা থকা ঠাইত এটা মুখ্য সামগ্ৰী (Final Product) প্ৰস্তুত কৰা কাৰখানা স্থাপন কৰা উচিত। এনে কৰিলেহে ঔদ্যোগিক বিকাশ আৰু লগে লগে থলুৱা মানুহে নিয়োগৰ সুবিধা আৰু চৰকাৰৰ ৰাজহ বৃদ্ধি হোৱাৰ সম্ভাৱনা আছে।

## প্ৰধান মন্ত্ৰীৰ ঘোষণা কাৰ্য্যকৰী কৰা হবনে

প্ৰধান মন্ত্ৰীৰ ঘোষণাটো যদিহে সচাকৈয়ে কাৰ্য্যত পৰিণত হয় তেন্তে অসমত উদ্যোগ বিকাশৰ যথেষ্ট সম্ভাৱনা আছে। কিন্তু আমাৰ ভয় হয় ৰেলৰ ডিভিজনেল আঁচনি সংক্ৰান্তত "ফৰিদা-বাদ সিদ্ধান্ত"ৰ দৰে এই ঘোষণাৰ ৰূপ পিচত বদলি হয় বুলিহে। এবাৰ সাপে খালে লেজুলৈকো ভয়। কেন্দ্ৰীয় চৰকাৰৰ নিষ্ক্ৰিয়তা, অমনোযোগিতা অসমৰ সমস্যাৰ সিদ্ধান্তত লেহেম কৰা ইত্যাদি একো নতুন কথা নহয়। অসম বৃটিচৰ দিনৰপৰাই উপনিবেশ হিচাবে ব্যৱহৃত হৈছিল আৰু এতিয়াৰ ভাৰত চৰকাৰে ইয়াৰ একো অন্যথা কৰা নাই। তদুপৰি এতিয়াৰ কেন্দ্ৰীয় চৰকাৰ কিমান দিন শাসনত থাকিব পাৰিব সিও এটা বিৰাট প্ৰশ্নবোধক

ছিন্ন হৈ পৰিছে। এনে অৱস্থাত চৰকাৰৰ ঘোষণাত আমাৰ সম্পূৰ্ণ আস্থা নাথাকিবৰ যথেষ্ট স্থল আছে।

### ৰাইজ আৰু চৰকাৰ দুয়ো পৰমুখাপেক্ষী

এইখিনিতে এটা কথা উনুকিয়াই থোৱা উচিত হ'ব। কোনো দেশেই সম্পূৰ্ণ পৰনিৰ্ভৰশীল হৈ উন্নতি কৰিব নোৱাৰে। আমাৰ ৰাইজ, আমাৰ চৰকাৰ দুয়োটাই সম্পূৰ্ণ পৰমুখাপেক্ষী। ঔদ্যোগিক উন্নয়নৰ কাৰণে ইমানদিনে আমাৰ চৰকাৰে বাহিৰৰ উদ্যোগপতি-সকলৰ ওপৰত নিৰ্ভৰ কৰিয়েই সন্তুষ্ট থাকিল। এতিয়া সম্পূৰ্ণ কৈ নিৰ্ভৰ কৰিছে কেন্দ্ৰীয় চৰকাৰৰ মহানুভৱতাৰ ওপৰত। কিন্তু নিজস্ব কোনো ব্যৱস্থা লৈছে বুলি ভাবিবলৈ আমাৰ স্থল নাই। ঔদ্যোগিক উন্নয়নত সহায় কৰিবলৈ বা তদাৰক কৰিবলৈ "অসম ঔদ্যোগিক উন্নয়ন নিগম", "অসম ক্ষুদ্ৰ শিল্প উন্নয়ন নিগম" ইত্যাদি কেইবা-টাও অনুষ্ঠান বা বিভাগ স্থাপন কৰা হৈছে। পিছে এই অনু-ষ্ঠানবোৰে কি কৰিছে মাত্ৰ চৰকাৰেহে জানে। এই অনুষ্ঠানবোৰ স্বকীয় উৎসাহ উদ্দীপনা নাই, কোনো ফলপ্ৰসূ আৰু বাস্তৱমুখী আঁচনি নাই। এওঁলোকে ধাৰ কৰা ধনৰ বাহিৰেও ধাৰ কৰা জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰিহে অসমৰ উন্নতি কৰিবলৈ পাং পাতি আছে। এই গুৱাহাটীখনৰ অনুষ্ঠানবোৰক সক্ৰিয় কৰি তোলা নিতান্ত প্ৰয়োজন।

### উদ্যোগ স্থাপন কৰিলেই ৰাইজৰ সুবিধা নহয়

মাত্ৰ উদ্যোগ স্থাপন কৰিলেই এখন ঠাইৰ উন্নতি সাধিত নহয় যদিহে থলুৱা লোকে তেনে উদ্যোগৰপৰা একো সা-সুবিধা নাপায়। অসমত স্থাপিত হোৱা সাৰ কাৰখানা, তেল শোধনাগাৰ, ৰেলৰ অফিচ ইত্যাদি ঠাইত অসমীয়া মানুহে সুযোগ সুবিধা আশানুৰূপ পোৱা নাই। ইয়াৰ কাৰণ আমাৰ নিজৰো আৰু ৰাজ্য চৰকাৰৰো

আওহেলা। অন্য প্ৰদেশত ৰাজ্য চৰকাৰে তেনেকুৱা উদ্যোগ প্ৰতিষ্ঠানত অন্ততঃ শতকৰা ৭০-৮০ ভাগ নিয়োগৰ সুবিধাৰ দাবী কৰিছে আৰু তাৰ বাবে তেওঁলোকক কোনেও গ্লানি বা দোষাৰোপ কৰা নাই। কিন্তু এই ক্ষেত্ৰত অসম চৰকাৰ অতি সাৱধান। কেনেবাকৈ অসমৰ "মুক্ত হৃদয়", "উদাৰ মনোবৃত্তিক" আঞ্চলিকতা, প্ৰাদেশিকতা ইত্যাদি গ্লানিৰে কলুষিত কৰে বুলি অসম চৰকাৰ অতি শঙ্কিত। গতিকে আমি ক্ৰমান্বয়ে নিজৰ ঘৰতে আলহী হৈছোঁ আৰু অতিথিয়ে দখল কৰি লৈছেহি আমাৰ ৰৰঘৰ।

———

# অসমৰ চাহ-শিল্পৰ ভৱিষ্যত

অসমৰ অৰ্থনীতিত চাহ-শিল্পই অতি গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আহিছে। প্ৰায় চাৰে চাৰি লাখ শ্ৰমিকক নিয়োগ আৰু জীৱিকা অৰ্জনৰ সুবিধা দিয়াৰ উপৰিও এই শিল্পই ৰাজ্যিক জাতীয় আয়লৈ এটা শকত বৰঙনি আগবঢ়াই আহিছে। ১৯৬৯ চনত এই শিল্পই দুৰ্যোগৰ সমুখীন হোৱা সত্বেও ১৯৭০ চনত ই আকৌ গা-কৰি অহা পৰিলক্ষিত হয়। ১৯৬৯ চনত অসমত সৰ্বমুঠ ২০৮ নিযুত কিলোগ্ৰাম চাহ উৎপন্ন হৈছিল। ইয়াৰ পৰিমাণ ১৯৭০ চনত প্ৰায় ২১৫ নিযুত কিলোগ্ৰামলৈ বৃদ্ধি হয়। এই পৰিমাণ ভাৰতত উৎপন্ন হোৱা সৰ্বমুঠ চাহৰ পৰিমানৰ অৰ্ধে কতকৈও বেচি। সেইদৰে এই বছৰত অসমৰপৰা প্ৰায় ১৫৩ নিযুত কিলোগ্ৰাম চাহ বিদেশলৈ ৰপ্তানি হয়। গতিকে ভাৰতীয় অৰ্থনীতিত অসমৰ চাহ-শিল্পৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ বুলি ক'লেও অত্যুক্তি নহয়, যিহেতু ৰপ্তানিৰ দ্বাৰা বিদেশী বিনিময় মুদ্ৰা অৰ্জনত এই শিল্পৰ অৱদান সদায়েই লেখত ল'বলগীয়া।

## ভৱিষ্যত আশঙ্কাজনক

কিন্তু পৰিতাপৰ বিষয় যে এই শিল্পই ভাৰতীয় আৰু অসমৰ অৰ্থনীতিত গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি থকা সত্বেও, এই শিল্পৰ প্ৰতি, বিশেষকৈ পুনৰ সংস্থাপন আৰু উন্নয়ন ক্ষেত্ৰত বিশেষ

মনোযোগ দিয়া হোৱা নাই। ফল স্বৰূপে বৰ্তমান এই শিল্পৰ ভৱিষ্যত আশঙ্কাজনক হৈ পৰিছে। অসমৰ চাহ-শিল্প যথেষ্ট পুৰণি অসমত বৃটিচ আমোল আৰম্ভ হোৱাৰ লগেলগেই ইয়াত চাহ-শিল্পৰো আৰম্ভ হয়। প্ৰাক্-স্বাধীন যুগত প্ৰায়, সৰ্ববৃহৎ পৰিমাণ চাহ-বাগান বৃটিচ কোম্পানীৰ মালিকী স্বত্ব আৰু পৰিচালনাৰ অধীনত আছিল আৰু তেওঁলোকে এই বাগানবিলাক কেৱল খীৰতী গাই হিচাবে ব্যৱহাৰ নকৰি স্বাস্থ্যৰক্ষাৰ প্ৰয়োজনীয় দিশটোৰ প্ৰতিও লক্ষ্য ৰাখিছিল। গতিকে সেই সময়ত উৎপাদিত চাহৰ এটা নিৰ্ভৰযোগ্য মান (standard) ৰক্ষা কৰা সম্ভৱ হৈছিল। আমি ইয়াৰ দ্বাৰা ক'ব খোজা নাই যে বৃটিচ মালিকসকল আদৰ্শ-নীয় আছিল। বৰং তেওঁলোকৰ শ্ৰমিক-নিষ্পেষণ আৰু শোষণ ইমান প্ৰকট আছিল যে স্বাধীনোত্তৰ যুগৰ প্ৰাৰম্ভনিৰপৰাই শ্ৰমিক-মালিক বিবাদে প্ৰত্যক্ষৰূপ ধাৰণ কৰি সমগ্ৰ চাহ-শিল্পৰ ভৱিষ্যত আশঙ্কাজনক কৰি তুলিছিল। কিন্তু স্বীকাৰ কৰিব লাগিব যে যিমান দিনলৈকে বৃটিচ মালিকে চাহ–শিল্পৰ পৰিচালনাৰ দায়িত্ব বহন কৰি আছিল সিমান দিনলৈকে তেওঁলোকে চাহ-বাগানৰ স্বাস্থ্যৰ প্ৰতি নজৰ ৰাখিছিল।

## নতুন মালিকসকলৰ ব্যৰ্থতা

আমি আগতেই কৈ আহিছোঁ যে অসমৰ চাহ-শিল্প শতাধিক বছৰীয়া পুৰণা। এজোপা চাহ গছে সাধাৰণতে ৭৫।৮০ বছৰ ভাল চাহ উৎপাদন কৰিব পাৰে আৰু ইয়াৰ পিচত উৎকৃষ্ট চাহপাত উৎপাদন ক্ষমতা এনে বৃদ্ধ গছৰ কমি আহে। গতিকেই উৎকৃষ্ট মানৰ চাহ উৎপাদন কৰিবলৈ হ'লে অতিবৃদ্ধ গছবিলাক উঠাই নতুন পুলি ৰোৱাৰ ব্যৱস্থাৰ প্ৰয়োজন। তাকে কৰিবলৈ মূলধনৰ প্ৰয়োজন। যিহেতু কুমলীয়া পুলি ঠন ধৰি উঠা ফল-প্ৰসূভাৱে উৎপাদন হ'বলৈ কেইবা বছৰো লাগে, এই সময়ছোৱাত

পুনৰ সংস্থাপন বা উন্নয়নত নিয়োগ কৰা মূল ধনৰপৰা কোনো ওভ্ৰাপোচ পোৱাৰ সম্ভাৱনা নাথাকে, বৰং এনে মূলধনৰ সেৱা মূল্য (Service charge) শিল্পৰ কাৰণে এটা বোজাহে হৈ থাকে। ভাৰতত ৰাজনৈতিক পৰিবৰ্তন আৰু লগে লগে সামাজিক অৰ্থনৈতিক পৰিবৰ্তনৰ নতুন আবহাৱাই বৃটিচ মালিকসকলক আশঙ্কিত কৰি তোলে আৰু চাহ-শিল্পত নতুন মূলধন খটুওৱাৰ পৰিবৰ্তে তেওঁলোকে এই শিল্পৰ মালিকী-স্বত্ব হস্তান্তৰিত কৰি অন্য দেশত চাহবাগান খুলিবলৈ যো-জা কৰে। এই অৱস্থাৰ পৰিপ্ৰেক্ষিততেই অসমৰ চাহ-শিল্পৰ মালিকী-স্বত্ব আৰু পৰিচালনা আহি পৰে এক সম্প্ৰদায়ৰ হাতত। দ্বিতীয় মহাযুদ্ধৰ সময়ত উদ্ভৱ হোৱা অনাটন পৰিস্থিতি, স্বাধীনোত্তৰ পৰিকল্পনা যুগৰ সচ্চল যোগান চাহিদা-অৱস্থা আৰু চৰকাৰৰ ভ্ৰান্তিমূলক উদ্যোগনীতি ইত্যাদি কিছুমানৰ সুযোগ লৈ দেশৰ এক বিশেষ গোষ্ঠীয়ে অতি কম সময়ৰ ভিতৰতে উদ্যোগপতি আৰু লক্ষপতি হৈ পৰে আৰু এনে ধৰণৰ পাৰত-গজা এক বিশেষ সম্প্ৰদায় অসমৰ চাহশিল্পৰ মালিকীস্বত্ব আৰু পৰিচালনাৰ ভাৰ লাভ কৰিবলৈ সক্ষম হয়। মনত ৰখা উচিত হ'ব যে এনে ধৰণৰ উদ্যোগপতি সকলৰ মুখ্য উদ্দেশ্য হৈছে অতি কম সময়ৰ ভিতৰতে অত্যধিক মুনাফা অৰ্জন কৰা। তেওঁলোকৰ আঞ্চলিক অৰ্থনৈতিক অৱস্থা বা শিল্পটোৰ ভৱিষ্যতৰ ওপৰত কোনো দৰদ নাই। গতিকেই যিকোনো উপায়েৰেই নহওক; তেওঁলোক মুনাফা অৰ্জনত ব্ৰতী হয়। ফল স্বৰূপে অতি অলপ দিনৰ ভিতৰতে অসমৰ চাহৰ মান পৰি আহে আৰু আন্তৰ্জাতিক বজাৰত অসমৰ চাহৰ মৰ্য্যাদা নিম্নগতি হয়। পুনৰ এই নতুন মালিক-গোষ্ঠীয়ে পুনৰ সংস্থাপন বা উন্নয়ন উদ্দেশ্যত মূলধন নিয়োগ কৰি বাগানৰ অৱস্থা উন্নত কৰিবলৈ কোনো আঁচনিয়েই হাতত লোৱা নাই। ফলস্বৰূপে উৎপাদিত চাহৰ মান উন্নত হোৱা পৰিলক্ষিত হোৱা নাই। বৰং

কিছুমান মালিকে বছৰটোত কেইটামান পাত চিঙাৰ পৰিবৰ্তে গোটেই বছৰ (অন্ততঃ যেতিয়ালৈকে সম্ভৱ হয়) পাত ছিঙি উৎপাদন বৃদ্ধি কৰিবলৈ চেষ্টা কৰাহে আমাৰ দৃষ্টি-গোচৰ হৈছে। খৰালি বত্তৰত চাহগছত কলম দি, গুৰিত কোৰকোদালি দি সাৰ-জাবৰ দিলেহে বাৰিষা ভাল পাত পোৱা হয়। তাকে নকৰি কৃত্রিম উপায়েৰে জল-সিঞ্চনৰ ব্যৱস্থা কৰি খৰালি মাহটো পাত চিঙা ব্যৱস্থা কৰিলে চাহৰ উৎপাদন পৰিমাণ বৃদ্ধি হ'ব—কিন্তু চাহৰ মান বেয়া হোৱা সুনিশ্চিত। মনত ৰখা উচিত হ'ব যে চাহ-বাগানৰ মালিক আৰু চাহ-খেতিয়ক দুটা সম্পূর্ণ সুকীয়া শ্রেণী। মালিক ঐশ্বর্য্যৰ মোহত অন্ধ, মুনাফাৰ খঁকত ব্যাকুল। তেওঁৰ আকাঙ্ক্ষা অদমনীয়,—তেওঁক মাত্র লাগে আৰু লাগে। অন্যহাতে চাহ-খেতিয়ক সম্পূর্ণ সুকীয়া ব্যক্তি। এজন প্রকৃত খেতিয়কে এজোপা চাহৰ গছক নিজৰ পো-পৰিয়ালৰ দৰে আতো-পুতো কৰে, তাৰ পৰিচর্য্যা কৰে আৰু ইয়াৰ উন্নতিৰ হ'কে আত্ম-নিয়োগ কৰে। যিহেতু চাহ-শিল্প শ্রম-বিস্তৃত আৰু যিহেতু চাহ পৰিতুষ্ট শ্রমিক-গোষ্ঠীয়েই চাহ-শিল্পৰ প্রধান ধৰণী, প্রকৃত চাহ-খেতিয়কে সদায়েই শ্রমিকক সন্তুষ্ট কৰি ৰাখিবলৈ প্রয়াস কৰে। কিন্তু দুর্ভাগ্যবশতঃ অসমৰ চাহ-শিল্পৰ নতুন মালিকসকলে উন্নয়ন, পুনৰ সংস্থাপন অৱহেলা কৰাৰ উপৰিও শ্রমিকসকলক সন্তুষ্ট কৰি ৰখাৰ প্রচেষ্টা হাতত লোৱা নাই। তদুপৰি এই নতুন মালিকসকলে আগৰ স্থানীয় কর্মচাৰীসকলক লাহে লাহে আঁতৰাই নিজৰ আত্মীয়স্বজনক ভর্তি কৰিবলৈ লৈছে। গতিকে এফালে শ্রমিকৰ মাজত সন্দেহৰ আৰু অসন্তুষ্টিৰ ভাব সৃষ্টি হৈছে আৰু অন্যহাতে থলুৱা মানুহৰ মনতো উদ্বেগ উদ্ভব হৈছে।

**অসম চাহ-উন্নয়ন নিগম**

এই সকলোবোৰ কাৰণ বশতঃ অসম চৰকাৰে অসমৰ চাহ-শিল্পৰ ভৱিষ্যত পৰিচালনা-নীতি যুগুত কৰিবৰ কাৰণে যোৱা

বছৰত্ত (১৯৭০) চনত এখন বিশেষজ্ঞ কমিটী নিয়োগ কৰে আৰু এই কমিটীৰ পৰামৰ্শক্ৰমে অসম চাহ-উন্নয়ন নিগম নাম দি এটা সংস্থা স্থাপন কৰিবলৈ যো-জা কৰে। বৰ্তমান কেইজনমান সদস্যাৰে গঠিত এটা সৰু কমিটীয়ে এই সংস্থাৰ নীতি-নিয়ম যুগুত কৰি আছে আৰু অতি সোনকালেই এই নিগমৰ কাৰ্য্য আৰম্ভ হ'ব। বিশেষজ্ঞ কমিটীৰ প্ৰতিবেদন অনুসৰি ২ কোটি টকা মূলধন লৈ এই নিগম আৰম্ভ কৰা হ'ব আৰু ইয়াৰ আধা অংশ ৰাইজৰ কাৰণে সদ্যহতে মুকলি কৰি দিয়া হ'ব। ইয়াৰে ৪০ শতাংশ চৰকাৰে, ৩০ শতাংশ বিত্তীয় অনুষ্ঠানবিলাকে আৰু বাকী ৩০ শতাংশ অন্যান্য লোকৰ ৰাইজৰ কাৰণে স্থিৰ কৰা হৈছে। ইয়াৰ পৰিচালনা মণ্ডলীতো চৰকাৰ, বিত্ত অনুষ্ঠান, আৰু চাহ-উদ্যোগৰ প্ৰতিনিধি থকাৰ উপৰিও শ্ৰমিক আৰু চাহ-বিশেষজ্ঞ প্ৰতিনিধি ৰখাৰ ব্যৱস্থা কৰা হৈছে। এই নিগমে সদ্যহতে মুকলি বজাৰত বিক্ৰি কৰিবৰ কাৰণে আগবঢ়োৱা চাহ-বাগানবিলাক ক্ৰয় কৰি পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰিব। পিচত চাহ-মিশ্ৰণ পেকিং, যোগান আৰু বিক্ৰি, পৰিবহন ইত্যাদিও হাতত লব। মুঠতে অৱস্থাৰ অনুকূলে অসমৰ চাহ-শিল্পৰ সৰ্বাঙ্গীন উন্নতি এই নিগমৰ প্ৰকৃত লক্ষ্য।

### এটেইকল

ইতিমধ্যে Assam Tea Employees Industrial Co-operative Organisation Limited চমুকৈ "এটেইকল" নামে এটা সমবায় অনুষ্ঠান স্থাপন কৰিবলৈ যো-জা চলিছে। এই অনুষ্ঠানৰো উদ্দেশ্য হৈছে চাহবাগান ক্ৰয় কৰি পৰিচালনাৰ ভাৰ লোৱা। এই "এটেইকল" সমবায় ভিত্তিত স্থাপন কৰিবলৈ লোৱা হৈছে। ইয়াত অসমৰ যিকোনো চাহবাগানৰ মকৰলী লোক বা বিষয়াই (যদিহে বয়স ১৮ বছৰৰ বেচি হৈছে) আৰু

যিকোনো চাহ-কৰ্মচাৰী বিষয়ত জড়িত ট্ৰেড্ ইউনিয়নৰ কৰ্মী বা বিষয়া এই চচাইটিৰ সভ্য হ'ব পাৰিব। ইয়াৰ উপৰিও চাহ-বাগানত স্থাপন কৰা সমবায়, বেঙ্ক আৰু বিত্ত যোগান চচাইটি আৰু চৰকাৰ অন্য সদস্য হ'ব পাৰিব। এই চচাইটিৰ ১ কোটি মূলধন হিচাবে ধৰা হৈছে। ইয়াৰ ১০ লাখ ১০ টকা মূল্যৰ অংশত বিক্ৰি কৰা হব। এই ১০ লাখ আৰু ৭.৫ লাখ ব্যক্তি-গত সদস্য (Individual member) আৰু বাকী ২.৫ লাখ অন্য সদস্যৰ কাৰণে ৰখা হৈছে। এজন ব্যক্তিগত সদস্যই পঞ্চমাংশ বা ২৫০০০ মূল্যৰ অধিক অংশ লব নোৱাৰিব। দেখাত এই উদ্যম অতি প্ৰশংসনীয়। কিয়নো চাহ-কৰ্মী আৰু শ্ৰমিকে নিজৰ অৰ্থৰে যদিহে বাগানৰ মালিকীস্বত্ব সংগ্ৰহ কৰিব পাৰে, তেতিয়া হ'লে বাগান শ্ৰমিক-কৰ্মীৰ নিজৰ সম্পত্তিত পৰিণত হ'ব আৰু ইয়াৰ উন্নতিৰ কাৰণে শ্ৰমিক কৰ্মী সদায়েই তৎপৰ হ'ব। এনে অৱস্থাত শ্ৰমিক কৰ্মী যেতিয়া নিজেই মালিক, তেতিয়া তাত শোষণ নাথাকিব, শ্ৰমিক-মালিকৰ সংঘৰ্ষ নহ'ব আৰু সকলোৱেই সমূহীয়া উদ্যমেৰে আৰু সমূহীয়া প্ৰচেষ্টাৰে ব্যক্তিগত স্বাৰ্থ উন্নত কৰাত প্ৰয়াস পাব।

মন কৰিবলগীয়া যে সমবায় হৈছে পুঁজিবাদ আৰু সমাজ-বাদৰ মধ্যবৰ্তী অৱস্থা। পুঁজিবাদৰ অশুভ লক্ষণবিলাক ত্যাগ কৰি, ব্যক্তিগত সম্পত্তি-স্বত্বৰ ভিত্তিত সমূহীয়া প্ৰচেষ্টাৰ দ্বাৰা ব্যক্তিগত উন্নতি সাধন কৰাই হৈছে সমবায়ৰ মুখ্য উদ্দেশ্য। সমবায়ৰ মুখ্য উদ্দেশ্য সেৱা, মুনাফা নহয়। ই দুৰ্বলৰ স্বাৰ্থ ৰক্ষাৰ প্ৰধান সোপান। ইয়াৰ দ্বাৰাই সবলে দুৰ্বলৰ ওপৰত শোষণ-অত্যাচাৰ কৰা বন্ধ কৰা সম্ভৱ। গতিকে আদৰ্শগত দিশৰপৰা এই "এটেইকল" অনুষ্ঠান অতি প্ৰশংসনীয়। কিন্তু আদৰ্শৰ ভিত্তিত কোনো বাণি-জ্যিক অনুষ্ঠান পৰিচালনা সম্ভৱ নহয়। ইয়াৰ দ্বাৰা আদৰ্শত উপনীত হোৱা যাব পাৰে, কিন্তু উদ্যোগৰ শ্ৰীবৃদ্ধি হোৱা সম্ভৱ নহয়।

অসমত, তথা সমগ্র ভাৰতত সমবায় আন্দোলনে, বিভিন্ন ধৰণৰ চৰকাৰী সাহায্য পোৱা সত্বেও আজি পৰিমিত গা-কৰি উঠিব পৰা নাই। ইয়াৰ কাৰণ কি? অনাটন বস্তু বিতৰণৰ কাৰণে স্থাপন কৰা সমবায় চ'চাইটি বস্তুৰ অনাটন থাকে মানে তিষ্ঠি থাকে। মুকলি বজাৰত বস্তু পোৱা হ'লেই সমবায়ৰ অৱস্থা কাহিল হৈ পৰে। আনকি "সহায়িকা"ৰ নিচিনা অনুষ্ঠান, "হ'লচেল সমবায় চ'চাইটি", "অসম এপেক্স সমবায় চ'চাইটি" এইবোৰ আজি নিশকতীয়া হৈ কেলেপ-ধেলেপ কৰি থাকিবলগীয়া হৈছে কিয়? হয়তো বহুতে আঙুলিয়াই দিব অসম সমবায় চেনিকল সমবায় মৰাপাট কল, বা অন্য ৰাজ্যত যেনে "আমুল সমবায় চ'চাইটি" ইত্যাদি কিয় স্থাপন কৰা হৈছে? এইবোৰৰ কিছুমান যেনে—"আমুল" অতি লাভজনকভাৱে পৰিচালিত হৈছে। কিন্তু মন কৰিবলগীয়া যে এইবোৰ সমবায়ৰ উদ্দেশ্য সম্পূৰ্ণ বিভিন্ন ধৰণৰ। "আমুল" সমবায় স্থাপন কৰা হৈছিল গোৱালৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে, চেনি আৰু মৰাপাট কলৰ সমবায় স্থাপন কৰা হৈছে কুঁহিয়াৰ আৰু মৰাপাট-কৃষকৰ স্বাৰ্থৰক্ষাৰ অৰ্থে। গতিকে এনে সমবায়ে ইয়াৰ প্ৰধান উদ্দেশ্য ৰক্ষা কৰাত সফলতা লাভ কৰিছে। এতিয়া প্ৰশ্ন হৈছে "এটেইকল" কাৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে স্থাপন কৰিবলৈ লোৱা হৈছে? চাহ কৃষকৰ নে চাহ—কৰ্মীৰ? ক'ব পাৰি চাহ-বাগানৰ মালিকী স্বত্ব "এটেইকলৰ" হাতত ন্যস্ত হ'লে চাহ-কৃষক চাহ-কৰ্মীৰ স্বাৰ্থ একেই হৈ পৰিব। আদৰ্শ গত-ভাৱে ই সচা হ'ব পাৰে, কিন্তু যথাৰ্থতে ই সম্ভৱ নহয়।

অসমৰ প্ৰায় ৭৫০ খন বাগানত প্ৰায় ৫ লাখ বনুৱা আছে। প্ৰতিজন বনুৱাই যদিহে ২০'০০ টকা মূল্যৰ এটাকৈ অংশ কিনে তেতিয়া প্ৰায় ১ কোটি সংগ্ৰহ হয়। আৰু তেতিয়া প্ৰতিজন বনুৱাই ১০'০০ টকাৰ অংশীদাৰ হৈ বাগানৰ মালিকী স্বত্ব লাভ কৰিব। কিন্তু "এটেইকলে" কেইখন বাগান কিনিব পাৰিব?

ঝুমুৰ্মাৰ এজন শ্ৰমিক বা কৰ্মীৰ দৰং জিলাৰ এখন বাগানৰ ওপৰত কি দখল থাকিব পাৰে? মুঠতে ২০·০০ টকাৰ কাৰণে তেনে এজন মানুহে এনে বাগান চলোৱাত সক্ৰিয় অংশ গ্ৰহন কৰিবলৈ আগবাঢ়ি আহিব জানো? সমবায় ভিত্তিত বাগান কিনাৰ মুখ্য উদ্দেশ্য হৈছে শ্ৰমিক-বনুৱাক সক্ৰিয় মালিক কৰা। যেতিয়ালৈকে "এইখন বাগান মোৰ নিজৰ", বা স্বত্বাধিকাৰৰ গৌৰৱ এজন শ্ৰমিকে অনুভৱ কৰিবৰ সুবিধা নাপায়, তেতিয়ালৈকে মাত্ৰ বাগানৰ মালিকীস্বত্ব পৰিবৰ্তনে শ্ৰমিকৰ অন্তৰত নতুন প্ৰেৰণাৰ সৃষ্টি নকৰে।

দ্বিতীয়তে, অসমত তথা ভাৰতত সমবায় অনুষ্ঠান নিশকতীয় হোৱাৰ প্ৰধান কাৰণ হৈছে, ইয়াত সমবায় স্থাপন কৰিবলৈ কোনো সতঃস্ফূৰ্ত প্ৰেৰণা নাই। ই সাধাৰণতে ওপৰৰ পৰা জাপি দিয়াৰ দৰে চৰকাৰৰ অনুপ্ৰেৰণাত হোৱা। গতিকে কোনো মানুহেই সমবায় পৰিচালনাত সক্ৰিয় অংশ গ্ৰহণ নকৰে। ফলত এদল স্বাৰ্থান্বেষী মানুহৰ ভাগ্য অন্বেষণৰ স্থল হৈ পৰে সমবায় অনুষ্ঠানসমূহ। "এটেইকলো" যে ইয়াৰ ব্যতিক্ৰম হ'ব তাৰ কোনো নমুনা নাই। অসমৰ চুকে কোণে সিঁচৰিত হৈ থকা ৫ লক্ষ শ্ৰমিকে সমবায়ৰ চেয়াৰ কিনিব আৰু তাক পৰিচালনা কৰিব কেইজন মান নিৰ্বাচিত প্ৰতিনিধিয়ে। গতিকেই ফলাফল কি হ'ব সহজেই অনুমেয়।

তৃতীয়তে "এটেইকলৰ" সভ্য মাত্ৰ চাহ-কৰ্মী শ্ৰমিকহে আৰু ট্ৰেড্ ইউনিয়নৰ বিষয়াহে হ'ব পাৰিব। এজন কৰ্মীয়ে (শ্ৰমিকেই হওক বা বিষয়াই হওক) ৬০ বছৰৰ পিচত শ্ৰমিক বা কৰ্মী হৈ থাকিব নোৱাৰে। ট্ৰেড্ ইউনিয়নৰ বিষয়া সদায়েই ট্ৰেড্ ইউনিয়নৰ বিষয়া হৈ থাকিব নোৱাৰে। যদিহে শ্ৰমিক বা বিষয়া হৈ নথকা অৱস্থাতে এনে মানুহে এটেইকলৰ সভ্য হ'ব, তেতিয়া হ'লে এটেইকলৰ সভ্য অন্য থলুৱা অসমীয়া মানুহৰ কাৰণে বন্ধ ৰখাৰ কাৰণ কি?

অসমৰ চাহ-শ্ৰমিক অৰ্ধশিক্ষিত, অশিক্ষিত আৰু অবিজ্ঞ। তেওঁলোকৰ ভিতৰত নিজৰ শ্ৰেণীৰ পৰা উঠি অহা কোনো নেতা নাই। ইয়াৰ ট্ৰেড্ ইউনিয়নসমূহ এতিয়াও "অশ্ৰমিক লিডাৰৰ" হাতত। শ্ৰমিকৰ স্বাৰ্থ ৰক্ষাৰ অজুহাতত, আৰু শ্ৰমিকক নানান প্ৰলোভনহে দেখুৱাই এই লিডাৰসকলে। শ্ৰমিকৰ ওপৰত তেওঁ-লোকৰ প্ৰতিপত্তি নিগাজী কৰাৰ প্ৰচেষ্টাত জন্ম হৈছে। "এটেইকল"। "এটেইকলে" বনুৱাৰ স্বাৰ্থ ৰক্ষা কৰিব নোৱাৰিব। অন্য সমবায় অনুষ্ঠানৰ দৰে এই অনুষ্ঠানেও বনুৱাক ধ্বংসৰ পথলৈ টানি দিব।

অসমৰ দুৰ্ভাগ্য যে বিভিন্ন মন্ত্ৰী দপ্তৰৰ ভিতৰত বুজাপৰাৰ অভাৱ। বৰং বিভিন্ন মন্ত্ৰীৰ মাজত হিংসা-খিয়ালৰ ভাব ইমান বেচি হৈছে যে তেওঁলোকে আজি-কালি ব্যক্তিগত স্বাৰ্থৰ খাতিৰত বা অন্য এজনক দুৰ্বল বা অপমানিত কৰাৰ প্ৰচেষ্টাত কেতিয়াবা দেশৰ, বা জাতীয় স্বাৰ্থ বিসৰ্জন দিবলৈও কুণ্ঠিত নোহোৱা হৈছে। অসমৰ "চাহ-উন্নয়ন নিগম" উদ্যোগ বিভাগৰ প্ৰচেষ্টাত স্থাপন হ'ব ধৰিছে। গতিকে অন্য এটা বিভাগে যাতে উদ্যোগ মন্ত্ৰীৰ এই প্ৰচেষ্টা সাফল্যমণ্ডিত নহয় তাৰ কাৰণে শ্ৰমিক নেতাসকলক উদগাই দি সমবায় ভিত্তিত একে উদ্দেশ্যৰ আৰু এটা অনুষ্ঠান গঢ়িবলৈ উঠি-পৰি লাগিছে। গতিকে "এটেইকল" স্থাপনত অৰ্থনৈতিক দিশটো একেবাৰে তল পৰিছে। ইয়াৰ পৰিণতি অতি ভয়ঙ্কৰ।

চাহ-শিল্পৰ প্ৰধান সমস্যা হৈছে বিত্ত সমস্যা। এই শিল্পৰ কাৰণে সুবিধ বিত্ত-যোগান আঁচনিৰ প্ৰয়োজন। প্ৰথমতে চলিত কাম-কাজ—যেনে পাত তোলা, চাহপাত তৈয়াৰ কৰা, পেকিং কৰা, বিক্ৰী স্থানলৈ পঠিওৱা, গুদামৰ ভাৰা দিয়াৰ উপৰিও গছ কলম দিয়া, কোৰ-কোদালি দিয়া, সাৰ দিয়া ইত্যাদি বিভিন্ন কাৰ্য্যৰ কাৰণে বাগানবিলাকত সক্ৰিয়নিধি বা চলতি মূলধনৰ প্ৰয়োজন। আমি আগতেই কৈ আহিছোঁ যে অসমৰ চাহবাগানৰ চাহ গছত বাৰ্ধক্যৰ চাপ পৰিছে আৰু উচ্চমান বিশিষ্ট চাহপাত

পাৰলৈ হ'লে পুৰণা গছ তুলি নতুন পুলি ৰোৱাৰ বন্দবস্ত কৰিবৰ হ'ল। ইয়াৰ উপৰিও বাগানত চাহপাত বনোৱা কলঘৰ আৰু ইয়াৰ যন্ত্ৰপাতিবোৰো অতি পুৰণা। বৈজ্ঞানিক আবিষ্কাৰ আৰু বিভিন্ন ধৰণৰ গৱেষণা আদিৰ ফলত বৰ্তমান যুগত নানান ধৰণৰ আধুনিক যন্ত্ৰপাতি আবিষ্কাৰ হৈছে আৰু ইয়াৰ ব্যৱহাৰৰ দ্বাৰা তৈয়াৰী ব্যয় হ্ৰাস হোৱাৰ উপৰিও তৈয়াৰী সামগ্ৰীৰ মানো বহুতো উন্নত হয়। যিহেতু চাহৰ মূল্য আন্তৰ্জাতিক বজাৰৰ যোগান চাহি-দাৰ ওপৰত নিৰ্ভৰশীল, উন্নত মানৰ চাহ তৈয়াৰ কৰিব নোৱাৰিলে ভাৰতৰ চাহে আন্তৰ্জাতিক বজাৰৰ কলঘৰ আধুনিকীকৰণৰ কাৰ-ণেও অৰ্থৰ প্ৰয়োজন। তদুপৰি শ্ৰম কল্যাণমূলক আঁচনি—যেনে শ্ৰমিক, কৰ্মীৰ বাসঘৰ, খেলাৰ সা-সুবিধা আৰু স্বাস্থ্যজনিত ব্যৱস্থা ইত্যাদিৰ কাৰণেও অৰ্থব্যয়ৰ প্ৰয়োজন। গতিকে হ্ৰস্ব-কালীন আৰু দীৰ্ঘকালীন বিত্তযোগান ব্যৱস্থা অসমৰ চাহ শিল্পৰ অতি প্ৰয়োজনীয় সমস্যা হৈ পৰিছে।

প্ৰথম বিধ, অৰ্থাৎ সক্ৰিয় নিধি বা চলিত মূলধন সাধাৰণতে বহুতো বাগানে বাণিজ্যিক বেঙ্কবিলাকৰপৰা পায়। ষ্টাৰ্লিং বা বৃটিচ কোম্পানীবিলাকে সাধাৰণতে বিদেশী বাণিজ্যিক বেঙ্কসমূহৰ-পৰা এইবিলাকৰ প্ৰয়োজনীয় চলতি মূলধন সংগ্ৰহ কৰে আৰু যিহেতু এই বিদেশী বেঙ্কসমূহৰ ঋণদান নীতি ভাৰতীয় বেঙ্কসমূহৰ ঋণ দান নীতিতকৈ সৰল, এই বিদেশী কোম্পানী বিলাকে প্ৰয়ো-জন অনুসৰি চলতি মূলধন সংগ্ৰহ কৰাত কোনো অসুবিধা নাপায়। গতিকে এনে মূলধন সংগ্ৰহৰ সমস্যা হৈছে ভাৰতীয় কোম্পানী বা চাহ বাগানৰ মালিকৰ কাৰণেহে। ভাৰতীয় চাহ কোম্পানীবিলাকে সাধাৰণতে ইউনাইটেড বেঙ্ক, ইউনাইটেড কমাৰ-চিয়েল বেঙ্ক আৰু ষ্টেট বেঙ্কৰপৰা এনে মূলধন সংগ্ৰহ কৰে। ইয়াৰ উপৰিও অসমৰ ক্ষুদ্ৰ ক্ষুদ্ৰ বাগানবিলাকে অসম টি প্লেন্টাৰচ সমবায় চ'চাইটি আৰু ইষ্ট ইণ্ডিয়া প্লেন্টাৰচ সমবায়ৰ জৰিয়তে বৰ্তমান চলতি

মূলধন সংগ্ৰহ কৰে। কিন্তু ১৯৭১ চনৰ প্ৰথম ভাগৰপৰা ভাৰতীয় বাণিজ্যিক বেঙ্ক সমূহে ঋণহ্ৰাস নীতি অৱলম্বন কৰাৰ কাৰণে বৰ্ত্তমান বছৰত বহুতো চাহ বাগান বিত্ত-বিপৰ্য্যৰ সমুখীন হ'ব লগা হৈছে। আবকাৰী শুল্ক, শ্ৰমিকৰ মজুৰি বৃদ্ধি, কম দামত খাদ্য যোগান, পৰিবহন ব্যয় বৃদ্ধি (পেট্ৰোল, মবিলত কৰ বৃদ্ধি কৰাৰ কাৰণে) ইত্যাদি বিভিন্ন কাৰণবশতঃ সাধাৰণতে চলিত ব্যয় বা তৈয়াৰী ব্যয় সকলো বাগিচাতে বৃদ্ধি হৈছে। অন্য হাতে সৰ্বমুঠ উৎপন্ন বৃদ্ধিৰ তাগিদা। কিন্তু পৰিতাপৰ বিষয় যে এফালে উৎপন্ন বৃদ্ধি হোৱা দূৰৰ কথা, যোৱা বছৰৰ উৎপাদন পৰিমাণ লক্ষ্য চুব পাৰিবনে নাই সিও সন্দেহ। এতিয়ালৈকে চাহ মালিক সন্থা বা ৰাজ্যিক চৰকাৰৰ তৰফৰপৰা উপৰোক্ত সমস্যা সমাধানৰ কোনো দৃঢ় দাবী আগবঢ়োৱা হোৱা নাই। মাত্ৰ ব্যক্তিগতভাৱে দুজন এজন চাহবাগান মালিকে এই সমীক্ষাটো উত্থাপন কৰিছে।

ডাঙৰ ডাঙৰ চাহ কোম্পানী বা মালিকৰ চলতি মূলধন সংগ্ৰহ সমস্যাতকৈ সৰু সৰু চাহবাগানবিলাকৰ সমস্যাটো বেচি জটিল। ডাঙৰ ডাঙৰ বাগানক কোম্পানীবিলাকে বাণিজ্যিক বেঙ্কবিলাকৰপৰা চলতি মূলধন সংগ্ৰহ কৰাত সিমান আহুকাল পোৱা নাই। কিন্তু সৰু সৰু বাগানবিলাকৰ কাৰণে বাণিজ্যিক বেঙ্কৰ দুৱাৰ বন্ধ বুলি কলেও অত্যুক্তি নহ'ব। অসমত প্ৰায় ডেৰশতকৈ অধিক এনে সৰু সৰু চাহ বাগিচা আছে। এই বাগানবিলাকে এতিয়া দুটা সমবায় সন্থাৰ জৰিয়তে কিছু চলতি মূলধন সংগ্ৰহ কৰে। ৰিজাৰ্ভ বেঙ্কৰপৰা অসম কো-অপাৰেটিভ এপেক্স বেঙ্কে সংগ্ৰহ কৰা মূলধন অসম টি-প্লেণ্টাৰচ্ সমবায় চ'চাইটি আৰু নৰ্থ-ইণ্ডিয়া প্লেণ্টাৰচ্ সমবায়ৰ জৰিয়তে সৰু সৰু বাগানবিলাকে এতিয়া যি চলতি মূলধন সংগ্ৰহ কৰে, এই অৰ্থ প্ৰয়োজনতকৈ বহুতো কম। গতিকে এই বাগানবিলাকে যাতে প্ৰয়োজন অনুসৰি চলতি মূলধন পাব পাৰে, তাৰ এটা বিকল্প ব্যৱস্থা অতি প্ৰয়োজন হৈ পৰিছে।

তদুপৰি সৰু বাগান আৰু ডাঙৰ বাগান দুয়ো বিধেই একে সমান হাৰত চলতি মূলধনৰ বাবদ দি সুদ দিয়া প্ৰশ্নটোও গভীৰভাৱে চিন্তা কৰিবৰ প্ৰয়োজন। ডাঙৰ কোম্পানী বা বাঁগানে বৃহৎ উদ্যোগৰ ব্যয় হ্ৰাস ( Economy of Scale ) উপভোগ কৰিব পাৰে। প্ৰশাসনীয় ব্যয়, ডাঙৰ আৰু সৰু দুয়োবিধ বাগানৰে একে ধৰণৰ, কিন্তু উৎপাদন পৰিমাণ কম-বেচি হোৱাৰ কাৰণে বহুতো লঘু হয়। কেন্দ্ৰীয় চৰকাৰে ডাঙৰ কৃষক আৰু কৃষকৰ বিভিন্ন হাৰত বাণিজ্যিক বেঙ্কৰপৰা ঋণ দিয়া প্ৰথা নীতিগতভাৱে মানি লৈছে। সেই একে দৰেই সৰু আৰু ডাঙৰ বাগানৰ কাৰণে দিয়া ঋণৰ উপৰোক্ত বিভিন্ন হাৰত সুদ লগোৱা যুক্তি সঙ্গত হ'ব। এই সম্পৰ্কে সৰু সৰু বাগানবিলাকে যুটীয়াভাৱে ব্যৱস্থা লোৱা প্ৰয়োজন।

চলতি মূলধন সংগ্ৰহতকৈ অসমৰ বাগানবিলাকৰ প্ৰধান সমস্যা হৈছে—দীৰ্ঘম্যাদী ঋণ সংগ্ৰহ কৰাটোহে। উন্নয়ন, পুনৰ সংস্থাপন কলঘৰ আধুনিকীকৰণ ইত্যাদি বিভিন্ন কাৰণে বাগানবিলাকক দীৰ্ঘ-ম্যাদী ঋণৰ প্ৰয়োজন। এনেকুৱা দীৰ্ঘম্যাদী ঋণ বৰ্তমান কৃষি পুনৰ বিত্তায়ণ নিগম (Agricultural Refinance Corporation), ভাৰতীয় টি-ব'ৰ্ড (Indian Tea Boards) ইত্যাদিৰপৰা পোৱাৰ বন্দবস্ত আছে। কৃষি পুনৰ বিত্তায়ণ নিগমতকৈ ভাৰতীয় টি-ব'ৰ্ডৰ-পৰা সুলভ হাৰত দীৰ্ঘম্যাদী ঋণ পোৱা হয়। কিন্তু এই সন্থাৰ পুঁজি কম, গতিকে সকলোবোৰ বাগানে পাব পৰা নাই। অন্যটো নিগমৰ ঋণ প্ৰথাৰ নিয়ম-কানুন বিশেষ জটিল ; গতিকেই ইয়াৰপৰা ঋণ লৈ উন্নয়ন আঁচনি কামত লগাবলৈ বহুতো বাগানে আগবাঢ়িবলৈ ইচ্ছা নকৰে। তদুপৰি পূৰ্বভাৰতত এই নিগমৰ কোনো শাখা অফিচ নথকাৰ কাৰণে, এই নিগমৰ সা-সুবিধা বহুতৰে অজ্ঞাত। এতিয়া লক্ষ্ণৌত ইয়াৰ এটা শাখা খোলা হৈছে আৰু আমাৰ বাগান-সমূহে ইয়াৰপৰা সুবিধা লবলৈ আগবাঢ়ি যাব বুলি আশা কৰা যায়।

অসমৰ চাহ শিল্পৰ অৰ্থ-অনাটন ৰিজাৰ্ভ বেঙ্কৰ দৃষ্টিগোচৰ হৈছে আৰু এই সম্পৰ্কে বিতংকৈ অধ্যয়ন কৰিবলৈ এটা ওৱৰ্কিং-গ্ৰুপ (Working Group) নিযুক্ত কৰিছে। কিন্তু মন কৰিবলগীয়া যে যোৱা ৭ বছৰৰ ভিতৰত তেনেকুৱা দুখন কমিটীয়ে, যেনে টি-ফাইনেঞ্চ কমিটী (বৰ্তমান ৰিজাৰ্ভ বেঙ্কৰ ডেপুটী গভৰ্ণৰ শ্ৰীচাৰিৰ তত্ত্বাৱধানত) আৰু অন্যটো এই কমিটীৰে সদস্য শ্ৰীবৰুৱাৰ দ্বাৰা, চাহ শিল্পৰ প্ৰয়োজনীয় অৰ্থ সম্পৰ্কে অধ্যয়ন কৰি এতিয়াও কামত লগোৱা হোৱা নাই।

অসমৰ চাহ শিল্প বৰ্তমান এনে অৱস্থাত পৰিণত হৈছে যে এতিয়াৰপৰা সতৰ্ক ব্যৱস্থা নললে এই শিল্প পৰিচৰ্য্যাৰ অভাৱত মৰহি যোৱাৰ আশঙ্কা আছে। মন কৰিবলগীয়া যে ১৯৬০ চনত অসমত প্ৰায় ৭৯৯ খন চাহ বাগান আছিল। এতিয়া ইয়াৰ ৭৫৫ খনলৈ কমি আহিছে। অথচ স্বীকাৰ কৰিব লাগিব যে সংখ্যা কম হোঁৱা সত্বেও গছ-পুলি থকা খেতিৰ মাটিৰ পৰিমাণ এতিয়া ১৯৬০ চনতকৈ বেচি। কিন্তু উপযুক্ত পৰিচৰ্য্যা নহ'লে, বয়সৰ-হেচাত দুৰ্বল হোৱা বাগানবিলাক কিমানদিন কেলেপ-ঢেলেপকৈ জীয়াই থাকিব? আকৌ জীয়াই থকাটোৱেই প্ৰধান সমস্যা নহয়। আন্তৰ্জাতিক বজাৰত প্ৰতিযোগিতাত তিষ্টি থাকিব পৰাকৈ তৈয়াৰী সামগ্ৰীৰ মান উচ্চ কৰাটো বিধেয় সমস্যা।

অসম চৰকাৰে যি চাহৰ উন্নয়ন নিগম স্থাপন কৰিব লৈছে, এই নিগমৰ নীতি-নিয়ম অলপ অদল-বদল কৰি বিভিন্ন বিত্ত-অনুষ্ঠান-বিলাকৰপৰা অসমৰ বাগানবিলাকৰ প্ৰয়োজনীয় দীৰ্ঘম্যাদী ঋণ-ব্যৱস্থা কৰা সম্ভৱ। এই সম্পৰ্কে চৰকাৰ আৰু নিগমে ব্যৱস্থা লোৱা উচিত।

অসমৰ চাহ শিল্পৰ আৰু এটা উল্লেখযোগ্য দিশ হৈছে, ইয়াৰ ওপৰতে বৰ্তি থকা বনুৱাসকল। চাহ শিল্পত শ্ৰমিক প্ৰাধান্য আৰু শ্ৰমিকৰ ভূমিকা ইয়াত অতি বেচি। প্ৰাক্-স্বাধীন যুগত

শ্ৰমিকক প্ৰায় জন্তু-পশুৰ দৰেই ব্যৱহাৰ কৰা হৈছিল আৰু মানৱীয় অধিকাৰ বা তেনেধৰণৰ সা-সুবিধা এওঁলোকৰ দুষ্প্ৰাপ্য আছিল। স্বাধীনোত্তৰ ভাৰতত এনে অৱস্থাৰ বহুতো পৰিবৰ্তন হৈছে যদিও শ্ৰমিক আৰু মালিক দুয়োৰে মাজত সম্পূৰ্ণ আত্মীয়তাৰ ভাৱ সৃষ্টি এতিয়াও হোৱা নাই। শ্ৰমিকে এতিয়াও মালিকক সন্দেহৰ চকুৰে চায় আৰু মালিকে শ্ৰমিকৰ সামান্য দাবীও মানি লবলৈ সম্পূৰ্ণ বুজা-পৰা হৈ উঠা নাই। ইয়াৰ কাৰণে দুয়ো পক্ষই কম-বেচি পৰিমাণে দায়ী। মালিকে মালিকী চৰ্ত উনবিংশ শতিকাৰ পুঁজি-পতিৰ চৰ্তৰ দৰেই এতিয়াও ভোগ কৰিবলৈ বিচাৰে আৰু কল্যাণমুখী ৰাষ্ট্ৰৰ মৌলিক নীতিৰ লগত নিজকে খাপখুৱাই লবলৈ অপাৰগ হৈ আছে। তেওঁলোকে এই চৰ্তৰ তিলমানো শ্ৰমিকৰ হাতত ন্যস্ত কৰিবলৈ ইচ্ছুক নহয়। অন্যহাতে শ্ৰমিকেও সদায়েই মালিকে শোষণ অৱলম্বন কৰি আছে বুলি ভ্ৰান্তি ধাৰণাৰ বশবৰ্তী হৈ নানান ধৰণৰ দাবী উত্থাপন কৰে আৰু সা-সুবিধা বিচাৰে। মালিকৰ শ্ৰমিকৰ দাবী সম্পূৰ্ণ কৰাৰ যোগ্যতা আছেনে নাই, তাৰ প্ৰতি শ্ৰমিক অন্যমনস্ক। ইয়াৰ কাৰণে কিছু পৰিমাণে মালিক দায়ী আৰু কিছু পৰিমাণে শ্ৰমিকৰ নেতাসকল দায়ী। মালিকে বাগানৰ সম্পূৰ্ণ আৰ্থিক অৱস্থা, লেন-দেন, লাভ-ক্ষতি শ্ৰমিকক পৰিষ্কাৰ ভাৱে বুজাই দিবলৈ চেষ্টা নকৰে, বৰং গোপন কৰিহে ৰাখে। অন্যহাতে, শ্ৰমিক নেতাসকলে নিজৰ প্ৰতিপত্তি অক্ষুন্ন ৰাখিবলৈ অসত্য তথ্য প্ৰচাৰ কৰি শ্ৰমিকৰ মাজত বিক্ষোভৰ সৃষ্টি কৰে।

ভাৰতত ট্ৰেড ইউনিয়ন আন্দোলনৰ আটাইতকৈ দুৰ্বল দিশটো হৈছে ই শ্ৰমিক গোষ্ঠীৰ বাহিৰৰ মানুহৰ দ্বাৰা পৰিচালিত। এই নেতাসকলে নিজৰ প্ৰতিপত্তি অক্ষুণ্ণ ৰাখিবলৈ সদায়েই আন্দোলনৰ পথ অনুসৰণ কৰে। কিয়নো, আন্দোলন উত্তেজনাৰ দ্বাৰা অশিক্ষিত, অৰ্ধ-শিক্ষিত মানুহক ভুলাই ৰখা অতি সহজ। গতিকেই আন্দোলন, ধৰ্মঘট, ঘেৰাওৰ মাত্ৰা বেচি হৈ গৈছে। কিন্তু পৰিতাপৰ বিষয়

যে কোনো শ্ৰমিক নেতাই কোনো শিল্পৰ উৎপাদন বৃদ্ধি কৰা, শ্ৰমিকৰ উৎপাদনী ক্ষমতা বৃদ্ধি কৰাৰ কাৰণে চিন্তা কৰা নাই বা আন্দোলন কৰা নাই। তেওঁলোকে চলিত উৎপাদনৰ সৰ্ববৃহৎ অংশ শ্ৰমিকৰ কাৰণে দাবী কৰিছে আৰু ফলস্বৰূপে দাৰিদ্ৰ্যৰ সমবৰ্ত্তন হৈছে, কিন্তু উপশম হোৱা নাই। এটা উদ্যোগৰ উৎপাদন বন্ধ ৰখা মানে—বৰ্ত্তমান কৰিব পৰা অৰ্থ উৎপাদন বন্ধ কৰা। ধৰ্মঘট কৰ্মবন্ধ নকৰিও শ্ৰমিকৰ অসন্তুষ্টি ব্যক্ত কৰাৰ বহুতো উপায় আছে। যদিহে তেনে পন্থা অৱলম্বন কৰা যায়, তেতিয়া হলে সম্পদ উৎপাদন ব্যাহত নহ'ব আৰু ইয়াৰ সুফল শ্ৰমিক মালিক উভয়ে উপভোগ কৰিব পাৰিব।

আমি আগতেই কৈ আহিছো যে অসমৰ চাহ শিল্পৰ শ্ৰমিকৰ মনত এই শিল্পৰ প্ৰতি কোনো আত্মীয়তা বোধ উদয় হোৱা নাই বা উদয় হোৱাৰ কোনো স্থল সৃষ্টি হোৱা নাই। শ্ৰমিকক বিশেষকৈ শ্ৰমিক প্ৰাধান্য এটা শিল্পত জাগৃত কৰাৰ নিতান্ত প্ৰয়োজন। বাগানৰ মালিকী স্বত্ব, ইয়াৰ পৰিচালনাত শ্ৰমিকক ভাগ লবলৈ দিয়া আৰু শ্ৰমিকৰ সকলো মানৱীয় অধিকাৰ উপভোগ কৰিবলৈ দিলে, শ্ৰমিক নিজেই এই শিল্পৰ উন্নতিৰ হ'কে আগ্ৰহান্বিত হ'ব। কিয়নো, এই শিল্পৰ ওপৰতে তেওঁলোকৰ বৰ্ত্তমান আৰু ভৱিষ্যত নিৰ্ভৰ কৰিছে। সম্পত্তিৰ গৰ্বত আত্মহাৰা হৈ ভৱিষ্যতক পাহৰি থকা নিজৰ আৰু দেশৰ দুয়োৰে কাৰণে ক্ষতিকৰ।

———

# অসমৰ চাহ-শ্ৰমিক

অসমৰ সংগঠিত খণ্ডৰ উদ্যোগ বুলিলে এতিয়াও চাহ-শিল্পৰ কথাই প্ৰথমতে মনলৈ আহে। চাহবাগানবিলাকে অসমৰ কৃষি ভূমিৰ ৭ শতাংশ অধিকাৰ কৰি আছে। এই শিল্প ভাৰতৰ ভিতৰতে পুৰণা আৰু ইয়াত বাৰ্দ্ধক্যৰ চাপ পৰিলক্ষিত হৈছে।

চাহ-শিল্পৰ এটা বিশিষ্ট লক্ষণ হৈছে যে ই শ্ৰম বহুল। প্ৰায় কেইবা লাখ শ্ৰমিক এই শিল্পৰ ওপৰতে নিৰ্ভৰ কৰি বৰ্তি আছে। চাহ-শিল্পৰ আৰম্ভণিতে এই শ্ৰমিকবিলাকক ঠিকা ব্যৱস্থাত প্ৰলোভন দেখুৱাই, বা ফুচুলাই অসমৰ বাহিৰৰপৰা অনা হৈছিল। কিন্তু কেইবা যুগ একেলেথাৰিয়ে অসমত থকাৰ পাচত এওঁলোক হাড়ে-হিমজুৱে অসমীয়া হৈ পৰিছে। মন কৰিবলগীয়া যে "অসমীয়া" শব্দটো আজিকালি এক বিশেষ গোষ্ঠী-সমষ্টিৰ পৰিচায়ক নহয়। অসমত জন্ম গ্ৰহণ কৰা বা অসমলৈ অহা যিসকল লোকে অসমৰ কৃষ্টি, সভ্যতা, অসমৰ মাত-কথা গ্ৰহণ কৰিছে আৰু অসমৰ আশা-আকাঙ্ক্ষা, অসমৰ সমস্যা আদিৰ লগত নিজকে জড়িত কৰি, দুখে-সুখে থলুৱা লোকৰ লগত একগোট হৈ দিন যাপন কৰিছে, এনে সকলোবোৰেই অসমীয়া বুলি পৰিচয় দিয়াৰ অধিকাৰ পাইছে। যি কি নহওক, এই লোকসকলৰ সমস্যা অসমৰ জাতীয় সমস্যাৰ অংশ বিশেষ হৈ পৰিছে আৰু এইবিলাকৰ সমাধানৰ উপায় জাতীয় সমস্যাৰ পৰিপ্ৰেক্ষিতত চিন্তা কৰা উচিত।

## শ্ৰমিক আৰু পুঁজিবাদী ব্যৱস্থা

পুঁজিবাদী সমাজ ব্যৱস্থাৰ আধাৰত পৰিচালিত অৰ্থনীতিত শ্ৰমিক আৰু মালিকৰ সংঘৰ্ষ অনিবাৰ্য্য। শ্ৰমিকে বিচাৰে চাকৰিৰ নিৰাপত্তা, জীৱন নিৰ্বাহৰ উপযোগী নিম্নতম মূল্য আৰু মানুহ হিচাবে জীয়াই থকাৰ অধিকাৰ। অন্যহাতে মালিকে বিচাৰে ক্ৰমবৰ্দ্ধমান লাভাংশৰ পৰিমাণ, হয় উৎপাদন বৃদ্ধি কৰি বা তৈয়াৰী বস্তুৰ গুণাগুণ উন্নত কৰি, নতুবা ব্যয় সঙ্কোচন কৰি। লাভৰ অংশ বৃদ্ধি কৰিব নোৱাৰিলেও ইয়াক স্থিতিশীল অৱস্থাত ৰখাই হৈছে মালিকৰ প্ৰধান উদ্দেশ্য। শ্ৰমিক আৰু মালিকৰ এই ভিন্নমুখী উদ্দেশ্যৰ সংঘাত কাৰণেই উদ্যোগত বিভিন্ন সমস্যাৰ উদ্ভৱ। চাহ-শ্ৰমিকৰ একুৰি এটা সমস্যাৰ কথা আলোচনা নকৰি মাত্ৰ প্ৰধান দুটা সমস্যা চমুকৈ আলোচনা কৰিবলৈ লৈছোঁ। এই সমস্যা দুটাৰ প্ৰথমটো হৈছে চাহ শিল্পত উদ্ভৱ হোৱা নিবনুৱা সমস্যা আৰু দ্বিতীয়টো চাহ শ্ৰমিকৰ চাহ-শিল্পৰ প্ৰতি একত্ববোধ।

## নিবনুৱা সমস্যা

অসম চৰকাৰৰ পৰিসংখ্যা বিভাগে যুগুত কৰা হিচাব মতে ১৯৬৭ চনৰ চেপ্তেম্বৰ মাহত চাহ শিল্পত নিয়োগ কৰা শ্ৰমিকৰ সংখ্যা আছিল ৪,৫৭,২৬০ জন। ১৯৬৮ চনৰ চেপ্তেম্বৰ মাহত এই শ্ৰমিকৰ সংখ্যা হয় ৪,৩৮,৬৩০ জন। ইয়াৰ মানে হ'ল যে একে বছৰৰ ভিতৰতে ১৮৬৩০ জন মানুহক কামৰপৰা খেদোৱা হৈছে। এই বিভাগৰ হিচাব মতেই নিবনুৱা চাহ শ্ৰমিকৰ সংখ্যা হ'ব ১০,০০০০ (এক লাখ) জন। (Economic Survey, 1968–P. 65)। এই বিভাগৰে প্ৰকাশিত অন্য এখন পুস্তিকাত ১৯৬১ চনৰপৰা অসমৰ চাহবাগানত নিয়োগ কৰা শ্ৰমিকৰ সংখ্যা দেখুউৱা হৈছে। এই পুস্তিকাৰ বিৱৰণি মতে ১৯৬১ চনত শ্ৰমিকৰ

সংখ্যা আছিল ৪৩৯০০০ জন। ১৯৬৩ চনত ইয়াৰ সংখ্যা হয় ৪,৫৫০০০ আৰু ১৯৬৭ চনত ৪০৬০০০ জন। ( Statistical Hand Book of Assam '69-P. 04 ) যি কি নহওক ওপৰৰ বিবৰণিবপৰা এটা কথা প্ৰকাশ পাইছে যে চাহবাগানত নিয়োজিত শ্ৰমিকৰ সংখ্যা ক্ৰমান্বয়ে কমি আহিছে। ফলত চাহবাগানত নিবনুৱাৰ সৃষ্টি হৈছে।

অসমত নিবনুৱা সমস্যাটোৱে ইতিমধ্যেই বিৰাট আকাৰ ধাৰণ কৰিছে। চৰকাৰী হিচাব মতেই ১৯৬৯ চনৰ মাৰ্চ মাহৰ শেষলৈকে কৰ্ম সংস্থাপনৰ ব্যৱস্থা নোহোৱা লোকৰ সংখ্যা আছিল ৬৫৩০০০। চতুৰ্থ পৰিকল্পনাৰ কালছোৱাত আৰু ৬৪৭০০০ মানুহে নিয়োগৰ সুবিধা বিচাৰি শ্ৰম-বজাৰত প্ৰৱেশ কৰিব। গতিকে ১৩ লাখ মানুহৰ কাৰণে নিয়োগৰ সুবিধা প্ৰয়োজন। চতুৰ্থ পৰিকল্পনাৰ আৰম্ভণিলৈকে নিয়োগৰ সুবিধা নোপোৱা ৬.৪৭ লাখৰ ১ লাখেই হ'ল চাহ-বাগানৰ শ্ৰমিক। উচ্চ শিক্ষিত, শিক্ষিত, কাৰিকৰী শিক্ষাত শিক্ষিত, অশিক্ষিত, ভূমিহীন আৰু অৰ্হতাহীন ইত্যাদি বিভিন্ন ধৰণৰ নিবনুৱাৰ শ্ৰেণীত চাহ-বাগানৰ নিবনুৱাবিলাকো অন্তৰ্ভুক্ত হৈছে। এই নিবনুৱাবিলাকৰ বিশেষত্ব এই যে এওঁলোকৰ শ্ৰম-যোগানৰ ক্ষমতাৰ বাহিৰে অন্য শিক্ষা বা অৰ্হতা নাই। গতিকে কায়িক শ্ৰম প্ৰয়োজন হোৱা আঁচনিৰ দ্বাৰাহে এওঁলোকৰ কৰ্ম সংস্থানৰ ব্যৱস্থা কৰিব পৰা হ'ব।

এতিয়া প্ৰশ্ন উঠে চাহ-বাগানত নিবনুৱা সমস্যা কেনেকৈ উদ্ভৱ হৈছে? ১৯৬১ চনত সৰ্বমুঠ চাহবাগান কৰা মাটিৰ পৰিমাণ আছিল ১৬২৩৬৭ হেক্টৰ। ১৯৬৮ চনত এনে মাটিৰ পৰিমাণ হয় ১৭৬৮১২ হেক্টৰ। ইয়াৰ পৰা বুজা যায় যে ৮ বছৰৰ ভিতৰত চাহগছ ৰোৱাত ব্যৱহৃত মাটি ১৪,৪৪৫ হেক্টৰ বৃদ্ধি হৈছে, অন্যহাতে এই কাল ছোৱাত শ্ৰমিকৰ সংখ্যা ৩৩ হাজাৰজন কমি গৈছে। একালে বাগানৰ সম্প্ৰসাৰণ আৰু আন ফালে শ্ৰমিক নিয়োগৰ

সংকোচন দুয়োটাই একে সময়তে কেনেকৈ সম্ভৱ হ'ব পাৰে ই এতিয়াও আমাৰ বোধগম্য হোৱা নাই।

আমি আগতেই উন্মুকিয়াই আহিছোঁ যে পুঁজিবাদী অৰ্থ ব্যৱস্থাৰ আধাৰত পৰিচালিত শিল্প খণ্ডত মালিকৰ মুখ্য উদ্দেশ্য হৈছে মুনাফাৰ মাত্ৰা বৃদ্ধি কৰা। আকৌ আমি উন্মুকিয়াই আহিছোঁ যে অসমৰ চাহ-শিল্পত বাৰ্দ্ধক্যৰ স্বাভাৱিক চাপ পৰিছে। গতিকে চাহবাগানৰ উৎপাদিকা শক্তি বা উৎকৃষ্ট ধৰণৰ পাত তৈয়াৰ কৰিব পৰা কেঁচাপাত উৎপন্নৰ ক্ষমতা কমি আহিছে। নতুন অৰ্থ বিনিয়োগ কৰি বাগানৰ উন্নতি সাধন কৰাৰ পৰিবৰ্তে চাহ মালিকসকলে নানা ধৰণৰ ব্যয় সংকোচনৰ ব্যৱস্থা অৱলম্বন কৰি মুনাফাৰ মাত্ৰা অন্ততঃ স্থিতিশীল অৱস্থাত ৰাখিবলৈ চেষ্টা কৰিছে আৰু ইয়াৰ ফল স্বৰূপেই নিবনুৱা সমস্যা সৃষ্টি হৈছে। শ্ৰমিক দুৰ্বল। সিহঁতে যিকোনো মুল্যতে শ্ৰম বিক্ৰি কৰিবই লাগিব। সিহঁতৰ সংগঠিত শক্তিও লেহুকা। গতিকে মালিকে শ্ৰম-শক্তি কমাই অনাত বিশেষ বাধাপ্ৰাপ্ত হোৱা নাই।

## এই একলাখ নিবনুৱা লোকৰ কি ব্যৱস্থা কৰা হয়

এতিয়া সমস্যা হৈছে এক লাখৰো অধিক লোকক ক'ত নিয়োগৰ ব্যৱস্থা কৰা হয়। নিয়োগৰ ব্যৱস্থা কৰা অসমত অতি দুৰূহ, বিশেষকৈ অশিক্ষিত আৰু অৰ্হতাহীন মানুহৰ কাৰণে। এই মানুহবোৰৰ একমাত্ৰ সম্বল হৈছে তেওঁলোকৰ শাৰীৰিক যোগ্যতা। গতিকে শাৰীৰিক শ্ৰম প্ৰয়োজন হোৱা আঁচনিৰ দ্বাৰাহে এওঁলোকৰ নিয়োগৰ সুবিধা সৃষ্টি কৰিব পৰা হ'ব। চতুৰ্থ পৰিকল্পনাৰ নিৰ্মাণ আঁচনি যেনে ঘৰ সজা, ৰাস্তা বন্ধা ইত্যাদি কামত এই লোকসকলক নিযুক্তি দিয়াৰ ব্যৱস্থা ললে, কিছুলোকে অন্ততঃ নিয়োগৰ সুবিধা পাব। এতিয়া এনে কামৰ কাৰণে "বিহাৰী শ্ৰমিকৰ" ওপৰতে নিৰ্ভৰ কৰিব লগা হৈছে। বিহাৰী শ্ৰমিকৰ

পৰিবৰ্তে এই নিবনুৱা চাহ শ্ৰমিকবিলাকক এনে কামত নিয়োগ কৰিলে অন্ততঃ অসমৰ অৰ্থ অসমৰ ভিতৰতে থাকিব।

চাহ শ্ৰমিকৰ ভৱিষ্যত, তেওঁলোকৰ কল্যাণ ইত্যাদিৰ কাৰণে চাহবাগানবিলাকেও সম্পূৰ্ণ দায়িত্ব নীতিগত আৰু আইনগতভাৱে বহন কৰা উচিত। কিয়নো চাহবাগান মুকলি কৰাৰ সময়ত চুক্তি কৰি, ঠিকা কৰি বা ফুচুলাই এই মানুহবিলাকক তেওঁলোকৰ নিজা ঠাইৰপৰা লৈ অহা হৈছিল। এই মানুহবিলাকে তেওঁলোকৰ সকলো সম্পদ (শাৰীৰিক শক্তি) দি চাহ উদ্যোগ ঠন ধৰি উঠাত সহায় কৰি আহিছে। গতিকে তেওঁলোকৰ অন্ন-সংস্থান বা অন্য সা-সুবিধা যোগান ধৰা চাহ-শিল্পৰ দায়িত্ব। আমি জনাত চাহ-বাগানবিলাকত এতিয়াও চন পৰি থকা কৃষিৰ উপযোগী মাটি আছে আৰু এই গোটেইখিনি মাটি চাহগছ লগাবৰ কাৰণে প্ৰয়োজন নহ'ব। আন্তৰ্জাতিক বজাৰত চাহৰ যোগান চাহিদাত ভাৰসাম্য নোহোৱা হৈছে আৰু তীব্ৰ প্ৰতিযোগিতাৰ সৃষ্টি হৈছে। আফ্ৰিকা, ব্ৰহ্মদেশ, সিংহল আদি দেশৰপৰাও চাহৰ যোগান বৃদ্ধি হৈছে। এনে পৰিস্থিতিত চাহৰ উৎপাদন বৃদ্ধিৰ কাৰণে নতুন বাগান বনোৱাতকৈ অৱস্থিত বাগানৰ উন্নতি সাধন কৰি চাহৰ গুণ উন্নত কৰাৰ প্ৰতিহে লক্ষ্য দিয়া উচিত। তদুপৰি চাহ বাগান সম্প্ৰসাৰণ কৰিবলৈও চাহ বাগানত থকা সকলো উপকৰা বা উদ্বৃত ভূমি প্ৰয়োজন নহ'ব। গতিকে এনে মাটি শ্ৰমিকৰ মাজত বিতৰণ কৰি দি, উপযুক্ত ঋণ আদিৰ সুবিধা দিলে, এফালে নিবনুৱা সমস্যা উপশম হ'ব আৰু আনহাতে দেশৰ সমৃদ্ধি বৃদ্ধি হ'ব। এনে মাটি বিতৰণ কৰোঁতে এটা কথালৈ লক্ষ্য ৰখা উচিত। এটা কৃষক পৰিয়ালে বা শ্ৰমিক পৰিয়ালে যাতে অন্ততঃ ১০ বিঘা মাটি পায় তাৰ ব্যৱস্থা ৰখা উচিত। কিয়নো এনে কৰিলেহে একোটা একোটা পৰিয়ালে অৰ্থনৈতিক ভাৱে লাভৱান হোৱা ধৰণৰ কৃষি কৰিব পাৰিব।

ইয়াৰ উপৰিও, উঠি অহা ডেকা শ্ৰমিকক বিভিন্ন কাৰ্য্যকৰী বিষয়ত শিক্ষা দিয়াৰ ব্যৱস্থা লোৱাও প্ৰয়োজন। কাঠমিস্ত্ৰী, ৰাজমিস্ত্ৰী, ফিটৰ, ড্ৰাইভাৰ, দৰ্জি ইত্যাদি বিষয়ৰ কাৰ্যকৰী শিক্ষা দিলে বাগানৰ ভিতৰতে তেওঁলোকৰ নিয়োগৰ সুবিধা হ'ব। তাৰ বাহিৰেও বাগানৰ সৰুসুৰা ঠিকা কাম, বাগানৰ বজাৰত দোকান পোহাৰ ইত্যাদি বিষয়ত চাহ শ্ৰমিকক অগ্ৰাধিকাৰ দিয়া উচিত।

## একত্ব বোধ (Sense of belonging)

আমি আগতেই কৈ আহিছোঁ যে বাগানৰ শ্ৰমিকবিলাকক অন্য প্ৰদেশৰপৰা নানান প্ৰলোভন দেখুৱাই অনা হৈছিল আৰু ইবিলাকৰ অজ্ঞতা, নিৰক্ষৰতা, আৰু সংগঠন হীনতাৰ সুযোগ লৈ গৰু-পশুৰ দৰে কামত নিয়োগ কৰা হৈছিল। মুক্ত প্ৰাণীৰদৰে সামান্য অৰ্থৰ বিনিময়ত সিহঁতে বছৰৰ পাচত বছৰ গাধৰ দৰে খাতি মালিকৰ ঐশ্বৰ্য্য সৃষ্টি কৰিছে, সম্ভোগৰ যোগান ধৰিছে আৰু মালিকে সাম্ৰাজ্যৰ সপোন দেখি ডেঞ্চ, ড্ৰিঙ্ক কৰি পাহৰি আছে প্ৰকৃত সম্পদ সৃষ্টিকাৰী মূঢ় শ্ৰমিকৰ কথা। কোনো স্তৰতে, কোনো অৱস্থাতে, আনকি এতিয়াও কোনো মালিকে শ্ৰমিকৰ উন্নতি বা কল্যাণ স্ব-ইচ্ছাৰে চিন্তা কৰা নাই। যিখিনি দিবলগীয়া হৈছে, যেনে নিম্নতম মজুৰী, বনাচ, প্ৰভিডেণ্ড ফাণ্ড, চিকিৎসা ইত্যাদি আইনৰ কবলত পৰি বাধ্য হৈ যোগান ধৰিছে। কোনো স্তৰতে শ্ৰমিকৰ চাহ শিল্পৰ প্ৰতি আত্মীয়তা ভাব সৃষ্টি কৰাৰ প্ৰচেষ্টা হাতত লোৱা হোৱা নাই। স্বীকাৰ কৰিব লাগিব যে পুঁজিবাদী মালিকানা স্বত্ব ব্যৱস্থাৰ ভিত্তিতেই অসমত চাহ শিল্পৰ আৰম্ভ আৰু উদ্যোক্তাই ইয়াৰ কাৰণে যথেষ্ট অৰ্থ বিনিয়োগ কৰিবলগীয়া হৈছে। কিন্তু এইটোও স্বীকাৰ কৰিব লাগিব যে মালিকে ইমান দিনে এই উদ্যোগৰ জৰিয়তে যি অৰ্থ সংগ্ৰহ কৰিলে তাৰ বিনিময়ত প্ৰকৃত অৰ্থ সৃষ্টি কৰা শ্ৰমিকক একোৱেই দিয়া নাই। আজিও

মালিকে মালিকানা স্বত্ব লৈ উদ্যোগৰ উদ্বৃত্ত উপভোগ কৰিছে আৰু আজিও শ্ৰমিকে হাজিৰা কৰি দুবেলা দুমুঠি অন্ন সংস্থানৰ ব্যৱস্থা কৰিছে। কোনো বাগানতে শ্ৰম বিক্ৰয়ৰ বাহিৰে শ্ৰমিকৰ কোনো এক্তিয়াৰ নাই।

পুঁজিবাদী অৰ্থ ব্যৱস্থাৰ প্ৰভাৱ আৰু মালিকানা স্বত্বত পৰিচালিত উদ্যোগ ব্যৱস্থা পৃথিৱীৰ বহুত দেশতে বিলুপ্ত হৈ আহিছে আৰু তীব্ৰ পুঁজিবাদ বিশ্বাসী দেশতো মালিকানা স্বত্বৰ পৰিবৰ্তন সাধিত হৈছে। এচিয়া মহাদেশৰ বৃহৎ অঞ্চলত সাম্যবাদী অৰ্থনীতিৰ ভাবধাৰা বিয়পি পৰিছে আৰু আমাৰ দেশো ইয়াৰ দ্বাৰা প্ৰভাৱান্বিত। মালিকে শ্ৰমিকক শোষণ কৰা, বা শিল্প পৰিচালনাৰ দায়িত্ব দিয়াৰপৰা বঞ্চিত কৰা ক্ৰমান্বয়ে কঠিন হৈ আহিছে। সম অধিকাৰৰ ভিত্তিত স্থাপিত অৰ্থব্যৱস্থাৰ প্ৰভাৱ এচিয়া মহাদেশৰ চুকে-কোণে বিয়পি পৰিছে আৰু এই নতুন ব্যৱস্থাৰ প্ৰভাৱ আৰু গতিবেগ বাধা দিয়া বা আওকাণ কৰা দূৰদৰ্শিতাৰ পৰিচায়ক নহয়। বিপ্লৱ, আন্দোলনৰ দ্বাৰা বৰ্তমান সমাজ ব্যৱস্থাৰ পৰিবৰ্তন সাধিত হোৱালৈ বৈ নাথাকি, সময় আৰু সুযোগ থাকোঁতেই মিলা প্ৰীতি আৰু বুজা বুজিৰ দ্বাৰা এনে এটা অৱস্থাৰ সৃষ্টি কৰিব পাৰি, য'ত মালিক আৰু শ্ৰমিক দুয়োৰে শিল্পৰ প্ৰতি একত্ব বোধ জাগৃত হ'ব আৰু দুয়োৰে যুটীয়া প্ৰচেষ্টাত শিল্পৰ উন্নতি সাধিত হ'ব।

শ্ৰমিকৰ মনোৰঞ্জনৰ কাৰণে বে-চৰকাৰী খণ্ডৰ কেইবাটাও শিল্প প্ৰতিষ্ঠানত শ্ৰমিক প্ৰতিনিধিক পৰিচালনাৰ দায়িত্ব দিয়া হৈছে। এনে ব্যৱস্থাৰ দ্বাৰা মালিক শ্ৰমিকৰ সংঘৰ্ষ লাঘৱ হোৱাৰ সম্ভাৱনা খুব কম। তদুপৰি এনে ব্যৱস্থা শ্ৰমিকৰ শিল্পৰ প্ৰতি আত্মীয়তা ভাব জগাই তোলাৰ সহায়ক নহয়। চেনি সনা কুইনাইনৰ বড়িৰ দৰে এনে ব্যৱস্থাই মালিক শ্ৰমিকৰ তিক্ততা সাময়িকভাৱে উপশম কৰিলেও দুয়ো শ্ৰেণীৰ স্বাৰ্থ ৰক্ষাৰ ই স্থায়ী ব্যৱস্থা নহয়।

কিয়নো পৰৰ সম্পত্তি পৰক চোৰা-মেলাৰ ভাৰ দিলেও, পৰিচালকৰ তেনে সম্পত্তিৰ প্ৰতি কোনো চেনেহ নাথাকে, তদুপৰি অধিকাৰৰ আত্মতুষ্টি এনে ব্যৱস্থাৰ দ্বাৰা উদ্ভৱ নহয়। সকলো মানুহৰ কম বেচি হ'লেও সম্পত্তি অধিকাৰৰ হাবিয়াস আছে আৰু এনে অধিকাৰৰ দ্বাৰা যি আত্মতুষ্টিৰ সৃষ্টি হয় ই মানুহক বেচি কাৰ্য্যক্ষম কৰি তোলাৰ সহায়ক। গতিকে পৰিচালনাৰ দায়িত্ব দি শ্ৰমিকক ভুৰা দিবলৈ চেষ্টা কৰাতকৈ সিহঁতক সম্পত্তিৰ গৰাকী হ'বলৈ সুবিধা দিয়াহে শ্ৰেষ্ঠ নীতি হ'ব।

## শ্ৰমিক কেনেকৈ শিল্পৰ গৰাকী হ'ব ?

এতিয়া প্ৰশ্ন হয়, শ্ৰমিক শিল্পৰ গৰাকী হ'ব কেনেকৈ ? সম্পত্তিৰ বা বাগানৰ অংশ ক্ৰয় কৰিবলৈ সিহঁতৰ সম্বল আছে জানো ? মুকলি বজাৰত অংশ কিনি সম্পত্তিৰ অংশীদাৰ হ'বলৈ বাট চাই থাকিলে কোনো শ্ৰমিকে তাৰ আকাঙ্ক্ষা পূৰণ কৰিব নোৱাৰিব। তাৰ সঞ্চিত অৰ্থও নাই আৰু থাকিলেও অংশ কিনাৰ সুযোগ সুবিধা কেতিয়াও নাপায়। গতিকে ইয়াৰ বিকল্প ব্যৱস্থা হাতত ল'ব লাগিব। আজিকালি বিভিন্ন আইনৰ স্বত্ব অনুসৰি শ্ৰমিকক মজুৰিৰ বাহিৰেও নানান আৰ্থিক সুবিধা দিব লগা হৈছে (বনাচ বিতৰণ, সাহায্যকাৰী প্ৰভিডেণ্ট ফাণ্ড ইত্যাদি)। শ্ৰমিকে বনাচৰ যি টকা পায়, সেই টকা সি বিলাসৰ সামগ্ৰী; যেনে চাইকেল, টৰ্চ, ট্ৰেনজিষ্টৰ ইত্যাদিত শেষ কৰে আৰু প্ৰভিডেণ্ট ফাণ্ডৰ টকা কামৰপৰা অৱসৰ পালেহে উঠাই ল'ব পাৰে। তাৰো সদ্ব্যৱহাৰ নহয়, অলাগতিয়াল কামত খৰচ হৈ যায়। গতিকে বছেৰেকীয়া বনাচ আৰু বছৰটোৰ ভিতৰত জমা হোৱা প্ৰভিডেণ্ট ফাণ্ডৰ টকা দুয়োটাকে মিলাই যি অৰ্থ হ'ব তাক অংশলৈ পৰিণত কৰিব পাৰি। ধৰক এবছৰ যদি দুয়োটাৰ মুঠ ১০০ টকা হয়, তেতিয়া হ'লে শ্ৰমিকজনৰ নামত ১০০ টকা মূল্যৰ এটা অংশ সৃষ্টি কৰিব

পাৰি। শ্ৰমিকৰ প্ৰয়োজন হ'লে এনে অংশ হস্তান্তৰ কৰাৰ ব্যৱস্থা থাকিব লাগে। ১০ টকা বা ১০০ টকা মূল্যৰ অংশ সৃষ্টি কৰি শ্ৰমিকৰ নামত ৰেজিষ্টাৰ কৰিলে একালে শ্ৰমিকে মালিকানা স্বত্বৰ অধিকাৰো পাব আৰু অন্য হাতে বাগান উন্নয়নৰ প্ৰয়োজনীয় অৰ্থ শিল্পৰ ভিতৰতে সংগ্ৰহ হ'ব।

মন কৰিবলগীয়া যে অসমৰ চাহ বাগিচাবোৰ অতি পুৰণা আৰু এইবোৰত নতুন ৰোপন প্ৰয়োজন। ঋণৰ দ্বাৰা বাহিৰত অৰ্থ সংগ্ৰহ কৰাৰ পৰিবৰ্তে শিল্পৰ ভিতৰৰপৰাই উপৰোক্ত অৰ্থ সংগ্ৰহ কৰিলে ঋণৰ সুদৰ বোজাৰপৰাও ৰক্ষা পোৱা হ'ব আৰু বাগান উন্নয়নৰ কাৰণে অৰ্থ সংগ্ৰহ হ'ব। ইয়াৰ উপৰিও শ্ৰমিকক ক্ষুদ্ৰ ক্ষুদ্ৰ অংশৰ মালিক কৰি চাহ শিল্পৰ প্ৰতি সিহঁতৰ একত্ববোধ জগাই তুলিব পাৰি। ইয়াকে কৰিলে মালিক শ্ৰমিকৰ সংঘৰ্ষ নাইকিয়া হ'ব আৰু বাগান উন্নয়নত শ্ৰমিকৰ, অনুপ্ৰেৰণাৰ সৃষ্টি হ'ব।



# অসম চাহ নিগম

চাহ শিল্পৰ কাৰণে অসম ভাৰতৰ ভিতৰত অদ্বিতীয়। ভাৰতৰ সৰ্ব্বমুঠ চাহ উৎপন্নৰ শতকৰা ৪০ ভাগ চাহ অসমত উৎপাদন হয়। অসমত ৭৫৮ খন চাহ বাগান আছে আৰু ১৯৬৯ চনত প্ৰায় ১৭৯৪১৭ হেক্টৰ মাটিত চাহ খেতি কৰা হৈছে। এই বছৰত মুঠ ২০৮২২৯ হাজাৰ কিলোগ্ৰাম চাহ উৎপাদন কৰা হৈছিল। এই বাগানবোৰত প্ৰায় ৪ লাখ শ্ৰমিকে নিযুক্তি পাইছে। অসমৰ চাহ শিল্পই ভাৰতৰ ৰপ্তানি বাণিজ্যত এটা উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আহিছে। বছৰি কেইবা কোটি টকা মুল্যৰ চাহ ভাৰতৰ পৰা বিদেশলৈ ৰপ্তানি কৰা হয় আৰু ইয়াৰ দ্বাৰা আপুৰুগীয়া বৈদেশীক বিনিময় মুদ্ৰা অৰ্জ্জন হয়।

অসমত চাহ খেতি প্ৰথমতে বৃটিছসকলেই আৰম্ভ কৰে বুলি কব পাৰি আৰু ভাৰত স্বাধীন হোৱা সময়লৈকে প্ৰায় সকলোবোৰ বৃহৎ চাহ বাগান বৃটিছ কোঁম্পানীবিলাকৰ মালিকী স্বত্বৰ অধীনত আছিল। এইবিলাকৰ পৰিচালনা, চাহ বিক্ৰী আৰু ৰপ্তানি আদিও প্ৰায়েই বৃটিছ কোম্পানীবিলাকৰ নিজৰ হাতত আছিল। কিন্তু ভাৰত স্বাধীন হোৱাৰ পিচত এই বৃটিছ কোম্পানীবিলাকে অসমৰ চাহ বাগিচা ক্ৰমাৎ বিক্ৰী আৰু হস্তান্তৰ কৰিবলৈ আৰম্ভ কৰে। এতিয়া আগৰ বহুতো ডাঙৰ চাহ কোম্পানীৰ বাগান অসমত নাইকিয়া হৈছে। এই বৃটিছ কোম্পানীবিলাকে

সাধাৰণতে যিয়েই সৰ্ব্বোচ্চ মূল্য আগবঢ়াইছে, তাকেই চাহ বাগান বিক্ৰী কৰিছে। ফলত ভাৰতৰ বহুতো বিনা আয়াসে লক্ষপতি হোৱা ব্যৱসায়ী এই চাহ বাগান-বোৰৰ মালিক হৈ পৰিছে। ভাৰতীয় বণিক ব্যৱসায়ী কিছুমানৰ এনে এটা ধাৰণা আছে যে চাহ বাগান, থিৰতী গাই আৰু এইবোৰৰ পৰা অতি কম সময়ৰ ভিতৰতে সৰ্ব্বোচ্চ মুনাফা উলিয়াই লব পাৰি। গতিকে স্বাধীনোত্তৰ যুগত চাহ বাগান কিনিবৰ কাৰণে তীব্ৰ প্ৰতিযোগিতা আৰম্ভ হয় আৰু এই প্ৰতিযোগিতাৰ ফলত বাগানবোৰৰ মূল্য বহুতো বেচি হয়। কিন্তু পিচত এই নতুন মালিকবোৰে নিয়োজিত মূলধন আৰু মুনাফা অতি কম সময়ত উদ্ধাৰ কৰাৰ প্ৰচেষ্টাত এনে কিছুমান ব্যৱস্থা হাতত লয়—যাৰ ফলত চাহ শিল্পৰ ভৱিষ্যৎ আশঙ্কাজনিত হৈ উঠে। প্ৰথমতেই এই নতুন মালিকবিলাকে বনুৱা চাটাই, কৰ্ম্মচাৰী চাটাই ইত্যাদি ব্যয় হ্ৰাস পদ্ধতি কামত লগায়। তাৰ পিচত চাহ গছ নিয়মিত সময়ত কলম নিদি যিমান দিনলৈকে পাৰে সিমান দিনলৈকে পাত তোলাৰ ব্যৱস্থা কৰে। আনকি কিছুমান বাগানত বছৰটোৰ বাৰ মাহেই পাত চিঙাৰ ব্যৱস্থাও দেখা গৈছে। তাৰোপৰি আগতে মাত্ৰ কুঁহিপাত চিঙাৰ পৰিবৰ্ত্তে বহুতো মালিকে ৫।৬ টা পাত থকা দালিও সংগ্ৰহ কৰি চাহপাত প্ৰস্তুত কৰে। এইবোৰ কৰাৰ ফলত অসমৰ চাহৰ মান নিম্নগামী হয় আৰু বিদেশী বজাৰত অসমৰ চাহৰ দাম অপ্ৰত্যাশিতভাৱে কমি আহে। এইবোৰৰ উপৰিও কিছুমান অসৎ মালিকে চাহত নানান ভেঁজাল বস্তু, বিশেষকৈ অখাদ্য চাহৰ ধূলা আৰু জাবৰ আদিও মিশ্ৰিত কৰিবলৈ ধৰে।

মন কৰিবলগীয়া যে অসমৰ প্ৰায়বোৰ চাহ বাগানেই শতাধিক বছৰীয়া। একো জোপা চাহ গছে প্ৰায় ৭০।৮০ বছৰলৈকে ভাল পাত দিয়ে। পিচত এনে গছৰ পৰা পাত ওলোৱাৰ পৰিমাণ কমাৰ উপৰিও

এনে গছৰ পৰা চিঙা পাতৰ পৰা উচ্চ মান বিশিষ্ট চাহ তৈয়াৰ কৰাও সুসাধ্য হয়। আকৌ আগৰ চাহ বাগানবোৰত সাধাৰণতে গুটিৰ পৰা হোৱা পুলিৰ ব্যৱহাৰ কৰা হৈছিল। এনে গুটিৰ পৰা হোৱা পুলিৰ উৎপাদন ক্ষমতা কম। নতুন পদ্ধতি মতে কলমৰ দ্বাৰা পুলি উন্নত কৰা হয় আৰু এই কলমৰ পৰা হোৱা চাহ গছৰ উৎপাদনী ক্ষমতা অতি বেচি। গতিকে আগৰ পুৰণা গছবোৰ উঠাই তাৰ ঠাইত নতুন পুলি ৰোৱা অসমৰ চাহ বাগান-বোৰৰ কাৰণে অপৰিহাৰ্য্য হৈ পৰিছে। কিন্তু যি নতুন বাগান বনোৱা বা পুলি লগোৱাত কৰা ব্যয়ৰ পৰা শীঘ্ৰে কোনো ফলা-ফল পোৱা নাযায়, গতিকে নতুন মালিকসকলে এই দিশটো একেবাৰে আওকাণ কৰিছে। গতিকেই চাহ উৎপাদনৰ বৃদ্ধি হাৰ অতি কম। তাৰোপৰি বহুতো মালিকে আগৰ পুৰণা চাহ গছ থকা ঠাইত আবাদী হৈ থকা অঞ্চল—যিবোৰ সাধাৰণতে নতুন পুলি লগাবৰ কাৰণে বাগানবিলাকক দিয়া হৈছিল, অ'তদিন ধান, কুঁহিয়াৰ আৰু ঘেঁহুৰ খেতি কৰিবলৈ লৈছে। অৰ্থনৈতিক দিশৰ পৰা এনে কৰাৰ বিপক্ষে আপত্তি দৰ্শাবলৈ স্থল নাই। মুনাফাৰ দিশৰ পৰা চাহ খেতি, ধান আৰু ঘেঁহুৰ ভিতৰত অতি সামান্য হেৰফেৰ থকা যেন লাগে। কিন্তু মুনাফাৰ মাপকাঠিৰে দেশৰ সকলো উদ্যোগ বা বৃত্তি জুখিব নোৱাৰি। যি উদ্যোগৰ লগত অসমৰ অৰ্থনীতি ওতঃপ্ৰোত ভাৱে জড়িত, যি উদ্যোগে প্ৰত্যক্ষভাৱে চাৰি লাখ মানুহক নিয়োগত সুবিধা দিছে, যি উদ্যোগে আনুষঙ্গিক বিভিন্ন বৃত্তিৰ সৃষ্টি কৰে, যেন চাহ মজুত ৰখা, বিক্ৰী কৰা, গুণাগুণ পৰীক্ষা কৰা ইত্যাদি হাজাৰ হাজাৰ লোকক নিয়োগত সুবিধা দিছে আৰু যি উদ্যোগে প্ৰতি বছৰে কোটি কোটি টকা মূল্যৰ বিদেশী বিনিময় মুদ্ৰা অৰ্জন কৰিছে, সেই উদ্যোগক কেৱল মুনাফাৰ খাতিৰত ধ্বংস হৈ যাবলৈ দিয়া কোনো সুস্থ অৰ্থনীতিৰ বিধি নহয়। এইবোৰৰ উপৰিও এই নতুন মালিকসকলে

মুনাফাৰ আকাঙ্ক্ষাত এনে কিছুমান ব্যৱস্থা হাতত লৈছে যে ইয়াৰ দ্বাৰা চাহ বাগানবোৰৰ শ্ৰীহানি হোৱাৰ উপৰিও শ্ৰমিক অশান্তি বেচি হৈ আহিছে। কোনো চাহ বাগিচাতে এতিয়াও শ্ৰমিকক কোনো দায়িত্ব দিয়া হোৱা নাই, পৰিচালনাত তেওঁলোকক ভাগ দিয়া হোৱা নাই, বৰং এতিয়াও দাস-বনুৱা হিচাপেই ব্যৱহাৰ কৰা হৈ আছে। যিটো উদ্যোগ শ্ৰমবহুল, যি উদ্যোগৰ প্ৰতি পদতেই কায়িক শ্ৰমৰ প্ৰয়োজন – এনে উদ্যোগৰ ভৱিষ্যৎ, বিশেষকৈ স্বাধীন, গণতান্ত্ৰিক দেশ এখনত বনুৱাৰ সেই উদ্যোগৰ প্ৰতি থকা স্নেহ, আত্মীয়তা বোধৰ ওপৰত বহুতো পৰিমাণে নিৰ্ভৰ কৰে। প্ৰাক্ স্বাধীন যুগত বৃটিছ শাসকে বনুৱাক দাসৰ দৰে ব্যৱহাৰ কৰিছিল চৰকাৰ, পুলিচ আৰু সৌকাৰ ভয় দেখুৱায়। কিন্তু স্বাধীন ভাৰতত সকলোৰে সমান অধিকাৰ থকা নাগৰিকক এতিয়া পুলিচ বা সৌকাৰ ভয় দেখুৱাই কাম কৰিব নোৱাৰি। গতিকেই বনুৱাক প্ৰাপ্য মৰ্য্যাদা দিয়াৰ উপৰিও তেওঁলোকক উদ্যোগটোৰ প্ৰতি আকৃষ্ট কৰি তুলিব লাগিব। কিন্তু নতুন মালিক-সকলে এই প্ৰচেষ্টাৰ পৰা এতিয়াও বহুতো আঁতৰত আছে আৰু ফলত চাহবাগান বিলাকত অশান্তি বিবাদ ক্ৰমাৎ বেছি হৈছে।

ভাৰত স্বাধীন হোৱাৰ পিচৰ পৰাই ভাৰতৰ কেইবাটাও ৰাজনৈতিক দলে চাহ শিল্প, কফিৰ বাগান আদি জাতীয়কৰণ কৰিব লাগে বুলি বহুবাৰ দাবী তুলি আহিছে। ভাৰত চৰকাৰে এই বিষয়ে এতিয়ালৈকে কোনো খাটাং সিদ্ধান্ত গ্ৰহণ কৰা নাই। অন্যহাতে অসম চৰকাৰেও বহুত বছৰ থেৰোগেৰো কৰি থকাৰ পিচত যোৱা ১৯৭০ চনত এই শিল্প সম্পৰ্কে অধ্যয়ন কৰিবলৈ এটা সৰু কমিটি নিয়োগ কৰি দিয়ে। এই কমিটিয়ে ইয়াৰ প্ৰতিবেদনত বজাৰত বিক্ৰী কৰিবলৈ আগবঢ়োৱা আৰু স্বচ্ছল বা অৰ্থনৈতিক সম্ভাৱ্যপূৰ্ণ বাগান কিনি পৰিচালনা কৰিবলৈ ৰাজ্যিক পৰ্য্যায়ত এটা নিগম গঠন কৰিবলৈ পৰামৰ্শ দিয়ে। এই কমিটিৰ

পৰামৰ্শ ৰাজ্যিক চৰকাৰে গ্ৰহণ কৰে আৰু ১৯৭১ চনৰ শেষ ভাগত "অসম চাহ নিগম" নামে এটা নিগম প্ৰতিষ্ঠা কৰে। এই নিগম ১৯৫৬ চনৰ কোম্পানী আইনৰ বিধিমতে স্থাপন কৰা হৈছে আৰু ৰাজহুৱা সমিতিৰ দায়িত্বৰ আধাৰত গঠন কৰা হৈছে। এই নিগমৰ মুঠ মূলধন ২০'২ কোটি টকা। তাৰে ১ কোটি টকা মূল্যৰ অংশ সন্থহতে বৰঙণিৰ কাৰণে আগবঢ়োৱা হৈছে। নিগমৰ ধাৰা মতে ৰাজ্যিক চৰকাৰে ৪০ ভাগ অংশ, বিত্তীয় অনুষ্ঠান, বিশেষকৈ ৰাষ্ট্ৰীয়কৃত বেঙ্ক আদিয়ে শতকৰা ৩০ ভাগ আৰু সাধাৰণ ৰাইজৰ কাৰণে বাকী শতকৰা ৩০ ভাগ অংশ বিক্ৰী আৰু গ্ৰহণৰ ব্যৱস্থা ৰখা হৈছে। এই নিগমৰ ৰেজিষ্টাৰ অফিচ হব গুৱাহাটীত আৰু সন্থহতে নিগম পৰিচালনা কৰিবৰ কাৰণে ৰাজ্যিক চৰকাৰে ৭ জন সদস্যৰ এখন ডিৰেক্টৰৰ চৰ্ত্ত গঠন কৰি দিছে। এই নিগমৰ মুখ্য উদ্দেশ্য হৈছে অসমৰ চাহ শিল্পৰ ভৱিষ্যৎ সুদৃঢ় কৰা। বহুতেই এই চাহ নিগমক পিচ দুৱাৰেদি চাহ শিল্পক ৰাষ্ট্ৰীয়কৰণৰ অভিপ্ৰায় বুলি সমালোচনা কৰিব খোজে। কিন্তু এটা কথা মনত ৰখা উচিত হব যে এই নিগমে কাৰো বাধ্যবাধকতাৰ জৰিয়তে চাহ বাগান কিনা বা অধিগ্ৰহণৰ প্ৰয়াস কৰা নাই বা তেনে কোনো বিধিও নাই। বজাৰত বেচিবলৈ উলিওৱা বা স্ব-ইচ্ছাই নিগমক পৰিচালনা কৰিবলৈ দিয়া বাগানহে এই নিগমে অধিগ্ৰহণ কৰিব। গতিকে ইয়াত ৰাষ্ট্ৰীয়কৰণৰ কোনো ভাবুকি নাই।

আগতে উল্লেখ কৰা হৈছে যে মাত্ৰ যোৱা মাহতহে অসম চাহ নিগম ৰেজিষ্টাৰ কৰা হয়। বৰ্তমান ৰাজ্যিক চৰকাৰে অংশৰ মূল্য হিচাপে দিয়া ২০ লাখ টকাৰে নিগমত কামকাজ আৰম্ভ কৰা হৈছে। ইতিমধ্যে ৰাষ্ট্ৰীয়কৃত বেঙ্ক, বিশেষকৈ অসমত থকা দুটা লীড্ বেঙ্ক, ইউনাইটেড কমাৰ্চিয়েল বেঙ্ক আৰু ইউনাইটেড বেঙ্কক নিগমৰ অংশ-পত্ৰ কিনিবৰ কাৰণে অনুৰোধ

কৰা হৈছে। কিন্তু এই দুয়োটা যেহে নানান অজুহাত উলিয়াই এতিয়াইলৈকে অংশ-পত্ৰ কিনাৰ সম্মতি দিয়া নাই। ইতিমধ্যে কেন্দ্ৰীয় চৰকাৰে বৈদেশিক বাণিজ্য মন্ত্ৰণালয়ৰ অধীনত "চাহ ৰপ্তানি নিগম" নামে এটা অনুষ্ঠান স্থাপন কৰিছে। এই নিগমৰ উদ্দেশ্য হৈছে চাহ-ৰপ্তানি কৰা আৰু ৰপ্তানিৰ গুণাগুণ উন্নত কৰা। কিন্তু গৌণ উদ্দেশ্য হিচাপে এই নিগমেও চাহ বাগান পৰিচালনা কৰাৰ লক্ষ্য স্থিৰ কৰিছে। এই গৌণ উদ্দেশ্যটোৰ কাৰণেই কেন্দ্ৰীয় চৰকাৰৰ তৰফৰ পৰা অসমত এটা স্বকীয়া চাহ নিগমৰ প্ৰয়োজনীয়তা নাই বুলি সাব্যস্ত কৰিব খুজিছে। কিন্তু মনত ৰখা উচিত যে অসম চাহ নিগম আৰু কেন্দ্ৰীয় চাহ ৰপ্তানি নিগম দুয়োটাৰে মুখ্য উদ্দেশ্য একে নহয়। অসমৰ চাহ নিগম অসমৰ চাহ শিল্পৰ ভৱিষ্যৎ সুস্থিৰ কৰাৰ উদ্দেশ্য লৈ স্থাপন কৰা হৈছে। ইয়াক বৰ্ত্তমানৰ লাভখোৰ, দায়িত্বহীন নতুন মালিকৰ ত্ৰাসৰ পৰা উদ্ধাৰ কৰি চাহ শিল্পৰ উন্নতি সুস্থিৰ কৰিবলৈ স্থাপন কৰা হৈছে। তাৰোপৰি লগে লগে চাহ বনুৱাৰ স্বাৰ্থ ৰক্ষা কৰাটো এই নিগমৰ প্ৰধান দায়িত্ব। অন্যহাতে চাহৰ মান অনুন্নত হৈ বিদেশী বজাৰত ইয়াৰ চাহিদা যাতে কমি নাযায়, তাৰ সুব্যৱস্থা কৰাই হৈছে কেন্দ্ৰীয় চাহ ৰপ্তানি নিগমৰ লক্ষ্য। ই হয়তো কেতিয়াবা দুই এখন বাগানৰ পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰিব পাৰে, কিন্তু ইয়াৰ দ্বাৰা চাহ শিল্পৰ ভৱিষ্যৎ ৰক্ষা নপৰিব।

কেন্দ্ৰীয় চৰকাৰে সদায়েই অসমৰ সমস্যাৱলী প্ৰকৃতভাৱে অনুসন্ধান কৰিবলৈ চেষ্টা নকৰে বা পৰাপক্ষত উপেক্ষা কৰিয়েই চলে। স্বাধীন হোৱাৰ একুৰি পাঁচ বছৰৰ পিচতো অসমৰ কোনো জটিল বা গুৰু সমস্যা কেন্দ্ৰীয় চৰকাৰে মীমাংসা কৰিবলৈ প্ৰচেষ্টা হাতত লোৱা নাই। উন্নয়নৰ কাৰণে বিনিয়োগ, ভাৰতৰ অন্য অংশৰ লগত দৃঢ় সংযোগৰ কাৰণে পথ, আৰু অৰ্থনৈতিক, সামাজিক আৰু ৰাজনৈতিক সমস্যা সমাধানত এক পক্ষীয় মনোভাব

গ্ৰহণ ইত্যাদিয়ে প্ৰমাণ কৰে যে কেন্দ্ৰীয় চৰকাৰে অসমক কেনেকৈ অৱহেলা কৰি আহিছে। গতিকে নানান অজুহাত দেখুৱাই কেন্দ্ৰীয় চৰকাৰে অসম চাহ শিল্পক সাহায্য নকৰাটো একো আচৰিত কথা নহয়। কিন্তু কেন্দ্ৰীয় চৰকাৰৰ আপত্তিত আওকাণ কৰিও এই নিগম সুদৃঢ় আৰু বলিষ্ঠ কৰি তোলা ৰাজ্যিক চৰকাৰৰ কৰ্ত্তব্য।

আমি আগতেই কৈ আহিছো যে অসমৰ চাহ বাগানৰ মালিকে চাহ শ্ৰমিকক এতিয়াও ক্ৰীত দাসৰ দৰে ব্যৱহাৰ কৰে আৰু সিহঁতক মানৱীয় অধিকাৰৰ পৰা বঞ্চিত কৰি ৰখা হৈছে। শ্ৰমিকৰ বাগানৰ প্ৰতি আত্মীয়তাৰ ভাব জগাই তুলিব নোৱাৰিলে চাহ শিল্পক উন্নত কৰা কঠিন। এই আত্মীয়তাৰ ভাব, আনকি শ্ৰমিক প্ৰতিনিধিক পৰিচালনাৰ দায়িত্ব লবলৈ দিলেও সৃষ্টি নহব। ভাৰতৰ অৰ্থনীতিক জাতীয় ভাবধাৰাৰ লগত ৰজিতা খুৱাই চাহ শ্ৰমিকক চাহ শিল্পৰ প্ৰকৃত মালিক হবলৈ সুবিধা দিয়া উচিত। প্ৰশ্ন হয় ই কেনেকৈ সম্ভৱ হব। বৰ্ত্তমানৰ মালিকসকলে তেওঁলোকৰ সম্পত্তি হস্তান্তৰত ৰাজী নহব। সম্পত্তিৰ মোহ অতি শক্তিমান। কিন্তু সমাজবাদী সমাজত সম্পত্তিৰ মালিকী স্বত্ব কেইজমান মানুহৰ হাততে থুপ খাই থকা অৱস্থা বেচি দিন তিষ্ঠি থাকিব নোৱাৰিব। অসম চাহ নিগমে এই আঁচনি বাস্তৱত ৰূপায়িত কৰাৰ স্থল আছে।

ভূমি নীতি সংশোধন কৰা উচিত আৰু গৃহ নিৰ্ম্মাণ কাৰ্য্যতো জোৰ দিয়া যুগুত। গাওঁ অঞ্চলতো আনকি পাৰিপাৰ্শ্বিক মানদণ্ড তথা জীৱন ধাৰণৰ উপায়সমূহ উন্নত কৰাৰ দিন আহি পৰিছে। এইটো সম্ভৱপৰ হব কেৱল আত্ম-সাহায্য অথবা সকলো ধৰণৰ সা-সুবিধা থকা উন্নত ঠাইৰ ব্যৱহাৰৰ জৰিয়তে। আকৌ গাওঁ অঞ্চলত কৰ্ম্ম সংস্থানৰ সুবিধাৰ সৃষ্টি কৰাটোও অপৰিহাৰ্য্য কথা। কাৰণ ইহে চহৰ অঞ্চললৈ হোৱা জন প্ৰব্ৰজন বন্ধ কৰিব পাৰিব। এই ব্যৱস্থাই বৃহৎ পৰিমাণে গ্ৰামাঞ্চলৰ বৰ্ত্তমানৰ জীৱন ধাৰণ উন্নত কৰাৰ উপৰিওচহৰ অঞ্চলৰ অৱস্থাৰো দ্ৰুত সংশোধন কৰাত সহায়ক হৈ পৰিব।

# অসমৰ বিত্তীয় পৰিস্থিতি

"ধাৰ কৰা ধানৰ খুন্দো পিঠাগুড়ি, মাহোঁ কলী গাই চুঁচি" এই কথা ফাঁকিৰ দ্বাৰাই অসমৰ বিত্তীয় পৰিস্থিতিৰ আভাস থুলমূলকৈ দিব পাৰি। লানী নিছিগাকৈ একে লেঠাৰিয়ে কেইবা বছৰো আয়-ব্যয়ৰ ভাৰসাম্যহীনতা, আয়তকৈ ব্যয়ৰ বৃদ্ধিৰ হাৰ বেচি হোৱা, আভ্যন্তৰিণ সম্বলৰ অভাৱত বিনা আয়াসে সম্বল আহৰণৰ পদ্ধতি অৱলম্বন আৰু ধোঁৱাখুলীয়া প্ৰবৃত্তি অনুসৰণ ইত্যাদি কিছুমান কাৰণৰ কাৰণেই অসমৰ বিত্তীয় অৱস্থা অতি অসুস্থ হৈ পৰিছে। ইয়াক পুনৰ সুস্থ-সবল কৰি তুলিবলৈ হ'লে ৰাজহুৱা বিত্তীয় ব্যৱস্থাৰ গতানুগতিক বিধি-ব্যৱস্থা কিছু বছৰৰ কাৰণে স্থগিত ৰাখি অসাধাৰণ বিধি-ব্যৱস্থা অৱলম্বন কৰা নিতান্ত প্ৰয়োজন।

## বিত্তীয় পৰিস্থিতি নিশকতীয়া হোৱাৰ কাৰণ

অসমৰ বিত্তীয় পৰিস্থিতি হঠাতে অসুস্থ হৈ পৰা নাই। ই বহুত বছৰৰ আগৰপৰাই ৰোগাক্ৰান্ত হয় আৰু সময়মতে চিকিৎসাৰ অভাৱত লাহে লাহে বেচি দুৰ্বল হৈ পৰি এতিয়া এনে অৱস্থাত উপনীত হৈছে যে নিজৰ ভৰিত ভৰ দি থিয় হব নোৱৰা

হৈছে। আমি ইয়াৰ আগতে আঠ এপ্ৰিল আৰু বাইশ এপ্ৰিল সাপ্তাহিক নীলাচলত "অসমৰ বাজেট" শীৰ্ষক দুটা প্ৰবন্ধ লিখিছিলোঁ আৰু তাত অসমৰ আয়-ব্যয়, ঘাটিৰ পৰিমাণ আৰু কাৰণ বহলভাৱে ব্যাখ্যা কৰিছিলোঁ। গতিকে সেই একেষাৰ কথাকে পুনৰ নোদোহাৰি অসমৰ বিত্তমন্ত্ৰী শ্ৰীকামাখ্যাপ্ৰসাদ ত্ৰিপাঠীদেৱে তেখেতৰ ৩ জুন তাৰিখৰ সাপ্তাহিক নীলাচলত প্ৰকাশ হোৱা প্ৰবন্ধটিত উল্লেখ কৰা কাৰণকেইটাৰ বিষয়ে আলোচনা কৰিব খুজিছোঁ।

শ্ৰীত্ৰিপাঠীদেৱৰ মতে অসমৰ বাজেটত ঘাটিৰ উদ্ভৱ হোৱাৰ প্ৰধান কাৰণ হৈছে তিনিটা। প্ৰথমতে পৰিকল্পনাৰ আৰম্ভণিৰেপৰা কেন্দ্ৰীয় চৰকাৰৰপৰা লোৱা ঋণ আৰু এই ঋণৰ সুদ দিবলগীয়া হোৱাত বছৰি ৩১ কোটি টকা ব্যয় হয়। এই সুদ-মূল পৰিশোধৰ প্ৰয়োজনীয়তাই অসমৰ বিত্তীয় পৰিস্থিতিত এটা গধুৰ বোজাৰ সৃষ্টি কৰিছে। দ্বিতীয়তে চৰকাৰী চাকৰিয়ালৰ দৰমহা, বানচ ইত্যাদি। এই শিতানত বছৰি ৩১ কোটি টকাৰ প্ৰয়োজন। তৃতীয়তে শিক্ষাৰ বায়। এই শিতানতো আৰু ৩০ কোটি টকাৰ প্ৰয়োজন। গতিকে এই তিনিটা শিতানত বছৰি ৯০।৯১ কোটি টকা খৰচ হয়। অন্য হাতে ৰাজ্য-আয়ৰ পৰিমাণ সন্তোষজনকভাৱে টনকিয়াল নহয়। অসমৰ ৰাজহ বাজেটত দেখুৱা আয়ৰ পৰিমাণ ক্ৰমে এনেকুৱা—১৯৬৮-৬৯, ১৯৬৯-৭০, ১৯৭০-৭১ ৮৭·৪০ কোটি, ১১১·৮৩ কোটি, ১১১·০৩ কোটি। গতিকে এনে পৰিমাণৰ ৰাজহৰপৰা যদি বছৰি ৮০।৯০ কোটি টকা মাত্ৰ তিনিটা শিতানতে খৰচ হয়, তেতিয়া হ'লে অন্য বিভাগৰ কাৰণে অৰ্থ প্ৰায়েই নথকা হয়। গতিকে, মূলধনী বাজেট বাদ দিও, ৰাজহ বাজেটৰ প্ৰয়োজনীয় ব্যয় বহন কৰিবৰ কাৰণেই ঋণ ব্যৱস্থা গ্ৰহণ কৰিব লগা হৈছে।

## অসম চৰকাৰৰ ঋণনীতি

আমি দেখিলোঁ যে ঘাটি বাজেট বা আৰ্থিক বিপৰ্য্যয়ৰ প্ৰধান

কাৰণ হৈছে ঋণ। ঋণৰ দ্বাৰা অৰ্থ উপাৰ্জন অতি সহজ আৰু এনে অৰ্থ ব্যয় কৰোঁতেও কাৰো গাত নালাগে। অথচ এইটোও সঁচা যে ৰাজহুৱা অৰ্থ ব্যয় কৰোঁতেও কাৰো গাত নালাগে আৰু সেই কাৰণেহে সাধাৰণতে অপব্যয়, অতিব্যয় আদি সঘনে হৈ থাকে। আয়তকৈ ব্যয়ৰ পৰিমাণ বেচি হ'লেই, আৰু যদিহে ব্যয় সঙ্কোচ কৰিবৰ সুবিধা নাথাকে তেন্তে ধাৰ কৰি হ'লেও ব্যয় বহন কৰিব লগা হয়। ব্যক্তিগত আৰু সামাজিক জীৱন দুয়োটাতে এনে পৰিস্থিতিৰ উদ্ভৱ হয়। কিন্তু জ্ঞানীলোকে সাধাৰণতে ঋণ পৰিশোধ কৰিবৰ উপায় চিন্তা কৰিহে ঋণ গ্ৰহণ কৰে।

পৰিকল্পনাত অন্তৰ্ভুক্ত বিভিন্ন আঁচনি কাৰ্য্যকৰী কৰিবৰ কাৰণে ঋণৰ প্ৰয়োজন হোৱাৰ উপৰিও অসম চৰকাৰে সাধাৰণ প্ৰশাসনীয় ব্যয় বহন কৰিবৰ কাৰণেও ঋণ ব্যৱস্থা অৱলম্বন কৰিছিল। আকৌ দুৰ্ভাগাবশতঃ অসমৰ পৰিকল্পনাৰ আঁচনিসমূহ এনে ধৰণৰ যে কোনো এখন আঁচনিৰপৰাও আৰ্থিক প্ৰতিদান উদ্ভৱ হোৱাৰ সম্ভাৱনা নাই। ১৯৬৮-৬৯ চনত অসমৰ সৰ্বমুঠ পৰিশোধ কৰিবলগীয়া ঋণৰ পৰিমাণ আছিল ২৩৯·৯৩ কোটি। ইয়াৰে ৯৬·০৭ কোটি বিদ্যুৎবৰ্ড আৰু অন্য অনুষ্ঠানক ধাৰ দিয়া হৈছে আৰু ১৭·৯৬ কোটি টকা উৎপাদনক্ষম আঁচনিত বিনিয়োগ কৰা হৈছে। কিন্তু পৰিতাপৰ বিষয় যে এনে বিনিয়োগৰপৰা উৎপাদনৰ হাৰ (dividend লাভাংশ) মাত্ৰ শতকৰা ০·০৭ ভাগহে। ৰাজ্যিক বিদ্যুৎ বৰ্ডক দিয়া ৬৪·৫৮ কোটি টকাৰপৰা এতিয়াও এক পইচাও সুত, মুল দূৰৰ কথা, পোৱা নাই। গতিকে, ধাৰৰ সমস্ত ৰাজহ-বাজেটত সন্নিবিষ্ট কৰিব লগা হৈছে। আমি স্বীকাৰ কৰোঁ যে ৰাজহুৱা অনুষ্ঠান বা চৰকাৰৰ মুলধনী বাজেট আৰু ৰাজহ বাজেটৰ কোনো নীতিগত পাৰ্থক্য নাই। বাণিজ্যিক প্ৰতিষ্ঠানৰ বাজেটতহে এনে পাৰ্থক্যৰ গুৰুত্ব আছে। চলিত ব্যয়েই হওক,

ঋণজনিত ব্যয়েই হওক, চৰকাৰী প্ৰতিষ্ঠানৰ সমস্ত ব্যয় মূলতে ৰাজহ বাজেটৰপৰা বহন কৰাটো নীতিসিদ্ধ। মুঠতে অসম চৰকাৰৰ দুটা প্ৰধান ভুল হ'ল ঋণ গ্ৰহণ কৰাৰ সময়ত। প্ৰথম ভুলটো হৈছে জধাই-মধাই, হকে-বিহকে, অনাটন অনুভৱ কৰিলেই ঋণ গ্ৰহণ কৰা আৰু দ্বিতীয় ভুলটো হৈছে ঋণৰ দ্বাৰা সংগ্ৰহ কৰা অথচ সদ্ব্যৱহাৰ নকৰাটো। উৎপাদনক্ষম আঁচনিৰ ঋণপুঁজি নিয়োগ কৰাহেঁতেন আজি এনে পৰিস্থিতি কেতিয়াও উদ্ভৱ নহ'লহেঁতেন।

## প্ৰশাসনীয় ব্যয় বৃদ্ধি হৈছে কিয়

অসম চৰকাৰৰ চাকৰিয়ালক দৰমহা দিবৰ কাৰণে বছৰি ৩০।৩১ কোটি টকাৰ প্ৰয়োজন হয়। এনে অৱস্থা কিয় হবলৈ পালে ? ১৯৬৭ চনৰ (৩১ মাৰ্চ) সৰ্বমুঠ চৰকাৰী চাকৰিয়ালৰ সংখ্যা আছিল ৮৪,৮৩৯ জন। ইয়াৰে ৩৫, ৫০৬ জনে ১-১০০ টকা দৰমহা পায়, ৪৩,৫৭৭ জনে ১০১-২৫০ টকা দৰমহা পায়, ৩২৪২ জনে ২৫১-৩০০, ৩৩৫৬ জনে ৩০১-৪৫০, ৩১০ জনে ৪৫১-৫০০, ৬৭২ জনে ৫০১-১০০০, ১৩৩ জনে ১০০১-১৫০০, ২৭ জনে ১৫০১-২০০০ আৰু ১৬ জনে ২০০০ৰ অধিক দৰমহা পায়। ইয়াৰপৰাই বুজা যায় যে সংখ্যাত সৰহ হ'লেও কম বেতন ভোগী চাকৰিয়ালতকৈ অল্প সংখ্যক উচ্চ বেতনভোগী চাকৰিয়ালহে বেতন-ব্যয়ৰ এটা বুজন অংশ ভোগ কৰি আহিছে। ১৭৬ জন 'অফিচাৰ'ক বেতন দিবলৈ ২৭·৭৯ লাখ টকা বছৰি প্ৰয়োজন হয় আৰু এই বিষয়াসকলৰ সৰহ সংখ্যকে চিলঙৰ সচিবালয়তে নিযুক্তি পাই আছে। শাসন যন্ত্ৰৰ ওপৰ ভাগ গধুৰ হোৱাৰ কাৰণে বেতন-ব্যয় বৃদ্ধি হোৱাৰ উপৰিও, কামৰ অনিশ্চয়তা, গুৰুত্বপূৰ্ণ বিষয়ত সিদ্ধান্ত ল'ব নোৱৰাৰ ফলত "ফাইল" ঠেলা-ঠেলি কৰি অবাবত পলম কৰা পৰিস্থিতি উদ্ভৱ হয়।

এতিয়া প্ৰশ্ন হয়, ইমানবোৰ চাকৰিয়ালৰ প্ৰয়োজন সঁচাই আছে জানো? শ্ৰীত্ৰিপাঠীদেৱে বহুবাৰ মত প্ৰকাশ কৰিছে যে অসমত প্ৰয়োজনতকৈ অধিক চাকৰিয়াল আছে। যদিহে ই সঁচা, তেন্তে এনে জধে-মধে, প্ৰয়োজনাতীত মানুহ নিয়োগ কৰাৰ কাৰণে দোষী কোন? আমি ধৰি লম ইয়াৰ কাৰণে দোষী চৰকাৰ নিজে। দ্বিতীয়তে প্ৰশাসনৰ ওপৰ স্তৰ গধুৰ কৰা বা জাকে জাকে আই-এ-এচ বিষয়া আমদানি কৰাৰ কাৰণে কোন জগৰীয়া? চৰকাৰৰ নিজৰ দুৰ্বলতা, সিদ্ধান্তৰ অনিশ্চয়তা আৰু মন্ত্ৰীসকলৰ দূৰদৰ্শিতাৰ অভাৱ—এই সকলোবোৰৰ ফলত শাসন ব্যৱস্থাত অৰাজকতাৰ সৃষ্টি হৈছে আৰু যিয়েই যি ইচ্ছা তাকে কৰিছে। মনত ৰখা উচিত যে চৰকাৰী শাসন ব্যৱস্থা "নিয়োগ উৎপন্ন কেন্দ্ৰ" নহয়। নিয়োগৰ সুবিধা সৃষ্টি কৰিব নোৱাৰি (অন্য খণ্ডত) প্ৰশাসন ব্যৱস্থা সম্প্ৰসাৰণ কৰি নিয়োগৰ সুবিধা সৃষ্টি কৰা কোনো কৰ্ম জ্ঞান থকা চৰকাৰৰ নীতি নহয়। আমি স্বীকাৰ কৰোঁ যে পৰিকল্পনাৰ আঁচনি কাৰ্য্যকৰী কৰাৰ কাৰণে প্ৰশাসনৰ সম্প্ৰসাৰণ অনিবাৰ্য্য। কিন্তু দৰকাৰে অদৰকাৰে মানুহ নিয়োগ কৰি প্ৰশাসনৰ বোজা অলৰ-অচৰ অৱস্থা হোৱাকৈ গধুৰ হোৱা কাৰ্য্য নিন্দনীয় আৰু অমাৰ্জনীয়। খাল খান্দি কুম্ভীৰ চপাই লৈছে যেতিয়া এতিয়া পোহ-পাল দিবই লাগিব।

## কল্যাণমুলক ব্যয়

শ্ৰীত্ৰিপাঠীদেৱৰ তৃতীয় যুক্তিটো হৈছে যে কল্যাণমূলক আঁচনিৰ কাৰণে বছৰি ৩০ কোটি টকা খৰচ হয় আৰু এনে আঁচনিৰ কাৰণে অসম চৰকাৰে ৬৬ কোটি টকা ধাৰ কৰিবলগা হৈছিল। এই ধাৰৰ সুদ আৰু মুলৰ বাবদ প্ৰায় ৪ কোটি খৰচ হয়। প্ৰথম, দ্বিতীয় আৰু তৃতীয় পাঁচবছৰীয়া পৰিকল্পনা আৰু তিনখন ভদৰ্থ

বছেৰেকীয়া পৰিকল্পনাত সৰ্বমুঠ ব্যয় হৈছিল ২৭৫'১২ কোটি টকা। ইয়াৰ ৭৫'৩৭ কোটি টকা জনকল্যাণ আঁচনিত ব্যয় কৰা হৈছে। মুঠতে এক তৃতীয়াংশ ব্যয় জনকল্যাণ আঁচনিত আৰু বাকী দুই তৃতীয়াংশ অন্য উন্নয়নমূলক আঁচনিত ব্যয় কৰা হৈছিল। আমি মানি লৈছোঁ যে এই এক তৃতীয়াংশ ব্যয়ৰপৰা কোনো আৰ্থিক প্ৰতিদান আশা কৰিব নোৱাৰি। কিন্তু বাকী দুই তৃতীয়াংশৰ ফলাফল কি ? যদিহে বাকী দুই তৃতীয়াংশৰপৰা আৰ্থিক প্ৰতিদান পোৱা হ'লহেঁতেন তেতিয়া হ'লেওচোন অসমৰ আৰ্থিক অৱস্থা এনে হাঁহে পানীত নচৰা নহ'লহেঁতেন। অসমৰ যোজনাভুক্ত ব্যয়, জনকল্যাণেই হওক বা উন্নয়নমূলকেই হওক, কোনোটোৱেই আৰ্থিক দৃষ্টিকোণৰপৰা উৎপাদনক্ষম হোৱা নাই।

আকৌ ধৰক, জনকল্যাণত ৭৫'৩৭ কোটি ব্যয়ৰ ফল কি ? তিনিখন পাঁচ বছৰীয়া পৰিকল্পনা আৰু তিনিখন বছেৰেকীয়া পৰিকল্পনা শেষ হোৱাৰ পাচতো অসমত প্ৰতি লাখ মানুহৰ মাত্ৰ ৫৮'৩ জনেহে ফেক্টৰীত কাম কৰে। ই মধ্যপ্ৰদেশ, বিহাৰ আৰু জম্মু-কাশ্মীৰৰ বাহিৰে অন্য ৰাজ্যতকৈ কম। আকৌ প্ৰতি ১০০ বৰ্গ কিলোমিটাৰত ৰাস্তা দৈৰ্ঘ্য হৈছে মাত্ৰ ৪ কিলোমিটাৰ। ই জম্মু-কাশ্মীৰ আৰু নাগালেণ্ডৰ বাহিৰে সকলো ৰাজ্যতকৈ কম। প্ৰতি হাজাৰ মানুহৰ কাৰণে হস্পিটেলত বিছনাৰ সংখ্যা হৈছে ০'৩৮১ খন। ইও বিহাৰ, জম্মু-কাশ্মীৰ আৰু মধ্যপ্ৰদেশৰ বাহিৰে অন্য ৰাজ্যতকৈ কম। ১৯৬৭-৬৮ চনত অসমৰ ৬-১১ বছৰৰ শিশুৰ সংখ্যা হৈছে ২১৪২ হাজাৰ। তাৰে মাত্ৰ ৫'০১ হাজাৰ ৬-১১ বছৰৰ শিশুৱেহে পঢ়াশালিত ভৰ্তি হ'ব পাৰিছে। ইও নগালেণ্ড আৰু জম্মু-কাশ্মীৰৰ বাহিৰে অন্য ৰাজ্যতকৈ কম। শিক্ষাত ব্যয় অধিক হৈছে বুলি শ্ৰীত্ৰিপাঠীদেৱে আক্ষেপ কৰিছে। কিন্তু অসমত শিক্ষিতৰ হাৰ শতকৰা মাত্ৰ ২৭'৬ হে। অসমত জনকল্যাণমূলক জনমূৰি ব্যয় এনে ধৰণৰ : শিক্ষা ১২৪৭ টকা, চিকিৎসা আৰু

জনস্বাস্থ্য ৪'১২, কৃষি ৪'৩১ আৰু অন্য ধৰণৰ জনকল্যাণ আৰু উন্নয়ন ব্যয় ৪'৭২ টকা। এই ব্যয় অন্য ৰাজ্যতকৈ কোনো পধ্যে বেচি নহয়। কেৰালা, জম্মু-কাশ্মীৰ, নগালেণ্ড, পঞ্জাব, তামিলনাডুত জনমূৰি শিক্ষা ব্যায় ক্ৰমে ২১'১১, ১৭'০৯, ৪৬'০৮, ১৫'৭৯ আৰু ১৪'৩৬ টকা। সেইদৰে চিকিৎসা আৰু জনস্বাস্থ্যত গুজৰাটত ৪'৮৪, জম্মু-কাশ্মীৰ ৯'১৮, কেৰালাত ৬'৪২, মহাৰাষ্ট্ৰত ৫'১৮, নগালেণ্ডত ২০'৩৪, পঞ্জাবত ৪'৪৮, ৰাজস্থানত ৭'৩৫, তামিলনাডুত ৪'৮০ আৰু পশ্চিমবঙ্গত ৫'২০ টকা। গতিকে জনকল্যাণমূলক ব্যয় বেচি হৈছে বুলি আক্ষেপ কৰাৰ স্থল আমি দেখা নাপাওঁ।

এখন কল্যাণমুখী দেশত (অন্ততঃ চৰকাৰে ঘোষণা কৰা মতে) জনকল্যাণ শিতানত ব্যয় বহুল হোৱা একো অস্বাভাৱিক নহয়। বৰং এনে ব্যয় আৰু বৃদ্ধি হোৱাহে সমীচীন। শ্ৰীত্ৰিপাঠীদেৱে অৰ্থনীতিৰ ছাত্ৰ হৈ এটা কথা পাহৰি গৈছে যে ভৌতিক সম্পদ (Material wealth) তকৈ মানৱ সম্পদ সদায়েই বেচি মূল্যৱান। আকাশলঙ্ঘী অট্টালিকাই দেশৰ সম্পদ বৃদ্ধি নকৰে। সুস্থ-সবল, শিক্ষিত মানৱহে দেশৰ প্ৰকৃত সম্পদ। আকৌ কল্যাণমূলক আঁচনিৰ দ্বাৰা আৰ্থিক প্ৰতিদানক্ষম উৎপাদন নহ'ব পাৰে, কিন্তু এনে আঁচনিয়ে শ্ৰমিকৰ অৰ্হতা, কাৰ্য্যক্ষমতা ইত্যাদি বেচি কৰে। এনে হ'লেহে প্ৰকৃত উৎপাদন বৃদ্ধি হয়। গতিকে, জনকল্যাণ আঁচনিৰ ব্যয় প্ৰকৃততে বোজা হোৱা নাই। বৰং এনে ব্যয়ৰ দ্বাৰা দেশৰ সম্পদ বৃদ্ধি হোৱাত সহায়ক হৈছে।

## বিত্তীয় পৰিস্থিতি উন্নত কৰাৰ উপায়

শ্ৰীত্ৰিপাঠীদেৱে মত প্ৰকাশ কৰে যে ঘাটি বাজেট পূৰণ কৰিবৰ কাৰণে দুটা ব্যৱস্থাৰ প্ৰয়োজন। তেওঁৰ মতে জনকল্যাণ ব্যয় আৰু উন্নয়ন ব্যয়ৰ ভাৰসাম্যতাৰ অভাৱত বাজেটত ঘাটিৰ

উন্নত হৈছে। গতিকে জনকল্যাণ ব্যয় সঙ্কোচন কৰি বেচি অৰ্থ উন্নয়নমুলক কাৰ্য্যত ব্যৱহাৰ কৰিব লাগে। তেওঁৰ এই ধাৰণা সম্পূৰ্ণ ভ্ৰান্তিমূলক। আমি স্বীকাৰ কৰোঁ যে উন্নয়নক্ষেত্ৰত পিচপৰি থকাৰ কাৰণে আমাৰ বিত্তীয় পৰিস্থিতি সবল হ'ব পৰা নাই। কিন্তু জনকল্যাণ আঁচনিৰ ব্যয় ৰাহি কৰি উন্নয়ন আঁচনিত নিয়োগ কৰা বুদ্ধিমানৰ কাৰ্য্য নহয়। বিশেষকৈ অসমৰ নিচিনা এখন ঠাইত, য'ত এতিয়াও হাজাৰ হাজাৰ শিশুৱে পঢ়াশালিৰ মুখ দেখা নাই, য'ত এতিয়াও ৰাস্তা-পদূলিৰ অভাৱত, বিশেষকৈ বাৰিষা সময়ত পৰিবহনৰ ব্যৱস্থাৰ কোনো সুবিধা হোৱা নাই, য'ত এতিয়াও সৰহ সংখ্যক মানুহে ডাক্তৰ আৰু চিকিৎসা বিজ্ঞানৰ সেৱা পাব পৰা নাই (গাঁৱৰ হস্পিটেল, ডিচ্‌পেনচেৰীত ডাক্তৰ, ঔষধ নোহোৱা শ্ৰীত্ৰিপাঠীৰ অজ্ঞাত নহয়), য'ত এতিয়াও পৰিষ্কাৰ, ৰোগমুক্ত খোৱা পানীৰ ব্যৱস্থা হোৱা নাই,—এনে এখন দেশত জনকল্যাণ আঁচনিৰ অৰ্থ ৰাহি কৰি অন্যত খৰচ কৰা কিমান যুক্তিপূৰ্ণ হ'ব আমি ক'ব নোৱাৰোঁ। দ্বিতীয় ব্যৱস্থাটো হৈছে (শ্ৰীত্ৰিপাঠীৰ মতে) নতুন কৰ-কাটল লগাই ৰাজ্যৰ পুঁজি টনকিয়াল কৰা।

আমাৰ মতে ৰাজ্যৰ বিত্তীয় পৰিস্থিতি সুস্থ কৰিবলৈ হ'লে তিনিটা অতি আৱশ্যকীয় ব্যৱস্থাৰ প্ৰয়োজন। এইকেইটা হ'ল—(১) ঋণ নীতিসঙ্গত কৰা, (২) পৰিকল্পনা বাস্তৱমুখী কৰা আৰু (৩) মিতব্যয় বা ব্যয় সঙ্কোচন কৰা। এই তিনিটা ব্যৱস্থা গ্ৰহণ কৰিলে দেশৰ অৱস্থা উন্নত নোহোৱাৰ কাৰণ নাই।

## ঋণ-নীতি সঙ্গত কৰাৰ প্ৰয়োজন

আতি আগতেই উন্মুকিয়াই আহিছোঁ যে অসম চৰকাৰৰ ঋণনীতি ভ্ৰান্তিমূলক। উন্নয়ন, উৎপাদনক্ষম আঁচনিৰ কাৰণে

ঋণ গ্ৰহণ কৰা বিধি-সম্মত। ইয়াৰ দ্বাৰা দেশৰ উন্নতি হয়। কিন্তু দৈনন্দিন প্ৰশাসন ব্যয় বহন কৰিবলৈ ঋণ সংগ্ৰহ কৰা কোনো জ্ঞানী ব্যক্তি বা চৰকাৰৰ নীতি নহয়। কিন্তু এনে ব্যৱহাৰৰ কাৰণে অসমত সদায়েই ঋণ গ্ৰহণ কৰা হৈছে। Ways and means advance, over draft যধে-মধে ব্যৱহাৰ কৰা ধোঁৱাখুলীয়াৰ প্ৰবৃত্তি। এই নীতি পৰিত্যাগ কৰি মাত্ৰ উন্নয়নমূলক কামৰ কাৰণেহে ঋণ সংগ্ৰহ কৰা উচিত। আকৌ পঞ্চম বিত্তীয় আয়োগে পৰামৰ্শ দিয়াৰ দৰে ৰাজ্যিক চৰকাৰে ঘাটি বাজেট-ব্যৱস্থা পৰিত্যাগ কৰা উচিত।

অসম চৰকাৰৰ, বিশেষকৈ বিত্ত বিভাগৰ, অন্য বিভাগৰ ব্যয় ক্ষমতা থকা বিষয়াসকলৰ ওপৰত কোনো নিয়ন্ত্ৰণ নাই। গতিকে প্ৰায় ক্ষেত্ৰতে অনুমোদিত বাজেটতকৈ প্ৰকৃত ব্যয় সদায়েই বেচি হয়। পৰিপূৰক বাজেট বা সংশোধনী বাজেটৰ প্ৰকৃত ব্যৱহাৰ হোৱা নাই। বাজেটত সন্নিবিষ্ট পৰিমাণৰ সীমাতে ব্যয়ৰ পৰিমাণ স্থিৰ কৰিবলৈ কোনো বিষয়াৰে প্ৰবৃত্তি নাথাকে, যিহেতু অতিৰিক্ত ব্যয়, পৰিপূৰক বাজেটৰ দ্বাৰা নিয়মানুকৰণ কৰা অতি সামান্য ঘটনা। গতিকে পৰিপূৰক বাজেটৰ যাতে অপব্যৱহাৰ নহয় তালৈ সতৰ্ক হোৱা উচিত। এই সম্পৰ্কত পঞ্চম বিত্ত আয়োগে দিয়া পৰামৰ্শ অতি আকৰ্ষণীয়। প্ৰত্যেক বিভাগৰ ব্যয়ৰ সীমা বাজেট অনুমোদিত সীমাৰ ভিতৰত যাতে থাকে তাৰ প্ৰতি ক্ষিপ্ৰ দৃষ্টি ৰখা আৰু প্ৰত্যেক ব্যয় ক্ষমতাসম্পন্ন বিষয়াকে letter of credit দিয়া ইত্যাদি পদ্ধতি গ্ৰহণ কৰিলে বাজেটৰ ভাৰসাম্যহীনতা নোহোৱা হ'ব।

কেন্দ্ৰীয় চৰকাৰে বিত্তবিপৰ্য্যয়ৰ সন্মুখীন হোৱা ৯ খন ৰাজ্য চৰকাৰক চতুৰ্থ পাঁচবছৰীয়া পৰিকল্পনাৰ সময়ছোৱাত প্ৰায় ৭০০।৮০০ কোটি টকাৰ বিশেষ সাহায্য দিয়াৰ ব্যৱস্থা কৰিছে। এই বছৰৰ ভিতৰতে ১৭৫ কোটি মূল্যৰ বিশেষ সাহায্য দিয়া

হ'ব। এই সাহায্য ১০।১৫ বছৰৰ পাচত ঘুৰাই দিব লাগিব। অসমেও এই সাহায্য পাবৰ যোগ্যতা অৰ্জন কৰিছে। এই সাহায্যৰ পুঁজিৰে আগৰ কিছুমান ধাৰ পৰিশোধ কৰি ঋণৰ বোজা কিছু পাতল কৰি লোৱা সমীচীন হ'ব।

## পৰিকল্পনাৰ আঁচনি বাস্তৱমুখী কৰা প্ৰয়োজন

অসমৰ পৰিকল্পনাৰ আঁচনিবোৰ প্ৰকৃত ফলোৎপাদক হোৱা নাই। এতিয়ালৈকে প্ৰায় ২৭৫.১২ কোটি টকা ব্যয় কৰা হ'ল কিন্তু অৰ্থনৈতিক অৱস্থা উন্নয়নমুখী হোৱা নাই। ইয়াৰ কাৰণ হৈছে প্ৰকৃত বা বাস্তৱমুখী যোজনাৰ অভাৱ। ধাৰ কৰা বা নকল কৰা আঁচনি অসমত কাৰ্য্যকৰী কৰিবলৈ চেষ্টা কৰা হৈছে আৰু ইয়াৰ প্ৰকৃত অৱস্থা অনুশীলন কৰি, ইয়াৰ অভাৱ অসুবিধাৰ প্ৰতি লক্ষ্য ৰাখি যোজনাবিলাক প্ৰস্তুত কৰা হোৱা নাই। ইয়াৰ বাহিৰেও শিল্প উন্নয়নৰ প্ৰতি একেবাৰে আওকাণ কৰা হৈছে। কৃষি উন্নয়ন সম্ভৱ হ'লেও ইয়াৰ দ্বাৰা দেশৰ অৰ্থনৈতিক উন্নয়ন সুস্থিৰ কৰা অসম্ভৱ। তদুপৰি পৰিকল্পনাৰ ব্যয় সৰহভাগ নিৰ্মাণ কাৰ্য্যত ব্যৱহাৰ হৈছে। প্ৰথম পৰিকল্পনাৰ সময়ত মূলধনী সংগঠন (capital formation) হৈছিল ১০০.৩ কোটি টকা (চলিত মূল্যমান অনুসৰি), দ্বিতীয় পৰিকল্পনাৰ সময়ত ১৯১.৫ কোটি আৰু ১৯৬১-৬৫ চনৰ ভিতৰত মূলধন সংগঠন হয় ৪১০.১ কোটি শতকৰা হিচাবত প্ৰথম, দ্বিতীয় আৰু পাচৰ সময় ছোৱাত ক্ৰমাত ৬২.৮ নিৰ্মাণ আৰু ৩৭.২ যন্ত্ৰপাতি, ৭৩.২ আৰু ২৬.৪ আৰু ৬০.৬ আৰু ৩৯.৪ ভাগ ক্ৰমান্বয়ে নিৰ্মাণ আৰু যন্ত্ৰপাতি আহৰণত নিযুক্ত হৈছে।

মনত ৰাখিব লাগে যে নিৰ্মাণ কাৰ্য্যৰ দ্বাৰা নিয়োগৰ সুবিধা সৃষ্টি হ'লেও এনে সুবিধা স্বল্পকালীন হয়। প্ৰকৃত নিয়োগ সুবিধা

বৃদ্ধি হয় উৎপাদনক্ষম ব্যয়ৰ পৰাহে আৰু সেই কাৰণেই অসমত নিয়োগৰ সুবিধা বহল হোৱা নাই। শ্ৰীত্ৰিপাঠীদেৱে হিচাব কৰি দেখুৱাইছে যে এজন মানুহৰ নিয়োগৰ সুবিধা সৃষ্টি কৰিবলৈ প্ৰায় ১০০০০০ টকাৰ প্ৰয়োজন। শ্ৰীত্ৰিপাঠীয়ে কি ভিত্তিতে গণনা কৰিছে আমি নাজানো। ভাৰতৰ ৰিজার্ভ বেঙ্কে গণনা কৰি উলিওৱা মতে প্ৰথম পৰিকল্পনাত এজনৰ নিয়োগৰ কাৰণে বিনিয়োগ কৰিব লাগিছিল ৫৮৫৪ টকা, দ্বিতীয় পৰিকল্পনাত ৭০৩১ টকা আৰু তৃতীয় পৰিকল্পনাত ৬৯৩৯ টকা। এই গণনা ১৯৬০-৬১ চনৰ মুদ্ৰামুল্যত গণনা কৰা হৈছে। কিন্তু ১৯৫২-৫৩ চনৰ মুদ্ৰামূল্য অনুসৰি প্ৰথম, দ্বিতীয় আৰু তৃতীয় পৰিকল্পনাত এজন মানুহৰ নিয়োগৰ সুবিধা সৃষ্টি কৰিবলৈ ক্ৰমে ৪৭৮৯, ৫৮৪৭ আৰু ৬১৫২ টকা বিনিয়োগ কৰিব লগা হৈছিল। এটা কথা মনত ৰখা উচিত যে টকা ব্যয় কৰিলেই নিয়োগৰ সুবিধা সৃষ্টি নহয়। অট্টালিকা নিৰ্মাণ পৰিত্যাগ কৰি, থলুৱা কেঁচামাল আৰু অন্যান্য সহজলভ্য সামগ্ৰীৰ দ্বাৰা চলাব পৰা ক্ষুদ্ৰ আৰু মজলীয়া ধৰণৰ শিল্প গঢ়ি তুলিব পাৰিলেহে নিয়োগৰ সুবিধা সৃষ্টি হ'ব আৰু লগে লগে কৃষিৰ ওপৰত পৰা হেঁচা উপশম হ'ব। উন্নয়ন আঁচনি শিল্পাভিমুখী কৰি যুগুত কৰা উচিত, তেতিয়া হ'লেহে দেশৰ অৰ্থনৈতিক উন্নতি আৰু লগে লগে নিয়োগৰ সুবিধা সম্ভৱ হ'ব।

## মিতব্যয়িতাৰ নিতান্ত প্ৰয়োজন

শ্ৰীত্ৰিপাঠিদেৱে তেখেতৰ বক্তব্যত মিতব্যয়িতাৰ প্ৰয়োগ বা ব্যয় সঙ্কোচন যে নিতান্ত প্ৰয়োজন সেই কথাটো একেবাৰে উল্লেখ কৰা নাই। মিতব্যয়ী নহ'লে সোণৰ নাঙলেৰে আৰ্জিলেও টনাটনি নুগুচে। অসম চৰকাৰৰ অপব্যয়, অতিব্যয়ৰ উদাহৰণ

লিখি শেষ কৰিব নোৱাৰি। আয় চাই ব্যয় কৰা জ্ঞানীলোকৰ লক্ষণ। যি চৰকাৰৰ আয়ৰ পৰিমাণ সীমাবদ্ধ, সেই চৰকাৰে ব্যয়ৰ মাত্ৰাও বহন কৰিব পৰা অৱস্থাত ৰখা উচিত। নিয়োগৰ সুবিধা সৃষ্টি কৰিবলৈ প্ৰশাসন সম্প্ৰসাৰণ, জাকে জাকে হাজাৰ হাজাৰ টকা বেতনভোগী বিষয়া লালন-পালন, উচ্চ পদস্থ আৰু উচ্চ বেতনভোগী বিষয়াক শীততাপ নিয়ন্ত্ৰিত বাসঘৰ, যাতায়াতৰ কাৰণে চৰকাৰী খৰচত মটৰগাড়ী, মন্ত্ৰীসকলকে ধৰি এই এপাল বিষয়াই সামান্য অজুহাত উলিয়াই ভ্ৰমণ কৰি ভ্ৰমণ বানচৰ নামত লাখে লাখে টকা আত্মসাৎ কৰা ইত্যাদি অপব্যয় বন্ধ নকৰিলে অসমৰ বিত্তীয় পৰিস্থিতিৰ উন্নতি কেতিয়াও নহয়।

অকল ভ্ৰমণ বানচৰ নামতেই কেইবা কোটি টকা অসম চৰকাৰৰ ব্যয় হয়। আমি ৰাজ্যপাল, সংসদ, মন্ত্ৰীসকল, লোকসেৱা আয়োগ, কমিছনাৰ, চিলঙৰ সচিবালয়ৰ বিষয়াসকল, ন্যায়, হাজত আৰু পুলিচ এই কেইটা বিভাগৰ ভ্ৰমণ বানচৰ সৰ্বমুঠ হিচাব দেখুৱাইছোঁ।

১৯৬৮-৬৯—১৯২৫০৯৭ টকা, ১৯৬৯-৭০—২৭৬৩৫৬০ টকা, ১৯৭০ ৭১—২৭১৫৭৪৭ টকা।

চিলঙৰ সচিবালয়ত থকা সচিবসকল বৰ কেৰাণীৰ বাহিৰে একো নহয়। তেওঁলোকৰ কিন্তু কাৰ্য্যকৰী দায়িত্ব নাই। তথাপি তেওঁলোকে ভ্ৰমণ বানচৰ নামত ১৯৬৮-৬৯ চনত ৩.৪০ লাখ, ১৯৬৯-৭০ ৬.১৪ লাখ খৰচ কৰি আৰু ১৯৭০-৭১ৰ বাজেটত ৩.০০ লাখ ব্যৱস্থা ৰাখিছে। মন্ত্ৰীসকল পাৰিলে চিলঙত নাথাকেই। তেখেতসকলে ১৯৬৮-৬৯ চনত ৪.৬৮ লাখ, ১৯৬৯-৭০ চনত ৪.৮৭ লাখ খৰচ কৰিছে। ১৯৭০-৭১ চনৰ কাৰণে মুখ্যমন্ত্ৰীক বাদ দি বাকী কেইজনৰ কাৰণে ৩০৭০০০ টকাৰ ভ্ৰমণ বানচৰ ব্যৱস্থা ৰখা হৈছে। মন্ত্ৰী-বিষয়াসকলে ভ্ৰমণ বানচৰ নামত হাজাৰে হাজাৰে টকা উপাৰ্জন কৰিছে আৰু এনে উপাৰ্জনৰ আয়কৰো নাই।

এনেকুৱা অপব্যয় বা অলাগিতয়াল ব্যয়ৰ মাত্ৰা কমাই দিলে দেশৰ বিত্তীয় পৰিস্থিতি বহুতো উন্নত হ'ব। গড়কাপ্তানী বিভাগৰ বাজেট খুলিলে দেখা যায় যে এই বিভাগৰ কাৰণে মাত্ৰ বছেৰেকীয়া মেৰামতিৰ কাৰণে কেইবা লাখৰ ব্যৱস্থা ৰখা হৈছে। আমি তাক তলত দেখুৱাইছোঁ।

| | | | |
|---|---|---|---|
| মেৰামতি— | ১৯৬৮-৬৯ | ১৯৬৯-৭০ | ১৯৭০-৭১ |
| ঘৰ-দুৱাৰ— | ৮৯.২৩ লাখ | ৭৫.৫০ লাখ | ৮৫.৪৫ লাখ |
| ৰাস্তা-দলং— | ৫৭৭.৯৪ লাখ | ৯২.৪৭ লাখ | ৩৮৫.০ লাখ |

এই ব্যয় নিয়মীয়া ব্যয়। বানপানী বা অন্য প্ৰাকৃতিক দুৰ্যোগৰ কাৰণে হানি-ক্ষতি মেৰামতি কৰিবলৈ বাজেটত সুকীয়া ব্যৱস্থা আছে। যদিহে এনে মেৰামতি কাম দুবছৰ বন্ধ ৰখা হয়, কোনো ঘৰ-দুৱাৰ ধ্বংস হৈ নাযায়। গতিকে প্ৰত্যেক দুবছৰৰ মূৰে মূৰে এনে কাম কৰিবলৈ ললে চৰকাৰৰ বছৰি কেইবা কোটি টকা ৰাহি হ'ব। মুঠতে চৰকাৰ মিতব্যয়ী নহ'লে বা অলাগতিয়াল ব্যয় সঙ্কোচন নকৰিলে দেশৰ বিত্তীয় পৰিস্থিতিৰ উন্নতি নহ'ব।

## নতুন কৰ-কাটলৰ দ্বাৰা অধিক অৰ্থ সংগ্ৰহ

নতুন কৰ-কাটল লগাবলৈ অসমত স্থল নাই। চলিত কৰৰ বোজা ইতিমধ্যে অতি বেচি হৈছে। কিন্তু আমি বিত্তমন্ত্ৰীৰ যুক্তি-যুক্ততা সমৰ্থন কৰিবলৈ টান পাইছোঁ। চাহ শিল্পৰ ওপৰত লগোৱা আয়কৰ বেচি আৰু ইয়াত কেন্দ্ৰীয় চৰকাৰে নতুন শুল্ক লগোৱাত চাহ-শিল্পৰ লাভাংশ কমি যোৱাৰ সম্ভাৱনা হৈছে। কিন্তু সেইবুলি ই মৰি যোৱাৰ অৱস্থা হোৱা নাই। ১৯৬৭-৬৮ চনত অসমৰ চাহ-শিল্পৰ শতকৰা ১২.৫০ ভাগ লাভাংশ ঘোষণা কৰা হৈছিল। ১৯৬৮-৬৯ চনত ইয়াৰ পৰিমাণ কম হৈ শতকৰা ৭ ভাগ হয়। যোৱা বছৰৰ চাহ-শিল্পৰ বাৰ্ষিক উদ্বৃত্ত-পত্ৰ (balance-sheet) আমাৰ হাতত এতিয়াও পৰা নাই।

গতিকে এই বছৰত লাভৰ পৰিমাণ দিব নোৱাৰিলোঁ। চাহ-শিল্পৰ তুলনাত শ্ৰীত্ৰিপাঠীদেৱে কৃষিৰ অৱস্থা বেচি উন্নত হৈছে বুলি ভাবে আৰু কৃষিৰ ওপৰত অধিক কৰ লগোৱাৰ মত প্ৰকাশ কৰিছে। আমি সুধিব খুজিছোঁ—কেইজন কৃষকে বছৰি শতকৰা ৭ ভাগ লাভাংশ উপাৰ্জন কৰিছে, কেইজন কৃষকৰ বাগানত মেনে-জাৰ, সহকাৰী মেনেজাৰ ইত্যাদিৰ থকাৰ দৰে মটৰ গাড়ী, ৰিফ্ৰিজাৰেটৰ আছে? কেইজন কৃষকে বাগানৰ কৰ্মচাৰীয়ে উপভোগ কৰাৰ দৰে বছেৰেকীয়া বেতনসহ ছুটী কৰ্মচাৰীক দিব পাৰিব। শ্ৰীত্ৰিপাঠীৰ যুক্তি হৈছে যে ১৯৫০-৫১ চনত অসমৰ জাতীয় আয় আছিল চলিত মূল্যমান অনুসৰি ২৫৪'৪ কোটি। এই আয় ১৯৬৭-৬৮ চনত ৭৮৮'২ কোটিলৈ বৃদ্ধি পায়। যিহেতু কৃষি খণ্ডই এই আয়ৰ কাৰণে শতকৰা ৫৯'৭ ভাগ যোগান ধৰিছে গতিকে কৃষকৰ আয়ৰ যথেষ্ট উন্নতি হৈছে। ই হৈছে সাধাৰণ যুক্তি। কৃষি শস্যৰ দাম বাঢ়িছে সঁচা, কিন্তু মানুহ অকল ভাতমুঠি খায়েই জীয়াই থাকিব নোৱাৰে। দৈনন্দিন জীৱন ধাৰণৰ সামগ্ৰী নিমখ, তেল, চেনি, কাপোৰ, ঔষধ ইত্যাদিৰপৰা আৰম্ভ কৰি সকলো দ্ৰব্যৰে দাম বৃদ্ধি হৈছে। এফালে ধান বেচি যি বেচি মূল্য পাইছে সেই একেদৰে অন্য দ্ৰব্য কিনোতে অধিক মূল্য দিব লগা হোৱাত কৃষকৰ বাহি নোহোৱা হৈ গৈছে। নহ'লে ১৯৫০ চনত শতকৰা ৫০ ভাগৰপৰা ১৯৭০ চনত শতকৰা ১৭০ ভাগ মানুহৰ জীৱন নিৰ্বাহৰ মান কোনোমতে খাই-মেলি বাচি থকা অৱস্থা নহ'লহেঁতেন। তদুপৰি অসমত মাটিৰ খাজনা ভাৰতৰ অন্য ঠাইতকৈ বেচি। ইয়াত প্ৰতি হেক্টৰ মাটিত খাজানাৰ হাৰ হৈছে ১৩'০১ টকা। ই উত্তৰ প্ৰদেশৰ বাহিৰে অন্য সকলো প্ৰদেশতকৈ বেচি। মুঠতে চাহ শিল্পত যদি আৰু কৰ লগাবলৈ স্থান নাই, কৃষিৰ ওপৰত কৰ লগাবলৈকো আৰু এই সময়ছোৱাত আশানুৰূপভাৱেই বৃদ্ধি হৈছে। ইয়াৰ কাৰণে বহুতেই

চৰকাৰক দোষী সাব্যস্ত কৰিব খোজে, কিন্তু প্ৰকৃত পক্ষে জমা বৃদ্ধি নোহোৱাৰ কাৰণ অকল চৰকাৰৰ নীতিয়েই নহয়, আৰু অন্যান্য বহুতো কাৰণ আছে। চৰকাৰী খণ্ডৰ উদ্যোগবিলাক বেচৰকাৰী খণ্ডৰ উদ্যোগতকৈ কম কাৰ্য্যক্ষম, এইবিলাকৰ পৰিচালনা নীতিৰ ত্ৰুটি, এইবিলাকত বছৰৰ পাচত বছৰ হোৱা লোকচান ইত্যাদি নানান তথ্যৰ বহুল প্ৰচাৰৰ দ্বাৰা এক শ্ৰেণীৰ মানুহে সাধাৰণ জনগণৰ মাজত যি এটা মনোভাৱৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰিছিল, ইয়াৰ ফল স্বৰূপেই ৰাষ্ট্ৰীয়কৃত বেঙ্কৰ প্ৰতিও মানুহৰ এটা সংশয়ৰ ভাৱ সৃষ্টি হৈছিল। ইয়াৰ ফলস্বৰূপেই প্ৰথম অৱস্থাৰ এই বেঙ্কবিলাকত জমা কম হৈছিল। তদুপৰি ভাৰতৰ নিচিনা গাওঁপ্ৰধান দেশত বেঙ্কত লেন-দেন কৰা মানুহৰ সংখ্যা অতি কম। এতিয়াও সৰহ সংখ্যক মানুহে বেঙ্ক কি তাক নাজানে আৰু বেঙ্কত যে টকা পইচা জমা থ'ব পাৰি তাৰ ভু নাপায়। অন্যহাতে যি সদায়েই বেঙ্কৰ লগত লেন-দেন কৰি আছে আৰু যাৰ আৰ্থিক অৱস্থা অতি টনকিয়াল, তেওঁলোকে ৰাষ্ট্ৰীয়-স্থান নাই।

শ্ৰীত্ৰিপাঠীৰ আৰু এটা অদ্ভুত যুক্তি হৈছে যে কৃষকে কৰ-কাটল দিলে পানী যোগানৰ ব্যৱস্থা কৰিব পৰা হ'ব। ই বলিয়া যুক্তি। আগতে টকা দিয়া, পাচত বস্তু দিম। কোনো সভ্য দেশত আগতে টকা আদায় কৰি পাচত সেৱা আগ বঢ়োৱা আমি দেখা নাই। মুঠতে মন্ত্ৰী মহোদয়ৰ কৃষকৰ উন্নতিৰ প্ৰতি ধাউতি নাই। তেখেতে চাহ শিল্পৰ প্ৰতি যিকণ অনুকম্পা দেখুৱাইছে তাৰ আধাও কৃষকৰ প্ৰতি দেখুউৱা নাই।

পেট্ৰল আৰু পেট্ৰলজাত সামগ্ৰীৰ ওপৰত বিক্ৰিকৰ অসমত ভাৰতৰ ভিতৰত আটাইতকৈ বেছি। (প্ৰতি লিটাৰত ১৫ পইচা) তথাপি বিত্তমন্ত্ৰীয়ে তাৰ ওপৰতেই হানা দিছে। সম্ভৱ নিজে চৰকাৰী গাড়ীত, চৰকাৰী খৰচত গা-ঘেলাই ফুৰিছে, পেট্ৰলৰ দাম

যে বৃদ্ধি হৈছে তাৰ ভুৰেই নাপায়। পেট্ৰলৰ দাম বৃদ্ধি, ইয়াৰ ওপৰত ৰয়েলিটি পোৱা নাই আৰু খাৰুৱা তেলৰ ওপৰত বিক্ৰি-কৰ পোৱা নাই, সকলোৱে জানে। কিন্তু তাৰ প্ৰতিকাৰ কৰিবলৈ অসম চৰকাৰে ভাবিছে কি? পঞ্জাব, তামিলনাডু আৰু গুজৰাট চৰকাৰে ধমকি দি আদায় কৰি লৈছে আৰু আমাৰ চৰকাৰে আঁঠু লৈ কৃপা ভিক্ষা কৰিছে। আজিৰ ভাৰতত অনুনয়-বিনয়ৰ স্থান নাই। যোগ্য ভোগ্যা বসুন্ধৰাৰ দৰে যিয়েই আত্ম-প্ৰতিষ্ঠা কৰিব পাৰিছে সিয়েই সকলো সুবিধা আদায় কৰিছে। খাৰুৱা তেলৰ ৰয়েলিটি, বিক্ৰিকৰ জোৰেৰে আদায় কৰিব পাৰিব লাগিব অনুনয়-বিনয়ৰ দ্বাৰা ই সম্ভৱ হৈ নুঠে।

অসমৰ বিত্তীয় পৰিস্থিতি অতি অসুস্থ। ইয়াক সুস্থ-সবল কৰিবলৈ অতি যত্নৰ প্ৰয়োজন। ধাৰ কৰি সংসাৰ চলোৱা প্ৰবৃত্তি বাদ দি, উন্নয়নমূলক কামত ঋণৰ ব্যৱহাৰ আৰু উন্নয়নৰ গতি ক্ষিপ্ৰতৰ কৰি, অপব্যয়, অপব্যৱহাৰ ত্যাগ কৰি, সম্বল চাই টোপোলা বন্ধা ইত্যাদি কাৰ্য্যপন্থা অবলম্বন কৰিলে বিত্তীয় পৰিস্থিতি নিশ্চয় উন্নত হ'ব।

———

# অসমৰ বাজেট কেনে হোৱা উচিত ?

## বাজেট কি

বাজেট প্ৰশাসনৰ এটা অতি গুৰুত্বপূৰ্ণ হাতিয়াৰ। ই নীতি নিৰ্ধাৰণ আৰু বিত্তীয় নিয়ন্ত্ৰণৰ সহায়ক। ৰাজহুৱা অনুষ্ঠানবিলাকে পূৰ্বতে বাজেটক ব্যয়ৰ আঁচনি হিচাবে ব্যৱহাৰ কৰিছিল। অন্যহাতে, উদ্যোগ অনুষ্ঠানৰ শাসন পৰিচালনাৰ সঁজুলি হিচাবে বাজেট ব্যৱহৃত হৈছিল। সাধাৰণতে বাজেট বুলিলে একোটা অনুষ্ঠানৰ কোনো এটা নিৰ্দিষ্ট সময়ৰ আনুমানিক আয়-ব্যয়ৰ হিচাব বুজায়। ই চৰকাৰ, স্থানীয় স্বয়ংশাসিত অনুষ্ঠান আৰু ঔদ্যোগিক আৰু বাণিজ্যিক অনুষ্ঠানৰ ক্ষেত্ৰতো প্ৰযোজ্য। কিন্তু বিশদ ব্যাখ্যাত বাজেট হৈছে এখন আঁচনি, এটা ক্ষমতা প্ৰদান, এটা নিয়ন্ত্ৰণৰ সঁজুলি আৰু এখন ব্যয়ৰ কাৰ্য্যক্ৰম। এই সংজ্ঞা অনুসৰি বাজেটৰ গুৰুত্ব আৰু উদ্দেশ্য অতি বৃহৎ।

বাজেটত বছেৰেকীয়া আয়-ব্যয়ৰ আনুমানিক হিচাব সন্নিবিষ্ট থকাৰ উপৰিও ইয়াক চৰকাৰৰ প্ৰধান প্ৰধান নীতি আৰু কাৰ্য্যক্ৰম কাৰ্য্যকৰী কৰাৰ নিৰ্দেশনামা বুলি অভিহিত কৰিব পাৰি। এই সম্পৰ্কত সমাজতান্ত্ৰিক আৰু কল্যাণকামী দেশত বাজেটৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। এনে দেশত বাজেটৰ দ্বাৰাই সাধাৰণতে চৰকাৰৰ কাৰ্য্য-কলাপো পৰিস্ফুট হয়। কিন্তু ভাৰতৰ নিচিনা

এখন সংযুক্ত ৰাজ্যত বাজেটৰ উদ্দেশ্য আৰু গুৰুত্ব ভিন্ন স্বৰূপত ভিন্ন ধৰণৰ। ভাৰতৰ কোনো ৰাজ্যিক চৰকাৰৰ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক কোনো স্বতন্ত্ৰ নীতি, আঁচনি বা কাৰ্য্যক্ৰম থাকিব নোৱাৰে। দেশৰ অৰ্থনৈতিক, সামাজিক বা ৰাজনৈতিক গঠন কেনে হ'ব, তাক স্থিৰ কৰাৰ সম্পূৰ্ণ কৰ্তৃত্ব মাত্ৰ কেন্দ্ৰীয় চৰকাৰৰহে। গতিকে দেশত বা বিভিন্ন ৰাজ্যত অনুসৃত হ'বলগা সামাজিক আৰু অৰ্থ-নৈতিক গঠনৰ নীতি যুগুত আৰু কাৰ্য্যকৰী কৰাৰ দায়িত্ব সম্পূৰ্ণ কেন্দ্ৰীয় চৰকাৰৰ। ৰাজ্য চৰকাৰ সমূহে মাত্ৰ কেন্দ্ৰৰ নিৰ্দেশ অনুসৰি প্ৰশাসনীয় নীতি যুগুত আৰু পৰিচালনা কৰে। সেই কাৰণে ভাৰতৰ বিভিন্ন ৰাজ্যত যুগুত কৰা বাজেটত ৰাজ্যৰ বছৰটোৰ আয়-ব্যয়ৰ আনুমানিক হিচাব ব্যতিত অন্য কোনো গুৰুত্ব-পূৰ্ণ নীতি বা কাৰ্য্যক্ৰম সন্নিবিষ্ট হোৱাৰ সম্ভাৱনা নাথাকে। গতিকে বৰ্তমানৰ আলোচনাত অসমৰ বাজেটত বছৰটোৰ কাৰণে সম্ভাব্য আয়-ব্যয়ৰ ধাৰা আৰু বিত্তীয় নিয়ন্ত্ৰণ আহিলা হিচাবে কেনেকৈ ব্যৱহাৰ কৰিব পাৰি তাৰহে থূলমূল আলোচনা আগ বঢ়োৱা হৈছে।

## নতুন বাজেট গুৰুত্বপূৰ্ণ হ'ব

অসমৰ ১৯৭২–৭৩ চনৰ বাজেট, বিশেষকৈ দুটা লক্ষ্যৰ পৰা বিশেষ গুৰুত্বপূৰ্ণ আৰু ৰাইজে অতি উৎকণ্ঠাৰে ইয়াৰ কাৰণে অপেক্ষা কৰি আছে। অসমত বহুতো বছৰৰ আগৰে পৰাই ঘাটি বাজেট চলি আহিছে আৰু আগৰ চৰকাৰসমূহে ৰাজ্যিক বাজেটত আয়-ব্যয়ৰ ভাৰসাম্যহীনতা দূৰ কৰিবলৈ কোনো ফলপ্ৰসু ব্যৱস্থা নলৈ দ্বিধাহীন ভাৱেই অতিব্যয়, অপব্যয় কৰি ৰাজ্যখনৰ ধনভঁৰাল শূন্য কৰি গৈছে। এতিয়া নতুন চৰকাৰে কি ব্যৱস্থা হাতত লৈ ৰাজ্যৰ-ধনভঁৰাল টনকিয়াল কৰে তাৰ আভাস এই বাজেটত নিশ্চয় সন্নিবিষ্ট হ'ব লাগিব। দ্বিতীয়তে নতুন চৰকাৰে,

কংগ্ৰেছৰ দহজনীয়া আঁচনি প্ৰকৃতভাৱে কাৰ্য্যকৰী কৰাৰ যি দৃঢ় প্ৰতিশ্ৰুতিত ভোৱা নিৰ্বাচনত ৰাইজৰ সমৰ্থন আকৃষ্ট কৰিছে, সেই প্ৰতিশ্ৰুতিৰ কাৰ্য্যকৰী ৰূপ আংশিকভাৱে হলেও এই বাজেটত ফুটি উঠিব লাগিব। গতিকে এই দুয়োটা লক্ষ্যৰপৰা অসমৰ ১৯৭২-৭৩ চনৰ বাজেট অতি গুৰুত্বপূৰ্ণ।

## ৰাজ্যিক বাজেটত ঘাটিৰ পৰিমাণ বাঢ়ি যোৱাৰ কাৰণ

ভাৰতীয় সংবিধান অনুসৰি কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্যিক চৰকাৰসমূহে ব্যৱহাৰ কৰিব পৰা কৰৰ তালিকা ভিন্ন কৰা হৈছে। প্ৰশাসনীয় সুবিধা, কৰ সংগ্ৰহৰ ব্যয়, ৰাইজৰ সুবিধা-অসুবিধা সহজে বুজিব পৰা অৱস্থা ইত্যাদি কিছুমান লক্ষ্যৰ প্ৰতি দৃষ্টি ৰাখি ৰাজ্যসমূহক যিবোৰ কৰৰ স্থল আচুতীয়াকৈ দিয়া হৈছে, সেইবোৰ কৰৰ প্ৰকৃতপক্ষে অতি অস্থিতিস্থাপক। গতিকেই এই-বোৰৰপৰা ব্যয়বৃদ্ধি অনুযায়ী আয়ৰ মাত্ৰা বৃদ্ধি হোৱাৰ স্থল নাই। অসমৰ অৰ্থনৈতিক অৱস্থা অতীজৰেপৰা দুৰ্বল। ৰাজ্যখনৰ অৰ্থনীতিৰ প্ৰধান ভিত্তি হৈছে কৃষি। কিন্তু প্ৰাকৃতিক দুৰ্য্যোগ, ভুল ধাৰণা আৰু আঁসোৱাহযুক্ত পৰিকল্পনাৰ কাৰণে কৃষিখণ্ডৰ উন্নয়ন অসমত হোৱাই নাই বুলিলেও অত্যুক্তি নহ'ব। অন্যাহাতে অৰ্থ-নৈতিক কাৰ্য্যকলাপ ভিন্নমুখী নোহোৱাত কৰ লগোৱাৰ স্থল আগৰ দৰেই সীমায়িত হৈ ৰ'ল। অন্যাহাতে প্ৰশা-সনীয় সম্প্ৰসাৰণ, উন্নয়ন আঁচনি কাৰ্য্যকৰী কৰাৰ ব্যয়, ৰাইজৰ আশা-আকাংক্ষাৰ পৰিপ্ৰেক্ষিতত সামাজিক সেৱা বৃদ্ধি ইত্যাদি কাৰণে চৰকাৰৰ ব্যয় আগতকৈ বহুতগুণে চেৰাই যাবলৈ ধৰিলে। ইয়াৰ ফলস্বৰূপে বছৰে বছৰে ৰাজ্যিক বাজেটত ঘাটি হ'বলৈ ধৰিলে। ৰাজ্যিক চৰকাৰে এনে ঘাটি পূৰোৱাৰ কোনো সুসঙ্গত আৰু কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ নকৰি, বিনা আয়াসে অৰ্থ সংগ্ৰহৰ পথ অৱলম্বন কৰিছে। নতুন কৰ, বা কৰৰ হাৰ বৃদ্ধি কৰা অৰুচিকৰ। এনে

কৰিলে ৰাইজৰ অপ্ৰিয়ভাজন হ'ব লগা হয়। ৰাইজৰ সমৰ্থনৰ ওপৰত নিৰ্ভৰ কৰা চৰকাৰে, ৰাইজক জোকাই লবলৈ সততে সাহস নকৰে। ব্যয় সংকোচন আত্ম স্বাৰ্থৰ ক্ষতিকৰ। গতিকে সুবিধাবাদী আৰু আত্মস্বাৰ্থ-উন্মাদ চৰকাৰে ব্যয় সংকোচন বা মিতব্যয়ী হোৱা অলাগতিয়াল বুলি সেইপিনে দৃষ্টিপাত কৰিবলৈও ইচ্ছাকৃত ভাবেই পাহৰি থাকিল। গতিকে তৃতীয় পন্থা—অৰ্থাৎ ঋণ কৰি দেশৰ প্ৰশাসন, উন্নয়ন আৰু অন্যান্য ব্যয় বহন কৰাৰ ব্যৱস্থা হাতত ল'লে। অৰ্থ সংগ্ৰহত বিভিন্ন উপায়ৰ ভিতৰত ঋণ প্ৰথাই অতি উজু আৰু ইয়াৰ দ্বাৰা কাৰো কটুক্তি শুনিব লগা নলয়। দেখাত সহজতে এই ঋণৰ কাৰণে কাৰো গাত বোজা নপৰে, ঋণৰ দ্বাৰা সংগ্ৰহ কৰা অৰ্থব্যয় কৰাত কাৰো গা বেজ-নেবেজাই আৰু এনে কৰি অৰ্থ সংগ্ৰহৰ সুবিধা থাকিলে মিতব্যয়ী হোৱাৰ প্ৰয়োজনো নাথাকে। কিয়নো ভৱিষ্যত চিন্তা কৰিব নোৱৰা মানুহেহে সাধাৰণতে ধাৰ কৰে আৰু ঋণ পৰিশোধৰ কোনো চিন্তা নকৰি আত্মতুষ্টিত অৰ্থ ব্যয় কৰে। সেইদৰে ভৱিষ্যতৰ ওপৰত আস্থা নথকা আমাৰ চৰকাৰে ভৱিষ্যতত হ'ব পৰা ঋণৰ বোজা, তাৰ পৰিশোধ কৰাৰ উপায় ইত্যাদি একোৱেই নাভাবি ঋণ কৰি ঘিউ খোৱাৰ পন্থা অৱলম্বন কৰিছে আৰু তাৰ কাৰণেই এতিয়া ৰাজ্যত অৰ্থ সঙ্কট অতি প্ৰকট হৈ উঠিছে।

## ওৱেজ্ এণ্ড মীনচ্ আৰু ওভাৰড্ৰাফ্ট

কোনো ৰাজ্যচৰকাৰে ধন বা অৰ্থ সৃষ্টি কৰিব নোৱাৰে। গতিকে আয় সংকোচিত হলেই (ব্যয়ৰ পৰিমাণত) ৰাজ্য চৰকাৰে ৰিজাৰ্ভ বেঙ্কৰপৰা আগধন (ঋণ হিচাবে) লব পাৰে। আগৰ বন্দবস্ত অনুসৰি অসম চৰকাৰে সাধাৰণতে ৬০ লাখ টকাৰ ৱেজ্ এণ্ড মীনচ্ (Ways and means) ল'ব পাৰে। কিন্তু যেতিয়া ৰাজ্যচৰকাৰৰ জমা পুঁজি ২০ লাখতকৈ কম হয়, তেতিয়া আৰু

২৬০ লাখ ৰেজ্ এণ্ড মীনচ্ আগধন ল'ব পাৰে। ই স্বাভাৱিক ব্যৱস্থা। কিয়নো কৰকাটল, অনুদান আদিৰপৰা উদ্ভৱ হোৱা আয় সদায়েই একে স্তৰত থকা অসম্ভৱ। তদুপৰি ভাৰতৰ নিচিনা কৃষি-ভিত্তিক অৰ্থনীতিত চৰকাৰৰ আয় (অন্ততঃ কৃষি খণ্ডৰপৰা) কেইটামান বিশেষ সময়তহে আশা কৰিব পাৰি। কিন্তু এই ব্যৱস্থাক প্ৰায়বোৰ ৰাজ্যচৰকাৰে অপব্যৱহাৰ কৰা দৃষ্টিগোচৰ হয়। আনকি অসমৰ কোনো এটা বছৰৰ বাজেট মেলি চালে ৰেজ্ এণ্ড মীনচ্ আগধন চৰকাৰৰ ধাৰাবাহিক বা সাধাৰণ আয়ৰ উৎস ধৰি লোৱা চকুত পৰে। তদুপৰি প্ৰায়বোৰ ৰাজ্যচৰকাৰে ৰেজ্ এণ্ড মীনচৰ উপৰিও "অভাৰ ড্ৰাফ্টৰ" সুযোগ এনেধৰণে অপব্যৱহাৰ কৰিবলৈ ধৰিলে যে অভাৰড্ৰাফ্টৰ পৰিসৰ দৈত্যৰ দৰে হৈ বিত্তীয় অনুশাসন অসম্ভৱ কৰি তুলিলে। মন কৰিবলগীয়া যে যোৱা এপ্ৰিল মাহৰ ৭ তাৰিখে বিভিন্ন ৰাজ্য চৰকাৰে লোৱা অভাৰ ড্ৰাফ্টৰ পৰিমাণ ৫৯১ কোটি হয়গৈ। মাৰ্চ মাহৰ ৩১ তাৰিখে বিভিন্ন চৰকাৰৰ নামত অভাৰ ড্ৰাফ্টৰ পৰিমাণ আছিল এনে ধৰণৰ :—

## বিভিন্ন ৰাজ্যই লোৱা ওভাৰ ড্ৰাফ্টৰ হিচাব

অন্ধ্ৰ প্ৰদেশ-৭২·৭২ কোটি, অসম-৪১·৬৫ কোটি, বিহাৰ-২৭·৫১ কোটি, গুজৰাট-০·৬১ কোটি, হাৰিয়ানা-৩০·৩০ কোটি, হিমাচল প্ৰদেশ-৩·৮৩ কোটি, কেৰালা-৫২·৮ কোটি, মধ্যপ্ৰদেশ-০, মহাৰাষ্ট্ৰ-৭·০১ কোটি, মহীশূৰ-৬৮·৫৬ কোটি, উৰিষ্যা-১·৫০ কোটি, ৰাজস্থান-৮৮·৮১ কোটি, তামিলনাডু-৬০·৩১ কোটি, উত্তৰ প্ৰদেশ-১৪·১৬ কোটি, আৰু পশ্চিমবঙ্গ ৩৩·৭৫ কোটি সৰ্বমুঠ ৫০০·৮০ কোটি। কিন্তু যেতিয়া এনে অভাৰ ড্ৰাফ্টৰ পৰিমাণ কম নহৈ বাঢ়িবলৈ ধৰিলে, তেতিয়া কেন্দ্ৰীয় চৰকাৰে পৰিকল্পনা আয়োগৰ লগত পৰামৰ্শ কৰি এনে অভাৰ ড্ৰাফ্ট নিষিদ্ধ কৰি দিয়ে। ইয়াৰ

ইয়াৰফলত অসমৰ বিত্তীয় সঙ্কটে ভয়াবহ ৰূপ ধাৰণ কৰে। কিয়নো মাৰ্চ মাহৰ শেষত অসমৰ অভাৱ ড্ৰাফ্‌টৰ পৰিমাণ আছিল ৪১'৬৫ কোটি টকা আৰু মে' মাহত ইয়াৰ পৰিমাণ ৮০ কোটিৰো অধিক হয়গৈ। ৰাজ্যচৰকাৰে গত্যন্তৰ নাপাই প্ৰশাসনীয় ব্যয়ত বাহিৰে অন্য সকলো চৰকাৰী ব্যয় সাময়িকভাৱে স্থগিত ৰাখিবলগীয়া হৈছে। ইয়াৰ উপৰিও বিভিন্ন পৰিকল্পনাৰ সময়ত সংগ্ৰহ কৰা ঋণ আৰু ইয়াৰ ওপৰত লগোৱা সুদ আদি পৰিশোধ কৰিবলৈও কেইবা কোটি ধনৰ প্ৰয়োজন। আগৰ ধাৰ মৰা, প্ৰশাসন যন্ত্ৰ স্বাভাৱিক অৱস্থানলৈ অনা, উন্নয়ন আঁচনি কাৰ্য্যকৰী কৰা আৰু সামাজিক সেৱা সম্প্ৰসাৰণ কৰা ইত্যাদি বিভিন্ন খিতানত প্ৰয়োজন হোৱা অৰ্থ সংগ্ৰহ বৰ্তমান চৰকাৰৰ সমুখত বিৰাট প্ৰত্যাহ্বান হৈ থিয় দিছে আৰু বৰ্তমান চৰকাৰৰ ভবিষ্যত এই প্ৰত্যাহ্বান গ্ৰহণ কৰাৰ ওপৰত নিৰ্ভৰ কৰিছে।

## সমস্যা সমাধানৰ পথ

অসমৰ বিত্তীয় সমস্যা সমাধানৰ কাৰণে দীৰ্ঘম্যাদী আৰু হ্ৰস্ব-ম্যাদী দুয়োবিধ পন্থাৰে প্ৰয়োজন। ভবিষ্যতক বলি দি বৰ্তমানতেই আত্মহাৰা হোৱা বিজ্ঞলোকৰ নীতি নহয়, গতিকে বৰ্তমানৰ সমস্যা সমাধানৰ উপায় লোৱাৰ লগে লগে ভবিষ্যতৰ আঁচনি যুগুত কৰা উচিত। কিন্তু আমাৰ আজিৰ আলোচনাত ভবিষ্যত আঁচনি আলোচনা কৰাৰ স্থল নাই। গতিকেই বৰ্তমানৰ প্ৰয়োজনীয় (আমাৰ মতে) কেইটামান উপায় আলোচনাই বৰ্তমান প্ৰবন্ধৰ উদ্দেশ্য।

আগতেই কৈ অহা হৈছে যে অৰ্থনৈতিক অনুন্নত অৱস্থাৰ কাৰণেই অসমৰ বিত্তীয় সঙ্কট উদ্ভৱ হৈছে। এই সঙ্কট সমাধানৰ কাৰণে যিমান দৃষ্টিগোচৰ হয়, সম্ভৱ হলে, আটাইখিনিকেই অৱলম্বন কৰা উচিত। এই আটাইবোৰ উপায়কে তিনিটা প্ৰধান শ্ৰেণীত সন্নিবিষ্ট কৰিব

পাৰি। প্ৰথমটো হৈছে কৰজাত আয় বৃদ্ধি কৰা, দ্বিতীয়টো হৈছে প্ৰশাসনীয় ব্যয় সঙ্কোচন কৰি সকলো ক্ষেত্ৰতে মিতব্যয়ী হোৱা আৰু তৃতীয়টো হৈছে কেন্দ্ৰৰপৰা পাব পৰা অনুদান বৃদ্ধিৰ হকে ব্যৱস্থালোৱা। ঋণৰ দ্বাৰা অৰ্থ সংগ্ৰহ কৰা সহজ। কিন্তু প্ৰকৃত উৎপাদনমূলক আঁচনিৰ বাহিৰে অন্য কামত এনে অৰ্থ প্ৰয়োগ কৰিলে দেৱলীয়া হোৱাৰ সম্ভাৱনা আহ্বান কৰাৰ বাহিৰে অন্য সুফল হোৱা নহয়। গতিকে প্ৰকৃত উৎপাদন ব্যতিত অন্য কামৰ কাৰণে ঋণৰ কাৰণে মন মেলা অনুচিত হ'ব।

## কৰ সংগ্ৰহৰ প্ৰধান উৎস

বিক্ৰীকৰ, মাটিৰ খাজনা, কৃষি-আয়কৰ, আবকাৰী শুল্ক, আমোদ কৰ, এই কেইটাই অসমৰ প্ৰধান কৰ-ৰাজহৰ উৎস। মানুহৰ অৰ্থনৈতিক অৱস্থা অনুন্নত কাৰণে এইবোৰ কৰৰ হাৰ আৰু বৃদ্ধি কৰিবলৈ বা ৰাজ্যত নতুন কৰ লগাবলৈ স্থল নাই। ইয়াৰ উপৰিও ৰাজ্যত কৰজাত আয়, জাতীয় আয় আদিৰ বৃদ্ধিৰ হাৰ, জাতীয় আয়ৰ কিমান অংশ কৰজাত আয় হিচাবে গঠিত হৈছে, জনমূৰী ৰাজ্যিক কৰৰ বোজা আৰু বছেৰেকীয়া জনমূৰী আয় আৰু জনমূৰী কৰৰ বোজা বিশ্লেষণ কৰিলেও অসম যে কৰৰ

তালিকা নং ১

বছেৰেকীয়া জাতীয় আয় আৰু ৰাজ্যিক কৰৰ বৃদ্ধিৰ হাৰ।

| | ১৯৬১-৬২—১৯৬৭-৬৮ | ১৯৬৭-৬৮ — ১৯৭১-৭২ | |
|---|---|---|---|
| | ৰাজ্যিক কৰ | জাতীয় আয় শতাংশ হিচাবত | ৰাজ্যিক কৰ |
| অন্ধ্ৰ প্ৰদেশ | ১৫.৩ | ১৭.৭ | ২২.৮ |
| অসম | ১৪.৫ | ১৪.১ | ৭.৬ |
| বিহাৰ | ১৫.০ | ১৫.০ | ৯.৬ |
| গুজৰাট | ৩৩.৫ | ২০.৩ | ১৫.২ |

| | | | |
|---|---|---|---|
| কেৰালা | ২০.৯ | ১৫.৬ | ৯.৭ |
| মধ্য প্ৰদেশ | ১৯.২ | ১৫.৩ | ১১.৪ |
| মহীশূৰ | ২৭.৩ | ১৯.১ | ২১.৫ |
| মহাৰাষ্ট্ৰ | ২৩.১ | ১৪.০ | ১৫.৪ |
| উৰিষ্যা | ২৫.৭ | ১৬.৫ | ১১.৫ |
| পঞ্জাব | ২৮.৭ | ২৩.৬ | ১৬.২ |
| ৰাজস্থান | ২২.৯ | ১৯.৩ | ১৯.৬ |
| তামিলনাডু | ২৫.১ | ১৬.৪ | ১৩.৫ |
| উত্তৰ প্ৰদেশ | ১৬.৫ | ১৩.৬ | ১.৫ |
| পশ্চিমবঙ্গ | ১৬.৫ | ১৩.৫ | ৮.১ |

তালিকা নং ২

| | ৰাজ্যৰ সৰ্বমুঠ আয়ৰ শতকৰা হিচাবত কৰজাত আয় % হিচাবত কৰজাত আয় (জাতীয়ৰ শতাংশ) | | হিচাবত কৰজাত আয় % হিচাবত ৰাজ্যৰ মুঠ আয় (জাতীয় আয়ৰ শতাংশ) | |
|---|---|---|---|---|
| | ১৯৬০-৬১ | ১৯৬৭-৬৮ | ১৯৬০-৬১ | ১৯৬৭-৬৮ |
| অন্ধ্ৰ | ৩.৬ | ৩.৩ | ৭.৭ | ৬.৭ |
| অসম | ৩.১ | ৩.১ | ৮.৪ | ১০.৭ |
| বিহাৰ | ৩.০ | ৩.০ | ৭.৬ | ৬.৯ |
| গুজৰাট | ২.৫ | ৩.৪ | ৬.২ | ৬.৯ |
| হাৰিয়ানা | — | ৩.২ | — | ৬.৪ |
| কেৰালা | ৩.৬ | ৪.৭ | ৮.০ | ১০.৭ |
| মধ্যপ্ৰদেশ | ২.৮ | ৩.২ | ৭.২ | ৮.২ |
| মহাৰাষ্ট্ৰ | ৩.৪ | ৪.৫ | ৬.১ | ৭.৮ |
| মহীশূৰ | ২.৯ | ৩.৬ | ৮.১ | ৮.৩ |
| উৰিষ্যা | ১.৮ | ২.৪ | ৭.২ | ৯.২ |
| পঞ্জাব | ২.৮ | ৩.৩ | ৭.৩ | ৫.৯ |
| ৰাজস্থান | ৩.২ | ৩.৬ | ৮.৩ | ৮.৭ |

| | | | | |
|---|---|---|---|---|
| তামিলনাড়ু | ৩.৩ | ৪.২ | ৭.৭ | ৮.৩ |
| উত্তৰ প্ৰদেশ | ২.৬ | ২.৯ | ৬.৩ | ৭.১ |
| পশ্চিমবঙ্গ | ৩.০ | ৩.৩ | ৫.৯ | ৬.৯ |

| | জনমূৰী বাজ্যিক কৰৰ বোজা টকাৰ হিচাবত | | জনমূৰী বাজ্যিক কৰৰ বৃদ্ধিৰ হাৰ (বছেৰেকীয়া) | জনমূৰী আয় বৃদ্ধিৰ হাৰ (বছেৰেকীয়া) |
|---|---|---|---|---|
| | ১৯৬৭-৬৭ | ১৯৭১-৭২ | ১৯৬১-৬২ | ১৯৬৭-৬৮ |
| অন্ধ্ৰ | ১৯.১৬ | ৩৩.৭১ | ১১.৪ | ১৩.৯ |
| অসম | ১৬.৯২ | ১৯.৪৮ | ৯.৩ | ৯.২ |
| বিহাৰ | ১১.৮৪ | ১৪.৯০ | ১০.৬ | ১০.৯ |
| গুজৰাট | ২৮.১৬ | ৪০.৬৪ | ২৫.৪ | ১১.৭ |
| কেৰালা | ২৭.০৯ | ৩৪.০০ | ১৭.৮ | ১০.৫ |
| মধ্য প্ৰদেশ | ১৬.৭৯ | ২২.১৪ | ১৩.৯ | ১০.৯ |
| মহাৰাষ্ট্ৰ | ৩৬.১৮ | ৪২.৮৫ | ১৭.০ | ৯.৬ |
| মহীশূৰ | ২২.৬৫ | ৩৮.৩১ | ২১.০ | ১৪.৪ |
| উৰিষ্যা | ১১.৭৯ | ১৫.৬৮ | ১৯.৮ | ১২.৩ |
| পঞ্জাব | ৩৩.৮০ | ৫২.৮৬ | ২০.৬ | ১৮.৯ |
| ৰাজস্থান | ১৯.০৭ | ২৪.২৯ | ১৬.৩ | ১৩.৬ |
| তামিলনাড়ু | ২৭.৮৩ | ৩৯.৯১ | ২০.৪ | ১৩.১ |
| উত্তৰ প্ৰদেশ | ১৪.৪৭ | ১৩.৯৮ | ১২.০ | ৯.৭ |
| পশ্চিমবঙ্গ | ২৫.৫৩ | ৩০.০৫ | ১১.৩ | ৯.২ |

ক্ষেত্ৰত অন্য অঞ্চলতকৈ পিচ পৰি থকা নাই, তাৰ প্ৰমাণ পোৱা যায়। তালিকা কিখনত এইবোৰৰ তুলনামূলক হিচাব দেখুওৱা হৈছে।

এক নম্বৰ আৰু দুই নম্বৰ তালিকাৰপৰা দেখা যায় যে ৰাজ্যিক গড়পড়্তা কৰজাত আয়ৰ বৃদ্ধিৰ হাৰ আৰু ৰাজ্যিক কৰজাত আয় জাতীয় আয়ৰ অংশ হিচাবে অসমৰ অৱস্থা অন্য অঞ্চলতকৈ পৃথক নহয়। কিন্তু জনমূৰী কৰৰ বোজা দেখিলে এনে এটা সিদ্ধান্তত আহিব পাৰি যে অসমত কৰ লগাবলৈ আৰু স্থান আছে। অসমত জনমূৰী ৰাজ্যিক কৰৰ বোজা উত্তৰ প্ৰদেশ, বিহাৰ আৰু উৰিষ্যাতকৈ বেচি, কিন্তু অন্য ৰাজ্যতকৈ বহুতো কম। কিন্তু পৰিসংখ্যাৰ দ্বাৰা ৰাইজৰ প্ৰকৃত অৱস্থা প্ৰকাশ কৰা অতি ভ্ৰান্তিমূলক হ'ব। অসমৰ ৰাইজৰ অৱস্থা যে অনুন্নত (ভাৰতৰ অন্য অঞ্চলৰ ৰাইজতকৈ) তাক প্ৰমাণ কৰাৰ কাৰণে বিশেষ যুক্তিৰ প্ৰয়োজন নহয়। অসমৰ অৰ্থনৈতিক কাৰ্য্য ভিন্নমুখী নোহোৱাৰ কাৰণেই সৰ্ববৃহৎ অংশ কৃষিৰ ওপৰতেই নিৰ্ভৰশীল। অন্যহাতে অসমৰ কৃষি লাভবান হৈ উঠাৰ সুবিধাৰপৰা এতিয়াও বঞ্চিত হৈ আছে। গতিকে এতিয়ালৈকে যি কৰৰ বোজা হৈছে সিয়েই হাড় ভঙাৰ দৰে গধুৰ হৈছে। তদুপৰি অসমত কিছুমান বৃত্তি, যেনে, ধোবা, নাপিত, কুমাৰ, মুচি, ৰিক্সা চালক, মাটিৰ কাম কৰা বনুৱা ইত্যাদি কাম অন্য অঞ্চলৰপৰা অহা এচাম মানুহৰ একচেটিয়া বৃত্তিৰ নিচিনা। এই মানুহবোৰ অসমৰ স্থায়ী বাসিন্দা নহয়, বৰং ইয়াত ৪।৫ মাহ থাকে আকৌ পিচত "দেশলৈ" গুচি যায়। এনে এটা বিৰাট সংখ্যক মানুহে প্ৰকৃতপক্ষে কোনো ধৰণৰ কৰ বহন নকৰে। গতিকেই অসমত যি কৰ লগোৱা হয় সেইখিনি এক মুষ্টিমেয় নিগাজী বাসিন্দাই বহন কৰে। গতিকে জনমূৰী কৰৰ বোজা প্ৰকৃততে বহুতো বেচি।

## মাটিৰ খাজনা বঢ়াৰ পাৰি

কিন্তু বৰ্তমানৰ বিত্তীয় পৰিস্থিতিলৈ চাই আৰু ভৱিষ্যতৰ উন্নয়নৰ প্ৰস্তুতি হিচাবে অসমৰ ৰাইজে আৰু সামান্য কৰৰ বোজা

বহন কৰাত আপত্তি কৰা অযুক্তিকৰ হ'ব। গতিকে আমি ভাবোঁ যে মাটিৰ খাজনাৰ ওপৰত আৰু অতিৰিক্ত ৫ শতাংশ কৰ লগাব পাৰি। কিন্তু ১৫ বিঘাৰ কম মাটি থকা ৰায়তক এই অতিৰিক্ত ৰাজহৰ পৰা বাদ দিয়া উচিত হ'ব। সেইদৰে কৃষিআয়কৰৰ ওপৰতো আৰু দহ শতাংশ অতিৰিক্ত কৰ বহুৱাব পাৰি। অসমৰ ভূমিৰাজহ পদ্ধতি আসোঁৱাহ যুক্ত। উৎপাদন-ক্ষমতা ভিত্তিত মাটিৰ শ্ৰেণী বিভক্ত কৰি কৰ লগালে ৰাইজ আৰু চৰকাৰ দুয়ো পক্ষৰে সুবিধা হব বুলি আশা কৰা যায়। ইয়াৰ উপৰিও ৰাজ্যৰ বিক্ৰীকৰ, আমোদ কৰ আদিও পুনৰ বিন্যাস কৰি, এটা সুসঙ্গত হাৰত কৰ লগালে ফলপ্ৰসূ হোৱাৰ সম্ভাৱনা আছে। তদুপৰি সম্পত্তি হস্তান্তৰ, চাইনবোৰ্ড আদিৰ দ্বাৰা জাননী, চহৰীয়া সম্পত্তি মিউনিচিপেল কৰৰ পৰা বিচ্ছিন্ন কৰি নতুন কৰৰ অধীনলৈ অনা— এনে কেইটামান জৰুৰী কালীন ব্যৱস্থাও হাতত লোৱা উচিত। অসমত আংশিকভাৱে মদ নিবাৰণ আইন প্ৰচলিত। ইয়াৰপৰা মদ নিবাৰণ হোৱা নাই বৰং চোৰাং ব্যৱসায়ীৰ সুবিধা হৈছে? গতিকে কিছু বছৰৰ কাৰণে মদ নিবাৰণ স্থগিত ৰাখিলে আবকাৰী শুল্কৰ পৰা এটা মোটা অৰিহণা পাব পৰা যায়। আমি স্বীকাৰ কৰোঁ এনে যুক্তি কংগ্ৰেছৰ নীতি বিৰুদ্ধ। কিন্তু অভাৱৰ তাড়ণাত পেট বান্ধি থকাতকৈ, কিছুদিন এই নীতি স্থগিত ৰাখিলে, সম্ভৱ অন্যায় কৰা নহ'ব। ইয়াৰ উপৰিও অসমৰ কিছুমান সম্পদ, যেনে পেট্ৰ'লিয়ামজাত সামগ্ৰী, কয়লা, কাঠ আদি ক্ৰমাৎ শেষ হৈ যাব ধৰিছে। এই সামগ্ৰীৰ ওপৰত সাধাৰণ ধৰণৰ ৰয়েলটি লগোৱাৰ উপৰিও পুনৰ সংস্থাপন কৰ ( Rehabilitation tax ) লগাব পাৰিনে কি ভাবো পৰীক্ষা কৰি চোৱা উচিত হ'ব। তদুপৰি পশ্চিম বঙ্গত এণ্ট্ৰি টেক্স্ লগোৱাৰ দৰে অসমৰপৰা যোৱা সামগ্ৰী চাহপাত, মৰাপাট, পেট্ৰোলিয়াম আৰু কাঠ আৰু অন্যান্য বনজ

সম্প্ৰতি Exit tax (অৰ্থাৎ সীমান্ত অতিক্ৰম কৰা কৰ) বহুৱাই পৰীক্ষা কৰা উচিত হ'ব।

অকল কৰ বহুৱালেই ৰাজ্যৰ ৰাজহ-ভঁৰাল টনকিয়াল নহয় যদিহে সময়মতে কৰ আদায় কৰা নহয়। অসমত অনাদায় হৈ থকা কৰৰ পৰিমাণ বেচি। এই অনাদায় কৰ অতি শীঘ্ৰে উঠোৱাৰ ব্যৱস্থা লোৱা উচিত। তদুপৰি পেট্ৰোলিয়ামৰ ওপৰত ৰয়েলটি বৃদ্ধি, বাৰাউনিলৈ নিয়া খাৰুৱা তেলৰ ওপৰত বিক্ৰীকৰ ইত্যাদিৰ. ব্যৱস্থা কৰিলে ৰাজহৰ পৰিমাণ উন্নত হোৱাৰ সম্ভাৱনা আছে।

## ব্যয় সঙ্কোচ

ব্যয় সঙ্কোচন বা মিতব্যয়ী হোৱা অসমৰ নিচিনা নিচলা ৰাজ্যৰ কাৰণে অতি জৰুৰী ব্যৱস্থা। অসমৰ বিত্তীয় সঙ্কটৰ প্ৰধান কাৰণ হৈছে অপব্যয় আৰু অপচয়। মিতব্যয়ী হ'ব নোৱাৰিলে অসমৰ বিত্তীয় সঙ্কট কেতিয়াও শেষ নহয়। গতিকে এতিয়াৰপৰা এনে ব্যৱস্থা লোৱা উচিত। আমি ভাবোঁ প্ৰশাসনীয় ব্যয়ৰ শতকৰা ১০ ভাগ, পৰিকল্পনাৰ বাহিৰৰ আঁচনিৰ ব্যয় শতকৰা ১৫ ভাগ আৰু সামাজিক সেৱা ব্যয়ৰ শতকৰা ১০ ভাগ সদ্যহতে স্থগিত ৰাখিলে, নিয়োগ পৰিস্থিতি বা অন্য অৰ্থনৈতিক কাৰ্য্যৰ বেচি প্ৰতিক্ৰিয়াৰ সৃষ্টি নকৰে। অসমৰ কিছুমান অনুষ্ঠান কেৱল চৰকাৰৰপৰা অনুদান পাবৰ কাৰণেই সৃষ্টি হৈছে। এনে অনুষ্ঠানবোৰৰ সমীক্ষা চলাই অনুদান ভুৱা কামত ব্যৱহৃত হোৱা বন্ধ কৰিব পাৰি। আকৌ স্বায়ত্ত শাসিত অনুষ্ঠান বোৰক দিয়া অনুদানৰ মাত্ৰা কমোৱা উচিত। ভাৰতৰ কোনো অঞ্চলতে অসমৰ দৰে ইমান বেচি (জনমূৰী হিচাবত) অনুদান কোনো স্বায়ত্ত শাসিত অনুষ্ঠানক দিয়া হোৱা নাই। মিউনিচিপেলটি, পঞ্চায়ত ইত্যাদিক কৰ লগোৱাৰ সুবিধা দিয়া হৈছে, আৰু এইবোৰক

আত্মনির্ভৰশীল হ'বলৈ বাধ্য কৰোৱা, উচিত। "ঘাটি অনুদান" (deficit grant) বোলা বস্তুটো অসমত ব্যাপক প্ৰচলিত হৈছে। যিবোৰ কলেজ, স্কুল আগেয়ে অনুদান নোপোৱাকৈ চলিছিল, সেই আটাইবোৰেই এতিয়া ঘাটি অনুদানৰ অন্তৰ্ভুক্ত। এই সম্পৰ্কতো বিশেষ সমীক্ষাৰ প্ৰয়োজন।

## বিত্ত আয়োগ

ৰাজ্য চৰকাৰবিলাকে কেন্দ্ৰীয় কৰৰ অংশৰ উপৰিও সংবিধানৰ ২৭৫ অনুচ্ছেদ অনুসৰি অনুদান পায়। কিন্তু এই সকলোবোৰ কেন্দ্ৰীয় চৰকাৰে নিযুক্ত কৰা বিত্তীয় আয়োগে স্থিৰ কৰে। ষষ্ঠ বিত্ত আয়োগ নিয়োগ কৰাৰ সিদ্ধান্ত লোৱা হৈছে আৰু ৰাজ্য চৰকাৰে এই আয়োগক পতিয়ন যোৱাকৈ এই অঞ্চলৰ অৰ্থনৈতিক দুৰ্বলতা ফঁহিয়াই দেখুৱাই যাতে বেছি অনুদান পায় তাৰ ব্যৱস্থা এতিয়াৰপৰা লোৱা উচিত। ইয়াৰ উপৰিও কেন্দ্ৰীয় চৰকাৰে সংবিধানৰ ২৮২ ধাৰা অনুসৰি উন্নয়নমূলক আঁচনিৰ কাৰণে ৰাজ্য চৰকাৰক অনুদান আৰু ঋণ দিব পাৰে। ৰাজ্যৰ অৰ্থনৈতিক অনুন্নত অৱস্থা, সাম্প্ৰতিক বিত্তীয় সঙ্কট, অসমৰ ওচৰ চুবুৰীয়া অঞ্চলবোৰক দিয়া অনুদানৰ নিৰিখ ইত্যাদি আঙুলিয়াই দি, এই শিতানত আৰু অনুদান দাবী কৰা উচিত। অসম ভাৰতৰ অভিন্ন অংশ আৰু অসমৰ বাইজেও অন্য ভাৰতীয়ৰ দৰে সকলো সা-সুবিধা ভোগ কৰাৰ সম্পূৰ্ণ অধিকাৰ লাভ কৰা উচিত। কেন্দ্ৰৰ ওচৰত অসমে ভিক্ষা কৰিবলৈ নাযায়, কিন্তু অসমক ভাৰতৰ উপনিবেশ হিচাবে ৰাখি ইয়াৰ সম্পদেৰে অন্য অঞ্চল উন্নত কৰাৰ ক্ষতিপূৰণ হিচাবে, আমাৰ সামগ্ৰী ইয়াতে ব্যৱহাৰ নকৰাৰ মূল্য দাবী কৰিছে। এই দাবী ন্যায্য। গতিকে ২৮২ ধাৰাৰ অধীনত, বিশেষকৈ উন্নয়নমূলক আঁচনি কাৰ্য্যকৰী কৰাৰ কাৰণে যি অৰ্থ প্ৰয়োজন হ'ব তাক আদায় কৰাৰ ব্যৱস্থা হাতত লোৱা উচিত।

## প্ৰশাসনিক শৃংখলাৰ প্ৰয়োজন

আমি আগতেই কৈ আহিছোঁ যে ৰাজ্যৰ বাজেট বছৰটোৰ আয়-ব্যয়ৰ আনুমানিক হিচাব আৰু বিত্তীয় অনুশাসনৰ হাতিয়াৰ হিচাবেহে আলোচিত হ'ব। অসমত অপব্যয় আৰু অধিক ব্যয়ৰ এটা প্ৰধান কাৰণ হৈছে যে কোনো প্ৰশাসনীয় বিভাগে বাজেটৰ পবিত্ৰতাত গুৰুত্ব দিব নোখোজে। অন্য আয়-ব্যয়ৰ হিচাবৰ দৰেই বাজেটত অনুমোদিত আয়-ব্যয়ৰ সীমা অতিক্ৰম কৰা দোষণীয় সেই কথাটো কোনো বিষয়াই মানি নলয়। গতিকে স্বইচ্ছাই ব্যয় কৰে। যেতিয়াই অনুমোদিত সীমা অতিক্ৰম কৰে, তেতিয়াই পৰিপূৰক বাজেটলৈ এনে অতিৰিক্ত ব্যয় ঠেলি দিয়ে। পৰিপূৰক বাজেট সাধাৰণতে আগেয়ে অনুমান কৰিব নোৱৰা ব্যয়, বা প্ৰাকৃতিক দুৰ্যোগ আদিৰ কাৰণে কৰিবলগীয়া ব্যয় বিধি-সঙ্গত কৰিবলৈ যুগুত কৰা হয়। কিন্তু ভাৰতৰ বিত্তীয় ব্যৱস্থাত পৰিপূৰক বাজেট সাধাৰণ বাজেটৰ দৰেই চিৰাচৰিত ঘটনা হৈ পৰিছে। এই কাৰণেই সকলো অঞ্চলতে নিৰ্ধাৰিত ব্যয় সদায়েই চেৰাই যোৱা দেখা যায়। ই অতি অশুভ লক্ষণ। তদুপৰি কিছুমান ৰাজ্য চৰকাৰে সংসদত কটুক্তি বা সমালোচনাৰ হাত সাৰিবলৈ বাজেটত ব্যয়ৰ পৰিমাণ কমকৈ দেখায়। পিচত পৰিপূৰক বাজেটৰ দ্বাৰা অতিৰিক্ত ব্যয় বিধিসঙ্গত কৰে। এনে নীতিও অতি গৰ্হিত। বাজেটত দেখুওৱা আৰু অনুমোদিত হোৱা আয়-ব্যয়ৰ পৰিমাণ কেতিয়াও (আকস্মিক দুৰ্ঘটনা ব্যতিত) উলংঘা কৰা উচিত নহয়। চৰকাৰে এই সম্পৰ্কে সদায়েই সতৰ্ক দৃষ্টি ৰখা উচিত। যি বিষয়াই এনে অনুমোদিত সীমা অতিক্ৰম কৰে তেনে বিষয়াৰ কৈফিয়ৎ তলব কৰি, যথোপযুক্ত শাস্তি বিহাৰ ব্যৱস্থা ৰখা উচিত। তদুপৰি ব্যয় কৰিব পৰা বিভাগবোৰৰ ওপৰত চোকা নজৰ ৰাখিবলৈ উচ্চ শক্তিসম্পন্ন এটা সক কমিটী নিযুক্ত কৰা উচিত। চৰকাৰৰ আয়-ব্যয়ৰ আনুমানিক হিচাব প্ৰকৃত আয়-বায়ৰ হিচাবৰপৰা পৃথক হোৱা স্বাভাৱিক। কিন্তু তাকে এটা সাধাৰণ নীতি হিচাবে মানি লৈ প্ৰশাসন পৰিচালনা কৰা অনভিজ্ঞতা আৰু অকৰ্মণ্যতাৰ পৰিচায়ক।

# অসমৰ অৰ্থনীতিত বেঙ্কৰ ভূমিকা

এখন দেশৰ অৰ্থনৈতিক উন্নতি বহুত পৰিমাণে নিৰ্ভৰ কৰে সেই দেশৰ অৰ্থনৈতিক গাঁথনিৰ ওপৰত। যদিহে দেশত বেঙ্ক, বীমা ব্যৱসায় আৰু যৌথ মূলধনী কাৰবাৰ আদি বেছি হয় তেন্তে মানুহৰ সঞ্চয়ৰ ইচ্ছা, ক্ষমতা আৰু সুবিধা বেছি হয়। সঞ্চিত অৰ্থ বেছি হ'লেহে বাস্তৱ মূলধন আৰু লগে লগে যন্ত্ৰ-পাতি, কল-কাৰখানা ইত্যাদিৰ ব্যৱহাৰ বৃদ্ধি হয় আৰু ফলত জাতীয় উৎপাদন বৃদ্ধি হয়। বিনিয়োগ হৈছে উৎপাদনৰ প্ৰধান উপাদান। বিনিয়োগ নহ'লে জাতীয় উৎপাদন, জাতীয় আয় আৰু নিয়োগৰ সুবিধাৰ পৰিসৰ বৃদ্ধি হব নোৱাৰে। অন্যহাতে আকৌ বিনিয়োগ নিৰ্ভৰ কৰে সঞ্চয়ৰ ওপৰত। সঞ্চয় ন'হলে বিনিয়োগ সম্ভৱ নহয়। গতিকে দেশৰ অৰ্থনৈতিক প্ৰগতিৰ লগত সঞ্চয় আৰু বিনিয়োগ দুয়োটা ওতঃপ্ৰোতভাৱে জড়িত।

সঞ্চয় আৰু বিনিয়োগ দুয়োটা কাৰ্য্যতে বেঙ্কৰ ভূমিকা বেচ গুৰুত্বপূৰ্ণ। বেঙ্কে এফালে যেনেকৈ মানুহক অৰ্থ সঞ্চয়ৰ সুবিধা দিয়ে ঠিক সেইদৰে অন্যফালে মানুহক বিনিয়োগৰ সুবিধা দিয়ে। ই অৰ্থ জমাই নকৰে, ই অৰ্থ সৃষ্টিও কৰে। আকৌ সঞ্চয় ঘাইকৈ নিৰ্ভৰ কৰে মানুহৰ দুটা অৱস্থাৰ ওপৰত। এটা হৈছে মানুহৰ সঞ্চয় কৰিব পৰা ক্ষমতা আৰু অন্যটো হৈছে মানুহৰ সঞ্চয়ৰ ইচ্ছা। সঞ্চয় ক্ষমতা মানুহৰ আয়ৰ ওপৰত আৰু সঞ্চয়ৰ ইচ্ছা

সঞ্চয়ৰ সুবিধাৰ ওপৰত নিৰ্ভৰ কৰে। গতিকে বেঙ্ক অনুষ্ঠানে সঞ্চয়ৰ সুবিধাৰ সৃষ্টি কৰি সঞ্চয় বৃদ্ধি কৰাত সহায় কৰে।

অসমৰ বেঙ্ক ব্যৱসায় অতি চালুকীয়া। ১৮৬৩ চনত প্ৰথম বেঙ্ক অনুষ্ঠান চিলেট নেচনেল কোম্পানী নামে ৰেজিষ্টাৰ ভুক্ত হয়। ইয়াৰ পিছত ১৮৮১ চনত চিলেট ল'ন কোম্পানী ( Sylhet Loan Company ) নামে আৰু এটা অনুষ্ঠান ৰেজিষ্টাৰ ভুক্ত হয়। এই দুয়োটা প্ৰতিষ্ঠান দৰাচলতে ঋণদান প্ৰতিষ্ঠানহে আছিল যদিও এইবিলাকে অৰ্থ জমা ৰখা আৰু চেকৰ জৰিয়তে অৰ্থ উঠাই লোৱাৰ সুবিধা প্ৰদান কৰিছিল। ১৯২৬ চনত অসমৰ কেইবাখন জিলাৰ সদৰ ঠাইত আৰু কেইবাটাও এনে ধৰণৰ ল'ন অফিচ খোলা আৰু নটা বেচৰকাৰী যৌথ মূলধনী কাৰবাৰ ভিত্তিত এনে অনুষ্ঠান প্ৰতিষ্ঠা কৰা হয়। কিন্তু এইবিলাকৰ মুখ্য অফিচ এটাৰ বাহিৰে আটাইকেইটাকে শ্বিলঙত প্ৰতিষ্ঠা কৰা হৈছিল। ইয়াৰ পিচত ইম্পিৰিয়েল বেঙ্কৰ দুটা শাখা অফিচ, এটা শ্বিলঙত আৰু অন্যটো ডিব্ৰুগড়ত স্থাপন কৰা হৈছিল। কিন্তু ইম্পিৰিয়েল বেঙ্কৰ শাখা দুয়োটাই বিশেষকৈ চৰকাৰৰ ধনভঁৰালী হিচাপেহে কাৰ্য্য কৰিছিল।

অসমত বেঙ্ক ব্যৱসায়ৰ গতি অতি মন্থৰ। দুটা থলুৱা বেঙ্কৰ, যেনে গুৱাহাটী বেঙ্ক আৰু অসম সমবায় এপেক্স বেঙ্কৰ বাহিৰে অন্য কোনো বেঙ্কৰ মুখ্য অফিচ অসমত নাই। ১৯৬৬ চনলৈকে অসমত লিষ্টিভুক্ত ৭টা বেঙ্কৰ শাখা অফিচ আছিল মাত্ৰ ৫০টা। এইবিলাকো মাত্ৰ চাই চাই নগৰবিলাকতহে বহুওৱা হৈছিল। ইয়াৰ ভিতৰত ষ্টেট বেঙ্ক অৱ ইণ্ডিয়াত ২৪টা শাখা আৰু ইউনাইটেড বেঙ্ক অৱ ইণ্ডিয়াৰ ১৪টা শাখাই উল্লেখযোগ্য। এই সময়ত লিষ্টিভুক্ত নোহোৱা গুৱাহাটী বেঙ্ক আৰু অসম সমবায় এপেক্স বেঙ্কৰ ১৭টা শাখাইহে বিভিন্ন চহৰত অৰ্থ লেন-দেন চলাই আছিল। অলপতে ষ্টেট বেঙ্কৰ আঞ্চলিক অফিচ শ্বিলঙত খোলা হয় আৰু

এই শাখাই অসমৰ উদ্যোগৰ অৰ্থ চাহিদাৰ উদাৰক কৰাৰ ভাৰ গ্ৰহণ কৰিছে।

ওপৰত উল্লেখিয়াই অহা হৈছে যে বেঙ্কৰ প্ৰধান কাম হৈছে অৰ্থ জমা ৰখা আৰু ঋণ দিয়া। একো একোটা বেঙ্কে সাধাৰণতে তিনি ধৰণৰ জমা ধন গ্ৰহণ কৰে। অৰ্থ জমা ৰখাৰ এই তিনিটা নিয়ম হ'ল—(১) চলতি বা চাহিদা আমানত; (২) স্থায়ী আমানত আৰু (৩) চেভিংচ্ ডিপজিট। এই তিনিওবিধ আঁচনিৰ জৰিয়তে অসমত ব্যৱসায় কৰা ৯টা বেঙ্কৰ ৬৮টা শাখা বেঙ্কে সংগ্ৰহ কৰা ধনৰ পৰিমাণ তলৰ তালিকাখনত দেখুৱা হৈছে:

| জমাৰ ধৰণ | ১৯৫৮ | ১৯৬০ | ১৯৬২ | ১৯৬৫ | ১৯৬৬ |
|---|---|---|---|---|---|
| | (সংখ্যা লাখত দেখুৱা হৈছে) | | | | |
| ১। চাহিদা আমানত। | ৫৫৯ | ৮৮২ | ১১০০ | ১৭৫১ | ১৯০৭ |
| (Demand deposit) * | (৬০·৩) | (৬০·২) | (৫৬·৭) | (৫৫·৭) | (৫৫·৫) |
| ২। স্থায়ী আমানত। | ১৭১ | ৩৪৮ | ৩৬৬ | ৬৯৩ | ৭০১ |
| (Time deposit) | (১৮·৪) | (২৩·৭) | (১৮·৮) | (২২·০) | (২০·৪) |
| ৩। চেভিংচ্ ডিপজিট। | ১৯৭ | ২৩৬ | ৪৭৭ | ৭০৯ | ৮২৬ |
| (Saving deposit) | (২১·৩) | (২৬·১) | (২৪·৫) | (২২·৫) | (২৪·১) |
| মুঠ— | ৯২৭ | ১৪৬৬ | ১৯৪৩ | ৩১৫৩ | ৩৪৩৪ |
| | (১০৩) | (১০০) | (১০৬) | (১০৩) | (১০০) |

( বন্ধনিৰ ভিতৰত সৰ্বমুঠ শতকৰা অংশ দেখুৱা হৈছে )

ওপৰৰ তালিকাখনৰপৰা বুজা যায় যে অসমৰ বেঙ্কত জমা থোৱা ধনৰ পৰিমাণ বছৰি বছৰি বৃদ্ধি হৈ আহিছে। ১৯৫৮ চনত মুঠতে ৯২৭ লাখ টকা জমা থোৱা হৈছিল আৰু ১৯৬৫ চনত ই বৃদ্ধি হৈ ৩১৫৩ লাখ পায়গৈ। ১৯৬৬ চনত জমাৰ পৰিমাণ কম হৈছে। কিন্তু এই বছৰৰ সঠিক হিচাপ আমি দিব পৰা নাই। এই তালিকাখনৰপৰা আৰু এটা কথা পৰিস্ফুট হৈছে

যে চাহিদা আমানতৰ পৰিমাণ স্থায়ী আমানতকৈ বহুতো বেছি। চাহিদা আমানতৰ পৰিমাণ বৃদ্ধি হোৱা কেইবাটাও কাৰণ থাকিব পাৰে। প্ৰথম কাৰণ হ'ব পাৰে যে অৰ্থ জমা ৰখা মানুহৰ আৰ্থিক অৱস্থা এনেকুৱা যে তেওঁলোক দীৰ্ঘকাল জমা ৰাখিবৰ সক্ষম নহয়। দ্বিতীয়তে হয়তো বেঙ্ক ব্যৱসায়ৰ ওপৰত সম্পূৰ্ণ আস্থা ৰাখিব নোৱাৰা কাৰণে মানুহে স্থায়ী হিচাপে ধন জমা থবলৈ কুণ্ঠাবোধ কৰে। কিয়নো দ্বিতীয় মহাসমৰৰ ঠিক পিচতে বহুতো বেঙ্ক যোত্ৰহীন হৈ বহুতো জমা ৰাখোঁতাৰ অৱস্থা কাহিল কৰি তুলিছিল। তৃতীয়তে হয়তো মুকলি বজাৰত যোগানৰ তুলনাতকৈ অৰ্থৰ চাহিদা বেছি আৰু ফলত স্থায়ীভাৱে জমা থবৰ কাৰণে অৰ্থৰ অভাৱ। নতুবা মানুহৰ তাৰল্য-পচন্দতা (liquidity preference) বেছি আৰু সেই কাৰণে স্থায়ী আমানতৰ প্ৰতি আকৰ্ষণ তুলনামূলকভাৱে কম। তথাপিও এটা কথা স্বীকাৰ কৰিব লাগিব যে অসমৰ নিচিনা এখন সীমামূৰীয়া প্ৰদেশ আৰু অতি কম সময়ৰ ব্যৱধানত দুবাৰকৈ বিদেশী আক্ৰমণৰ সমুখীন হোৱা সত্ত্বেও বেঙ্কত জমা ৰখা ধনৰ পৰিমাণ যথেষ্ট উচ্চ। ইয়াতে আৰু এটা কথা উনুকিয়াই থোৱা ভাল হ'ব। অসম তুলনামূলকভাৱে অৰ্থনৈতিক উন্নয়নত পিচপৰা। কৃষিৰ বাহিৰে অন্য উদ্যোগ অসমত প্ৰায় নাই বুলিলে অত্যুক্তি কৰা নহয়। তাৰ উপৰি বস্তুৰ মূল্য ভাৰতৰ অন্য প্ৰদেশতকৈ অসমত বহুতো বেছি। আকৌ বেঙ্কৰ সংখ্যা মুষ্টিমেয়। মাত্ৰ ৬৮টা বেঙ্কৰ শাখা, তাকো আকৌ প্ৰধান প্ৰধান নগৰকেইখনতেহে এতিয়ালৈকে প্ৰতিষ্ঠিত হৈছে। ইমানবিলাক প্ৰতিবন্ধক থকা সত্ত্বেও বেঙ্কত জমাৰ পৰিমাণ ইমান হোৱা সঁচাকৈয়ে এটা শুভ লক্ষণ। এই জমা সেই বছৰৰ (১৯৬৬ চনৰ) অসমৰ জাতীয় আয়ৰ শতকৰা '৯ ভাগ। জাতীয় আয়ৰ শতকৰা দশমিক ন ভাগ ('৯) কেইটামান বেঙ্ক শাখাই সংগ্ৰহ কৰিবলৈ সমৰ্থ হোৱাৰ

পৰাই এটা কথা পৰিষ্কাৰ হৈ ওলাই পৰিছে যে অসমৰ থলুৱা সঞ্চয়ৰ যথেষ্ট স্থল আছে। সঞ্চয় ক্ষমতাৰ অভাৱত অসমত সঞ্চয়ৰ পৰিমাণ কম হোৱাৰ কোনো লক্ষণ নাই। সঞ্চয় কম হৈছে বা হ'বৰ সুবিধা পোৱা নাই আনুষ্ঠানিক সুবিধাৰ অভাৱতহে।

এতিয়া আমি বিভিন্ন বেঙ্ক বিলাকৰ বিনিময় বা ঋণ দান আলোচনা কৰিম। তলৰ তালিকাখনত বেঙ্কবিলাকে বিভিন্ন ব্যৱসায়বিলাকক দিয়া ঋণৰ পৰিমাণ দেখুৱা হৈছে:

| উদ্দেশ্য | ১৯৫৮ | ১৯৬০ | ১৯৬২ | ১৯৬৫ | ১৯৬৬ |
|---|---|---|---|---|---|
| (ঋণৰ পৰিমাণ লাখত দেখুৱা হৈছে) | | | | | |
| ১। উদ্যোগ | ৬ | ৪৯ | ৭৩ | ১৭১ | ২১১ |
| | (১'১) | (৫'৮) | (১০'৩) | (১৩'০) | (১৩'৪) |
| ২। বেহাবেপাৰ | ১৫০ | ৩১৬ | ৪১৪ | ৯৯৪ | ১১৩৯ |
| | (২৬'৫) | (৩৭'৭) | (৫৮'৩) | (৭৫'৩) | (৭২'৪) |
| ৩। কৃষি | ৩৫৩ | ৩২৯ | ১৪৪ | ৮১ | ৯১ |
| | (৬২'৩) | (৩৯'৩) | (২০'২) | (৬'১) | (৫'৪) |
| ৪। ব্যক্তিগত | ৩৪ | ৩৭ | ২৬ | ৩০ | ৪৩ |
| | (৬') | (৪'৬) | (৩'৭) | (২'৩) | (২'৭) |
| ৫। ব্যৱসায়িক | ২ | ৩ | ৫ | ১৪ | ৪৩ |
| | ('৩) | ('২) | ('৭) | (১'১) | (২'৭) |
| ৬। অন্যান্য | ২১ | ১০৪ | ৪৮ | ২৯ | ৪৮ |
| | (৩'৮) | (১২'৪) | (৬'৮) | (২'২) | (৩'০) |
| মুঠ | ৫৬৬ | ৮৩৮ | ৭১০ | ১৩১৯ | ১৫৭৫ |

(বন্ধনিৰ ভিতৰত সৰ্বমুঠ শতকৰা অংশ দেখুৱা হৈছে)

ওপৰৰ তালিকাখনৰপৰা অসমত থকা বেঙ্কসমূহৰ কাৰ্য্য-কলাপ সম্পূৰ্ণ পৰিষ্কাৰভাৱে ওলাই পৰিছে। প্ৰথমতে দেখা গৈছে বেঙ্কসমূহৰ সামগ্ৰিক ব্যৱসায় ক্ৰমাৎ বৃদ্ধি হোৱা। শিল্প, কৃষি, উদ্যোগ আৰু বেহা-বেপাৰ ইত্যাদিক দিয়া ঋণ ১৯৫৮ চনত আছিল ৫৬৬ লাখ টকা। ই

ক্ৰমাৎ বৃদ্ধি হৈ ১৯৬৬ চনত ১৫৭৫ লাখ পাইছেগৈ। আঠ বছৰৰ ভিতৰতে অসমত অৰ্থনৈতিক কাৰ্য্য-কলাপ সম্পৰ্কীয় লেন-দেন প্ৰায় তিনিগুণ বৃদ্ধি হৈছে। ই অৰ্থনৈতিক ফালৰপৰা এটা সুস্থ পৰিবেশ আৰু প্ৰগতিৰ পৰিচায়ক। দ্বিতীয়তে আমি এই তালিকাখনৰপৰা বেঙ্কবিলাকে বিভিন্ন অৰ্থনৈতিক বিভাগ যেনে—উদ্যোগ, কৃষি, বেহাবেপাৰ ইত্যাদিক দিয়া ধাৰৰ এটা আভাস পাইছো। বেঙ্কবিলাকে অসমত উদ্যোগবিলাকক দিয়া ঋণ ১৯৫৮ চনত আছিল মাত্ৰ ৬ লাখ টকা। ১৯৬৬ চনত এই ঋণৰ পৰিমাণ ২১১ লাখ টকালৈ বৃদ্ধি হয়। কিন্তু সমগ্ৰ ঋণৰ এই সংখ্যা ক্ৰমাৎ শতকৰা ১'১ আৰু ১৩'৪ ভাগহে আছিল। আকৌ কৃষি শিতানত দিয়া ঋণ ১৯৫৮ আছিল ৩৫৩ লাখ। কিন্তু এনে ঋণৰ পৰিমাণ ক্ৰমাত কমি যাবলৈ ধৰে আৰু ১৯৬৬ চনত মাত্ৰ ৯১ লাখ মূল্যৰ ঋণহে কৃষি উদ্যোগে পাবলৈ সমৰ্থ হয়। ১৯৫৮ আৰু ১৯৬০ দুয়ো বছৰতে কৃষিক দিয়া ঋণৰ পৰিমাণ বেচ শকত আছিল। ইয়াৰ পৰিমাণ সৰ্বমুঠ ঋণৰ শতকৰা হিচাপে ক্ৰমান্বয়ে ৬২'৩ আৰু ৩৯'৩ ভাগ আছিল। কিন্তু এটা কথা মন কৰিব লাগিব যে এই ঋণৰ পৰিমাণ উচ্চ হোৱাৰ বিশেষ কাৰণ আছে। সেই সময়ত চাহ-শিল্পবিলাকে বেঙ্কৰ ঋণৰ সুবিধা গ্ৰহণ কৰিছিল আৰু চাহ-শিল্পক দিয়া ঋণৰ কাৰণেহে কৃষি শিতানত দিয়া ঋণৰ পৰিমাণ ইমান বেছি হৈছিল। প্ৰকৃত কৃষি ব্যৱসায়ৰ কাৰণে দৰাচলতে অতি কম পৰিমাণৰ ঋণহে দিয়া হৈছিল আৰু সম্পূৰ্ণ পৰিষ্কাৰ হৈ উঠে। ইয়াৰ পিচৰ কেইবছৰত দিয়া ঋণৰ পৰিমাণ বিলাকৰপৰা মুঠতে বেঙ্কৰ ঋণ দানৰ সুবিধা অসমৰ উদ্যোগ আৰু কৃষি ব্যৱসায়ে উপভোগ কৰিব পৰা নাই বা বেঙ্কৰ ঋণৰ সুবিধাৰপৰা এই দুয়ো বিধ ব্যৱসায় নানান কাৰণবশতঃ বঞ্চিত হৈ আহিছে। অন্যহাতে বেহাবেপাৰ ইত্যাদি কাৰ্য্যবিলাকত বেঙ্কৰ ঋণৰ মাত্ৰা অতি উচ্চ হোৱা দেখা গৈছে। ১৯৫৮ চনত বেহাবেপাৰৰ কাৰণে এই

বেঙ্কবিলাকে মাত্র ১৫০ লাখ টকা মূল্যৰ ঋণ আগবঢ়াইছিল। কিন্তু এই শিতানত দিয়া ঋণৰ সুবিধাৰ বৃদ্ধিহাৰ ইমান বেছি যে ১৯৬৬ চনত দিয়া ঋণ ১৯৩৯ লাখ টকালৈ বৃদ্ধি হয়। এই ঋণ সৰ্বমুঠ ঋণৰ শতকৰা ৭২'৪ ভাগ। ইয়াৰপৰা এইটো পৰিষ্কাৰ হৈছে যে বেহাবেপাৰ অকলেই বেঙ্কৰ ঋণৰ বৃহত্তম অংশ পাইছে আৰু সেই কাৰণেই অন্য বিভাগবিলাক ঋণ সুবিধাৰপৰা বঞ্চিত হ'ব লগা হৈছে।

এইখিনিতে এটা প্ৰশ্ন উঠে যে বেঙ্কবিলাকে বেহাবেপাৰ শিতানত দিয়া ঋণ আমাৰ জাতীয় স্বাৰ্থৰ অনুকূল নে প্ৰতিকূল। বেহা-বেপাৰ জাতীয় অৰ্থনৈতিক ব্যৱস্থাৰ অবিচ্ছেদ্য অঙ্গ। বেহাবেপাৰ নহ'লে দ্ৰব্য সামগ্ৰীৰ লেন-দেন নহয় আৰু আমাৰ বিভিন্ন চাহিদাৰ সম্পূৰ্ণ সন্তুষ্টি সাধন নহয়। তাৰ উপৰি বেহাবেপাৰৰ দ্বাৰাইহে জাতীয় উৎপাদিত সামগ্ৰী ক্ৰয়-বিক্ৰয় হৈ উদ্যোক্তা বা কৃষকৰ আয় সংগঠিত হয়। তাৰ উপৰি এনে ব্যৱসায়তো বহুতৰ নিয়োগৰ সুবিধা সৃষ্টি হয় আৰু ব্যৱসায় বাণিজ্য বৃদ্ধি হোৱাৰ লগে লগে নিয়োগৰ সুবিধাও বৃদ্ধি হয়। এই সকলো ফালৰপৰা চালে ব্যৱসায় বাণিজ্যত অধিক পৰিমাণ ঋণৰ সুবিধা দিয়াত দেশৰ অৰ্থনৈতিক স্বাৰ্থৰ ফালৰপৰা একো ক্ষতিকৰ নহয়। কিন্তু এই সমস্যাটো বহল দৃষ্টিভঙ্গিৰ ফালৰপৰা চালিজাৰি চাব লগা হৈছে। আমি চাব লাগিব অসমৰ জাতীয় আয় গঠনত কৃষি, উদ্যোগ আৰু বেপাৰ-বাণিজ্যৰ দান কিমান। ১৯৬০-৬১ চনত অসমৰ জাতীয় আয়ৰ কাৰণে কৃষিৰ অৰিহণা আছিল ১৬৩'৮ কোটি টকা আৰু এই অৰিহণা ১৯৬৬-৬৭ চনত ১৭২'২ কোটিলৈ বৃদ্ধি হয়। এই সমগ্ৰ আয়ৰপৰা চাহ উদ্যোগ আৰু বন বিভাগৰ অৰিহণা বাদ দিলে কৃষিৰ আয় ক্ৰমে ১৩৮'৩ কোটি আৰু ১৩৭'৭ কোটি টকা। শতকৰা হিচাপৰ এই অৰিহণাৰ পৰিমাণ জাতীয় আয়ৰ ক্ৰমে ৪৬'৭ আৰু ৩৮'২ ভাগ হয়। এতিয়া চোৱা যাওক

বেপাৰ-বাণিজ্য অবিহণা কিমান। ১৯৬০-৬১ চনত বেপাৰ বাণিজ্যৰ পৰা উদ্ভৱ হোৱা জাতীয় আয়ৰ পৰিমাণ আছিল ৩০ কোটি টকা আৰু ইয়াৰ পৰিমাণ ১৯৬৬-৬৭ চনত হয়গৈ ৩৫.৩ কোটি টকা। শতকৰা হিচাপত ই জাতীয় আয়ৰ ক্ৰমে ১০.১ ভাগ আৰু ৯.৪ ভাগহে হয়। উদ্যোগৰপৰা উদ্ভৱ হোৱা জাতীয় আয়ৰ পৰিমাণ হ'ল, ১৯৬০-৬১ আৰু ১৯৬৬-৬৭ চনত ক্ৰমে ৫৭.৪ কোটি আৰু ৮৩.৭ কোটি আৰু শতকৰা হিচাপত ক্ৰমে ১৯.৪ আৰু ২২.৪ ভাগ। ১৯৬৬ চনত অকলেই কৃষি আৰু উদ্যোগে বেঙ্কৰপৰা পোৱা ঋণৰ পৰিমাণ আছিল ২০২ লাখ। অন্যহাতে এই বছৰত ব্যৱসায়-বাণিজ্যই ঋণ পাইছিল ১১৩৯ লাখ টকাৰ। গতিকে আমি নিৰ্ভুলভাৱে কব পাৰো যে কৃষি আৰু উদ্যোগে বেঙ্কবিলাকৰপৰা যথোপযুক্ত ঋণৰ সুবিধা পোৱা নাই। বনুৱা নিয়োগৰ ফালৰপৰাও ব্যৱসায়-বাণিজ্যৰ অবিহণা একেবাৰে নগণ্য। ১৯৬০ চনৰ জনপিয়লৰ বিৱৰণ মতে কৃষি আৰু উদ্যোগত বনুৱাৰ নিযুক্তি হৈছিল সৰ্বমুঠ জনসংখ্যাৰ শতকৰা ৪৬.২৬ ভাগ। বেপাৰ বাণিজ্যত বনুৱাৰ নিযুক্তি হৈছিল মাত্ৰ শতকৰা ১.৫৬ ভাগ। গতিকে জাতীয় আয় আৰু বনুৱাৰ নিযুক্তি দুয়ো ফালৰপৰাই বেপাৰ-বাণিজ্যৰ স্থান কৃষি আৰু উদ্যোগতকৈ বহুতো তলত। কিন্তু তথাপিও এই ভাগটোৱে বেঙ্কৰ ঋণৰ সৰ্ববৃহৎ অংশ লাভ কৰি আহিছে।

বাণিজ্যিক বেঙ্কৰ ঋণৰ বৃহৎ অংশ বেপাৰ-বাণিজ্য আদিত থটুৱাৰ অৰ্থনৈতিক যুক্তিযুক্ততা আগবঢ়োৱাৰ যথেষ্ট স্থল আছে। কিয়নো বেঙ্কবিলাকে ইয়াৰ অৰ্থৰ লেনদেন কৰোঁতে সাধাৰণতে তিনিটা বিষয়ৰ প্ৰতি লক্ষ্য ৰাখিবলগীয়া হয়। এই বিষয়কেইটা হ'ল, সাৱধানতা, মুনাফালভ্যতা আৰু তৰলতা। আগতেই কৈ অহা হৈছে যে বেঙ্কে লোকৰ অৰ্থৰ দ্বাৰা ব্যৱসায় কৰে। গতিকে অৰ্থ বিনিয়োগ বা অৰ্থ লেন-দেন কৰোঁতে অতি সাৱধানতা অৱলম্বন কৰিবলগীয়া হয়। নহ'লে বেঙ্ক বিপদগ্ৰস্ত হোৱাৰ আশঙ্কা আছে।

আকৌ সৰ্বোচ্চ লাভ বা মুনাফা অৰ্জন কৰা প্ৰতি বেঙ্কৰে প্ৰধান লক্ষ্য। গতিকে ই এনে ধৰণৰ লেন-দেনত অৰ্থ বিনিয়োগ কৰিব যাতে ইয়াৰ লাভৰ অংশ উচ্চ হয়। আকৌ তৰলতা নিখুঁত ৰখা প্ৰতি বেঙ্কৰে সুস্থ নীতি। গতিকে এই তিনিওটা নীতিৰ সামঞ্জস্য ৰাখি বেঙ্কে অৰ্থ বিনিয়োগ কৰিবলগা হয় আৰু ব্যৱসায়ত বিনিয়োগ কৰিলে যাতে তৰলতা অটুট থাকে আৰু অন্যহাতে লাভৰ অংশ বেছি হয় তেনে ব্যৱসায়তহে ই বিনিয়োগ কৰে। গতিকে বেঙ্কৰ ফালৰ-পৰা বেপাৰ-বাণিজ্যত অধিক পৰিমাণে ঋণ দান দিয়া এটা সুস্থ নীতি। কিন্তু জাতীয় স্বাৰ্থৰ ফালৰপৰা এই নীতি সুস্থ নহয়। কিয়নো বেপাৰ-বাণিজ্যৰ দ্বাৰা জাতীয় সম্পদ সৃষ্টি নহয়। ই মাত্ৰ উৎপাদিত সামগ্ৰীৰ উপযোগিতা যেনে, স্থল-উপযোগিতা আৰু সময় উপযোগিতা বৃদ্ধি কৰাত সহায় কৰে। জাতীয় সম্পদ বৃদ্ধি নহ'লে জাতীয় অৰ্থ-নৈতিক উন্নতি সম্ভৱ নহয়। গতিকে বেঙ্কৰ ঋণ দান নীতিত বেপাৰ-বাণিজ্যত অধিক গুৰুত্ব দিয়াটো অসমৰ জাতীয় স্বাৰ্থৰ পৰিপন্থী নহয়। আকৌ অসমত সমগ্ৰ বেহা-বেপাৰ এটা বিশেষ সম্প্ৰদায়ৰ একচেটিয়া কবলত। এই ব্যৱসায়ত অন্য সম্প্ৰদায়ৰ মানুহৰ প্ৰৱেশৰ সুবিধা প্ৰায় নাই বুলিলেই হয়। গতিকে এই সম্প্ৰদায়টোৱে অসমৰ বেপাৰ-বাণিজ্য এনেভাৱে পৰিচালিত কৰিছে যে তাৰ দ্বাৰা সমুহ ৰাইজৰ কোনো উপকাৰ হোৱা নাই। বৰং সময়ে সময়ে কৃত্ৰিম অভাৱ বা নাটনিৰ সৃষ্টি কৰি এই বেপাৰী-বিলাকে বস্তুৰ মুল্য বৃদ্ধি কৰি সৰ্বসাধাৰণ ৰাইজক শোষণহে কৰিছে। আৰু এই শোষণৰ সুবিধা জোগাইছে আমাৰ অৰ্থৰে পৰিপুষ্ট এই বেঙ্কবিলাকে। কিয়নো বেঙ্কৰ ঋণৰ সুবিধা নাপালে এই বেপাৰী সমষ্টিয়ে বস্তু মজুত কৰি ৰাখি কৃত্ৰিম নাটনিৰ সৃষ্টি কৰিব নোৱাৰিলেহেঁতেন। গতিকে সৰ্বসাধাৰণৰ স্বাৰ্থৰ ফালৰপৰাও বেঙ্কৰ বেপাৰ-বাণিজ্যত অধিক ঋণ দিয়া ক্ষতিকৰ।

ডাঙৰ ডাঙৰ বেঙ্কবিলাক ৰাষ্ট্ৰীয়কৰণ কৰাৰপৰা বেঙ্কৰ

কাৰ্য্যপদ্ধতি আৰু ঋণ নীতি সলনি হোৱাৰ সম্ভাৱনা দেখা দিছে। আশাকৰা যায় যে অসমত থকা বেঙ্কসমূহে এতিয়া সৰ্বোচ্চ লাভৰ পৰিৱৰ্তে জাতীয় স্বাৰ্থৰ ওপৰত বেছি গুৰুত্ব দি ঋণনীতি পৰিচালনা কৰিব। আৰু এই নীতি কাৰ্য্যত পৰিণত হ'লে অসমত কৃষি আৰু উদ্যোগবিলাকে বিভিন্ন বেঙ্কবিলাকৰপৰা ঋণৰ সুবিধা অধিক পৰিমাণে পাব বুলি আমি আশা ৰাখিছো।

------

# মূল্য বৃদ্ধিৰ বিভীষিকা

আজি কিছুদিনৰ পৰা নিত্য ব্যৱহাৰ্য্য বস্তুৰ মূল্য দিনক দিনে বাঢ়ি অহা পৰিলক্ষিত হৈছে। এই ক্ৰমবৰ্দ্ধমান বৰ্দ্ধিত মূল্যই ভাৰতত সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক সমস্যাত এটা অতি ভয়াবহ পৰিস্থিতিৰ সৃষ্টি কৰাৰ আশঙ্কা দেখা দিছে। মধ্য আৰু নিম্ন বেতনভোগী আৰু কম আয়ৰ মানুহৰ কাৰণে বৰ্ত্ত-মানৰ চলিত মূল্যত গোটেই পৰিয়ালৰ কাৰণে দুবেলা পেট ভৰাই খাব পৰাকৈ খাদ্য সংগ্ৰহ কৰা অসম্ভৱ হৈ উঠিছে। ভোকত পেটৰ যন্ত্ৰণা, ক্ষুধাতুৰ সন্তানৰ ক্ৰন্দন আদি অশান্তি আন্দোলনৰ লাগনী খৰি। ভোকাতুৰ বৰ্তমানৰ মানুহে ভৱিষ্যতৰ সামাজবাদী গণতান্ত্ৰিক স্বপ্নত কেতিয়াও সুস্থিৰে থাকিব নোৱাৰে। গতিকে বৰ্ত্তমানৰ নিত্য প্ৰয়োজনীয় সামগ্ৰী নিম্ন স্তৰৰ আয়ৰ মানুহে পোৱাৰ কিবা এটা ব্যৱস্থা অতি শীঘ্ৰে নললে দেশৰ ৰাজনৈতিক পৰিস্থিতি ক্ৰমাৎ আৰু বেয়ালৈ যোৱাৰ আশঙ্কা আছে। আৰু এনে পৰিস্থিতিৰ উদ্ভৱ হলে পৰিকল্পনাৰ উদ্দেশ্য থানবান হৈ দেশৰ অৰ্থনৈতিক প্ৰগতি আৰু লেহেম হোৱা সুনিশ্চিত হব।

চৰকাৰী বিবৃতি মতে যোৱা দুবছৰ ভাৰতত খাদ্য শস্য উৎপাদন যথেষ্ট পৰিমাণে বৃদ্ধি হৈছে আৰু খাদ্য দ্ৰব্যৰ মজুত ভড়ালো টনকিয়াল হিচাপে ৰখা হৈছে। যদিহে এই বিবৃতি সঁচাই সত্য হয়, তেতিয়াহলে এতিয়া হঠাতেই খাদ্য সামগ্ৰীৰ দাম বৃদ্ধি

হোৱাৰ কাৰণ কি ? চাহিদা আৰু যোগানৰ সমতা থাকিলে মূল্য বৃদ্ধিৰ কাৰণ থাকিব নোৱাৰে। কিন্তু এফালে উৎপাদনৰ পৰিমাণ বৃদ্ধি আৰু আনফালে ক্ৰমান্বয়ে সামগ্ৰীৰ মূল্য বৃদ্ধি—এই দুয়োটা সমস্যা ৰহস্যজনক। যদিহে সঁচাই উৎপাদন বৃদ্ধি হৈছে তেন্তে এই বৰ্দ্ধিত উৎপাদন ক'লৈ গৈছে ? নিশ্চয় এই বৰ্দ্ধিত উৎপাদনৰ এক বৃজন অংশ চোৰাং বজাৰত প্ৰৱেশ কৰিছে। পুঁজিপতি আৰু লাভখোৰ বেপাৰীয়ে চৰকাৰী বিষয়াৰ জ্ঞাতে বা অজ্ঞাতে এনে কিছুমান প্ৰয়োজনীয় সামগ্ৰী লুকুৱাই ৰাখি দেশত কৃত্ৰিম অনাটনৰ সৃষ্টি কৰিছে। ভাৰতৰ নিচিনা কৃষি প্ৰধান দেশত মূল্যস্তৰ সাধাৰণতে খাদ্য দ্ৰব্যৰ মূল্যৰ ওপৰতে নিৰ্ভৰশীল। খাদ্য দ্ৰব্যৰ মূল্য বেচি হলে এই বৰ্দ্ধিত মূল্যই অন্য ভোগ্য সামগ্ৰী আৰু বিলাসৰ সামগ্ৰীৰ মূল্যৰ ওপৰত হেঁচা পেলায়। অন্যহাতে খাদ্য-দ্ৰব্যৰ মূল্য কম হলে অন্য ভোগ্য সামগ্ৰীৰ মূল্য নিম্নগামী হয়। কিন্তু ভাৰতত ইয়াৰ ওলোটা পৰিস্থিতি হোৱাহে পৰিলক্ষিত হৈছে। লোহা-লক্কৰ, তেলৰ গুটি, কপাহ ইত্যাদি কিছুমান বস্তুৰ যোগান চাহিদাতকৈ কম হোৱা বুলি আমাৰ জাতীয় চৰকাৰে বহুত দিনৰ পৰাই স্বীকাৰ কৰি আহিছে আৰু এইবোৰ সামগ্ৰী বিদেশৰ পৰা হলেও আমদানি কৰি যোগান ধৰিবলৈ প্ৰতিশ্ৰুতি দি আহিছে। কিন্তু লো, তীখা, বনস্পতি আৰু কপাহৰ যোগান কম হোৱাৰ কাৰণেই যে দেশত নিত্য প্ৰয়োজনীয় বস্তুৰ সামগ্ৰীক মূল্যমান ক্ৰমে বৃদ্ধি হৈ যাব পাৰে তাৰ কোনো যুক্তি যুক্ততা নাই। গতিকে এই মূল্য বৃদ্ধিৰ কাৰণ অন্য ক'ৰবাত লুকাই আছে।

ভাৰতত পৰিকল্পিত ভাৱে অৰ্থনৈতিক উন্নয়নৰ ব্যৱস্থা ১৯৫১ চনতেই গ্ৰহণ কৰা হয়। তেতিয়াৰ পৰা আজিলৈকে তিনিখন পাঁচ বছৰীয়া পৰিকল্পনা, তিনিখন তদৰ্থ বছেৰেকীয়া পৰিকল্পনা আৰু চতুৰ্থ পৰিকল্পনাৰ প্ৰথম দুবছৰ শেষ হৈ গৈছে। এই একুৰি

বছৰৰ ভিতৰত অৰ্থনৈতিক আৰু সামাজিক উন্নতিৰ কাৰণে বহু কোটি অৰ্থ ব্যয় কৰা হৈছে। তৈয়াৰী সামগ্ৰী প্ৰস্তুত কৰাৰ কাৰণে ক্ষুদ্ৰ, বৃহৎ বিভিন্ন ধৰণৰ উদ্যোগ প্ৰতিষ্ঠান স্থাপন কৰা হৈছে আৰু উদ্যোগিক উন্নয়নৰ ভেঁটি দৃঢ় কৰাৰ কাৰণে মুল আৰু গধুৰ শিল্প স্থাপন কৰা হৈছে। কৃষিজাত দ্ৰব্য উৎপন্ন বৃদ্ধিৰ কাৰণেও বিভিন্ন ধৰণৰ আঁচনি যুগুত আৰু সম্পাদিত হৈছে। উন্নত আৰু বৈজ্ঞানিক কৃষি সৰঞ্জাম, উন্নত আৰু নিৰোগী সঁচ, ৰাসায়নিক সাৰৰ লগে লগে জৈৱিক সাৰবো ব্যৱহাৰ, অধিক খেতি-পথাৰত কৃত্ৰিম উপায়েৰে পানী যোগানৰ ব্যৱস্থা, একাধিক বাৰ ফচল লগোৱাৰ ব্যৱস্থা ইত্যাদি নানান পন্থা অৱলম্বন কৰা হৈছে। ইয়াৰ ফল স্বৰূপে দেশৰ বিভিন্ন অঞ্চলত বিশেষকৈ ঘেঁহু উৎপাদনকাৰী পঞ্জাব হাৰিয়ানা আৰু আৰু ধানৰ ক্ষেত্ৰত তামিল-নাডু, পশ্চিম বঙ্গ এইবোৰত সেউজীয়া বিপ্লৱৰ আৰম্ভণি হৈছে বুলি কোৱা হৈছে। ইয়াৰ উপৰিও যোৱা দুটা বছৰত প্ৰাকৃতিক দুৰ্য্যোগ আগৰ বছৰতকৈ বহুতো কম। গতিকে কৃষি উৎপাদন যথেষ্ট পৰিমাণে বৃদ্ধি হোৱা যথাৰ্থতেই সত্য। কিন্তু পৰিতাপৰ বিষয় হৈছে যে উদ্যোগিক আৰু কৃষিজাত দ্ৰব্যৰ দুয়ো বিধৰে উৎপাদন ক্ৰমান্বয়ে বৃদ্ধি হোৱা সত্বেও সামগ্ৰীৰ মূল্য অতিপাত ৰূপে বৃদ্ধি হৈছে কিয়? আমি স্বীকাৰ কৰো উন্নয়ন আঁচনি কাৰ্য্যকৰী কৰাত যি অৰ্থ ব্যয় হৈছে, ইয়ে ৰাইজৰ সামগ্ৰিক আয় বৃদ্ধি কৰিছে আৰু এই বৰ্দ্ধিত আয়ৰ কাৰণে বিভিন্ন সামগ্ৰীৰ চাহিদা বৃদ্ধি হৈছে। কিন্তু এইটোও স্বীকাৰ কৰিব লাগিব যে দেশৰ জাতীয় আয় আৰু জনমূৰি আয় আশানুৰূপভাৱে বস্তুৰ মূল্যত অতিপাত হেঁচা দিব পৰাকৈ এতিয়াও আমাৰ দেশত আয় বৃদ্ধি হোৱা নাই। গতিকে বৰ্দ্ধিত আয় জনিত মূল্য বৃদ্ধিৰ যুক্তি অতি দুৰ্ব্বল। ই মূল্যত কিছু হেঁচা পেলাইছে; কিন্তু এই হেঁচা অতি দুৰ্ব্বল।

ভাৰতৰ ৰাইজে (প্ৰকৃততে চৰকাৰে) মিশ্ৰিত অৰ্থনীতি নীতি-গতভাৱে গ্ৰহণ কৰিছে। এনে অৰ্থনীতিত চৰকাৰী আৰু বে-চৰকাৰী দুয়োটা খণ্ডৰে ভূমিকা প্ৰায়েই সমান। কিন্তু দুয়োটা খণ্ড দুটা বিপৰীত লক্ষ্যক উদ্দেশ্য কৰি পৰিচালিত। চৰকাৰী খণ্ডৰ প্ৰধান লক্ষ্য হৈছে সেৱা। ৰাইজৰ সেৱাই ইয়াৰ প্ৰকৃত মুনাফা। গতিকে ইয়াৰ উৎপাদন আঁচনি যুগুত কৰোঁতে দেশৰ বৃহৎ স্বাৰ্থক লক্ষ্য হিচাপে ৰখা হয়। সেই কাৰণেই বৃহৎ আৰু মূল শিল্প বিলাক চৰকাৰী খণ্ডৰ ভিতৰত ৰখা হৈছে। এনে আঁচনি যুগুত কৰোঁতে ব্যয় মুনাফা বিশ্লেষণ জাতীয় সেৱাৰ প্ৰতি বিশেষ গুৰুত্ব দিয়া হয়। কিন্তু বেচৰকাৰী খণ্ডত এই যুক্তি অপ্ৰযোজ্য। বেচৰকাৰী খণ্ডৰ প্ৰধান লক্ষ্য হৈছে মুনাফা। কম সময়তে বেচি মুনাফা অৰ্জ্জন কৰাই বেচৰকাৰী খণ্ডৰ লক্ষ্য। এনে অৱস্থাত ৰাইজৰ বা জাতীয় স্বাৰ্থই গৌণ স্থান পোৱা অতি স্বাভাৱিক। মুনাফা যিটো খণ্ডৰ প্ৰধান লক্ষ্য, এই মুনাফা অৰ্জ্জন বা সৃষ্টি কৰিবৰ কাৰণে বেচৰকাৰী খণ্ডৰ উদ্যোগপতি আৰু উৎ-পাদনকাৰীয়ে সদায়েই এক্‌চেচ কেপাচিটি (excess capacity) ৰক্ষা কৰিহে উৎপাদন কৰিব। তাৰোপৰি কেঁচামালৰ দাম শ্ৰমিকৰ মজুৰিৰ তাৰতম্য ইত্যাদিয়েও এই খণ্ডৰ উৎপাদনত প্ৰভাৱ পেলায়। মূল্য বৃদ্ধিৰ সুবিধা নাথাকিলে কেঁচামালৰ দাম সামান্য বৃদ্ধি হলেই বা শ্ৰমিকৰ মজুৰি অলপ বেছিকৈ দিব লগা হলেই এই খণ্ডৰ উদ্যোগপতিয়ে উৎপাদন বন্ধ ৰখাৰ প্ৰচেষ্টা চলায়। বৰ্ত্তমান সময়ত কপাহী বস্ত্ৰ শিল্প বিলাকে এনে পদ্ধতি অৱলম্বন কৰিবলৈ যো-জা কৰিছে। কপাহী বস্ত্ৰৰ মূল্য বৃদ্ধিত চৰকাৰে অনুমতি নিদিয়াত কল মালিকসকলে কপাহ সংৰক্ষণৰ অজুহাতত কল বন্ধ ৰখাৰ সিদ্ধান্তই এনে পৰিস্থিতিৰ জ্বলন্ত উদাহৰণ। গতিকে যি দেশত মিশ্ৰিত অৰ্থনীতিক ৰাষ্ট্ৰীয় নীতি হিচাপে গ্ৰহণ কৰা হৈছে আৰু যি দেশত নিত্য ব্যৱহাৰ্য্য বিশেষকৈ

ভোগ্য সামগ্ৰী বেচৰকাৰী খণ্ডৰ উদ্যোগৰ হাতত মুকলিভাৱে ৰখা হৈছে, এনে দেশত কৃত্ৰিম অনাটন আৰু মূল্য বৃদ্ধি অপৰিহাৰ্য্য। চৰকাৰৰ পৰিকল্পনাৰ আঁচনি বেচৰকাৰী খণ্ডত প্ৰযোজ্য নহয়। বেচৰকাৰী শিল্পপতিক চৰকাৰে বাধ্য কৰাব নোৱাৰে, মাত্ৰ অনুৰোধ কৰিব পাৰে। গতিকে এনে বাধ্য বাধকতাৰ অভাৱত পৰিকল্পনা আয়োগে যুগুত কৰা আঁচনি বেচৰকাৰী খণ্ডৰ কাৰণে অনুৰোধ সদৃশ। গতিকেই উৎপাদন বৃদ্ধিৰ হাৰ ধাৰ্য্য কৰা লক্ষ্য মতে হোৱা নাই। মুনাফা প্ৰত্যাশাৰ দ্বাৰা পৰিচালিত উৎপাদনত সদায়েই যোগান চাহিদাৰ তাৰতম্য থাকিব। গতিকেই আমাৰ দেশত কুৰি বছৰীয়া পৰিকল্পনাৰ পিচতো নিত্য প্ৰয়োজনীয় সামগ্ৰীৰ অভাৱ সম্পূৰ্ণ বিৰাজমান। যিহেতু ভোগ্য সামগ্ৰীৰ উৎপাদন, বিতৰণ আদি সম্পূৰ্ণভাৱে বেচৰকাৰী খণ্ডত, ইয়াত যোগান চাহিদাৰ ভাৰসাম্যহীনতা মানুহৰ সৃজিত। কৃত্ৰিম উপায়েৰে অনাটন সৃষ্টি, উৎপাদনৰ পৰিমাণ হ্ৰাস ইত্যাদি বেচৰকাৰী খণ্ডৰ মুনাফা সৃষ্টিৰ কৌশল। গতিকে যিমান দিন নিয়ন্ত্ৰণহীন বেচৰকাৰী খণ্ডক দেশৰ অৰ্থনীতিৰ এক বৃহৎ অংশৰ ওপৰত সাৰ্ব্বভৌমত্বৰ অধিকাৰ দিয়া থাকিব সিমান দিন ভাৰতৰ যোগান চাহিদাৰ তাৰতম্য, কৃত্ৰিম অনাটন আৰু মূল্য বৃদ্ধিৰ পৰিস্থিতি বিৰাজমান হৈ থাকিব। এই পৰিস্থিতিৰ উপশম কৰিবলৈ হলে চৰকাৰী খণ্ডত ভোগ্য সামগ্ৰী প্ৰস্তুত কৰিবলৈ উদ্যোগ স্থাপনৰ ব্যৱস্থা হাতত লব লাগিব। ভোগ্য সামগ্ৰীৰ উৎপাদনত চৰকাৰী আৰু বেচৰকাৰী খণ্ডৰ মাজত প্ৰতিযোগিতাৰ সৃষ্টি কৰিব পাৰিলেহে খাদ্য সামগ্ৰীৰ উৎপাদন চাহিদা অনুপাতে বৃদ্ধি হোৱাৰ সম্ভাৱনা আছে। আমাৰ চৰকাৰে সুদীৰ্ঘ কাল বেচৰকাৰী খণ্ডৰ সততাৰ ওপৰত আস্থা ৰাখি প্ৰায় নিষ্ক্ৰিয় হৈ বহি আছিল। এতিয়াৰ যি অভিজ্ঞতা, এই অভিজ্ঞতাই চৰকাৰী খণ্ডৰ সমগ্ৰ অৰ্থনীতিৰ সম্প্ৰসাৰণৰ প্ৰয়োজনীয়তা প্ৰতিপন্ন কৰিছে।

দ্বিতীয়তে ভাৰতৰ বজাৰখনো কম বেচি পৰিমাণে মিশ্ৰিত। কিছুমান বস্তুৰ যোগান, বিতৰণ আৰু মূল্য নিৰূপণত চৰকাৰৰ নিয়ন্ত্ৰণ আছে। অন্য কিছুমান সামগ্ৰী সম্পূৰ্ণ মুক্ত। এনে হোৱাৰ কাৰণেও যোগান চাহিদাৰ তাৰতম্য, মূল্যৰ উঠা পৰা সহজেই উদ্ভৱ হয়। ভাৰতত অনাটন বিশেষকৈ ভোগ্য সামগ্ৰীৰ, উদ্ভৱ হোৱা বহুতো বছৰ হ'ল। জনসংখ্যা বৃদ্ধি, প্ৰাকৃতিক দুৰ্যোগ ইত্যাদি নানান কাৰণ বশতঃ যোগানতকৈ চাহিদা চেৰাই যোৱা ভাৰতীয় অৰ্থনীতিৰ এটা লক্ষণ হৈ পৰিছে। এনে অৱস্থাত অত্যাৱশ্যকীয় সামগ্ৰীৰ উচিত মূল্যত সমবিতৰণ এটা কপ্‌কপীয়া ব্যৱস্থা জাতীয় নীতি হিচাপে গ্ৰহণ কৰা উচিত আছিল। তাকে নকৰি সময়মতে (বিভিন্ন দল গোষ্ঠিৰ হেঁচাত) মূল্য আৰু বিতৰণ নিয়ন্ত্ৰণৰ অধীনলৈ অনা আৰু সময়মতে এইবোৰ সম্পূৰ্ণ মুক্ত কৰি দিয়া হৈছে আৰু ইয়াৰ ফল হিচাপে দেশৰ সমগ্ৰ গ্ৰাহক সকল ব্যৱসায়ী বণিক গোষ্ঠিৰ উৎপীড়ণৰ স্থল হৈ পৰিছে। সম্পূৰ্ণ মুক্ত বজাৰত যোগান চাহিদাৰ প্ৰভাৱত বস্তুৰ এটা ভাৰসাম্য মূল্য নিৰূপণ হোৱাৰ স্থল আছে যদিহে উৎপাদন, কেঁচামাল আৰু শ্ৰমিকৰ যোগান চাহিদাতো তেনে মুক্ত অৱস্থা প্ৰৱৰ্ত্তিত থাকে। ইয়াৰ উপৰিও মুক্ত বজাৰত বিদেশী বস্তুৰ আমদানি ৰপ্তানিৰো বাধাহীন ভাৱে প্ৰৱেশৰ স্থল থকা উচিত। পৰিকল্পনা আৰম্ভ হোৱাৰ পৰা আৰু বৈদেশিক মুদ্ৰাৰ অনাটন উদ্ভৱ হোৱাৰ কাৰণে ভাৰতৰ বহিঃ বাণিজ্য এক পিঠিয়া কৰা হৈছে। মাত্ৰ ৰপ্তানি বৃদ্ধি কৰাত আত্ম নিয়োগ কৰি আমদানি সম্পূৰ্ণ (পৰাপক্ষত) কপ্‌কপীয়া কৰা হৈছে। অথচ স্বীকাৰ কৰিব লাগিব যে চালুকীয়া উদ্যোগবিলাকক এনে ধৰণৰ আশ্ৰয় নিদিলে এইবোৰে সতকাই গা কৰি উঠিব নোৱাৰে। কিন্তু ভাৰতীয় উদ্যোগে এই সুবিধাৰ অজুহাতত নিজকে সুস্থ সবল কৰি অনাৰ লগত প্ৰতিযোগিতাত নমাৰ অৱস্থা গঢ়ি তোলাৰ পৰিৱৰ্ত্তে, ৰক্ষিত অৱস্থাৰ সুযোগ

লৈ দেশৰ গ্ৰাহকক শোষণ কৰাত লাগি গৈছে। আজি আমাৰ দেশত এনে কিছুমান সামগ্ৰী উৎপাদিত হৈছে, যিবোৰৰ মূল্যৰ অনুপাতত গুণ অতি নিম্ন স্তৰৰ। এনে বস্তু ভাৰতত পোৱাতকৈ বহুতো কম মূল্যত অথচ উৎকৃষ্ট গুণ সম্পন্ন বস্তু বাহিৰৰ পৰা পোৱা গলহেঁতেন। গতিকে জাতীয় উদ্যোগৰ নামত গ্ৰাহকৰ স্বাৰ্থ অৱহেলা কৰি, কিছুমান উদ্যোগক ৰক্ষিত কৰি ৰখা হৈছে। ফলত এফালে ৰাইজে ভুগিছে আৰু অন্যহাতে জাতীয় উদ্যোগ গা কৰি উঠাৰ যি ব্যৱস্থাৰ প্ৰয়োজন, তাকো গ্ৰহণ কৰাৰ প্ৰয়োজনীয়তা নাইকিয়া কৰা হৈছে। ভাৰতৰ নিচিনা মিশ্ৰিত বজাৰত অভাৱ অনাটন আৰু মূল্য বৃদ্ধি অপৰিহাৰ্য্য। মুঠতে কোনো মিশ্ৰিত বস্তুৰে ফল শুভ নহয়। পুঁজিবাদ আৰু সমাজবাদক একে দেশত, একে আৱহাৱাত সমানভাৱে প্ৰতিদ্বন্দিতা কৰিবলৈ দিলে পুঁজিবাদ জয়ী হব। ই ধ্ৰুব সত্য।

এটা কথা সততেই শুনা যায় যে বৃহৎ আকাৰৰ ঘাটি বিত্ত ব্যৱস্থা আৰু অতিপাত নোট প্ৰচলনৰ কাৰণে ভাৰতত মূল্য বৃদ্ধি হৈছে। এই উক্তিটোত কিছু যুক্তি থাকিলেও বস্তুতঃ ই সম্পূৰ্ণ সত্য নহয়। স্বীকাৰ কৰিব লাগিব যে বিভিন্ন পঞ্চ বাৰ্ষিক পৰিকল্পনাৰ আঁচনি কাৰ্য্যকৰী কৰোঁতে প্ৰয়োজন হোৱা অৰ্থ আভ্যন্তৰীণ যথোপযুক্ত সঞ্চয়ৰ অভাৱত কম হৈছে আৰু এনে কম হোৱা অংশ ঘাটি বিত্ত ব্যৱস্থাৰ দ্বাৰা পূৰণ কৰিব লগা হৈছে। কিন্তু এই বিত্ত আংশিকভাৱে হলেও উৎপাদনমুখী আঁচনিত ব্যৱহৃত হৈছে। অথচ আমি স্বীকাৰ কৰো যে উৎপাদন ব্যৱস্থাত প্ৰত্যক্ষভাৱে ব্যৱহৃত নোহোৱা ব্যয়ৰ পৰিমাণ ক্ৰমে বৃদ্ধি হৈছে; কিন্তু যিমান পৰ্যন্ত উৎপাদন সম্প্ৰসাৰণৰ সুবিধা থাকে, আৰু যেতিয়ালৈকে অব্যৱহৃত সামগ্ৰী থাকে তেতিয়ালৈকে ঘাটি বিত্ত ব্যৱস্থাই সামগ্ৰিক মূল্যৰ ওপৰত বেচি হেঁচা পেলাব নোৱাৰে।

অতিৰিক্ত নোট প্ৰচলন যুক্তিটোও সিমান সৰল নহয়।

উন্নতমুখী ৰাষ্ট্ৰত নোট প্ৰচলন বা মনি চাপ্লাই ( money supply ) বেচি হোৱা স্বাভাৱিক। কিন্তু অকল বিত্ত যোগান বেচি হলেই মূল্য বৃদ্ধিৰ সহায়ক হব নোৱাৰে। ইয়াৰ প্ৰচলন পৰিৱেশৰ ওপৰতে মূল্যৰ গতি নিৰূপিত। মন কৰিবলগীয়া যে ভাৰতৰ গ্ৰাম্য প্ৰাধান্য অতি প্ৰকট। গাঁৱলীয়া বহু অঞ্চলত এতিয়াও অৰ্থৰ মাধ্যমেৰে লেনদেন সম্পাদিত নহয়। তাৰোপৰি অৰ্থ প্ৰাপ্তিৰ লগে লগেই গাঁৱলীয়া ৰাইজে ব্যয় ব্যাকুল হৈ নপৰে। তাৰোপৰি গাঁৱলীয়া অঞ্চলত সাধাৰণতে দৈনিক হাত বজাৰ নহয়। সপ্তাহত এবাৰ বা দুবাৰ এনে ঠাইত হাত বজাৰ হয়। গতিকে টকাৰ প্ৰচলনৰ বেগ ভাৰতৰ এক বৃহৎ অংশত অতি লেহেম। এই কাৰণে বিত্ত যোগান বেচি হোৱাৰ ফলত মূল্য বৃদ্ধি হোৱা যুক্তিটো অতি দুৰ্ব্বল হৈ পৰে। কিন্তু এটা কথা মনত ৰখা উচিত হব যে গাঁৱলীয়া ৰাইজৰ যি আয় হয়, সি সম্পূৰ্ণভাৱে বাহিৰ হৈ যায়। তাত সঞ্চয় হোৱাৰ সুবিধা নাথাকে। প্ৰথমতে, গাঁৱলীয়া অঞ্চলত এতিয়ালৈকে বিত্ত সঞ্চয়ৰ সুব্যৱস্থা নাই। পোষ্ট অফিচ চেভিংচ বেঙ্কৰ যি বেমেজালি, তাত গাঁৱলীয়া ৰাইজ অতীষ্ঠ। আজি চহীহে নিমিলিল, কাইলৈ ভুলকৈ লিখিলে ইত্যাদি একুৰি এটা ওজৰ আপত্তি দৰ্শোৱা কাৰণে গাঁৱলীয়া ৰাইজে পোষ্ট অফিচ চেভিংচ বেঙ্কলৈ যাবলৈ ভয় কৰে। অন্যহাতে গাঁৱলীয়া অঞ্চললৈ এতিয়াও বাণিজ্যিক বেঙ্কৰ শাখা সম্প্ৰসাৰণ হোৱা নাই। ৰাষ্ট্ৰীয়কৃত হোৱাৰ পিচতো বাণিজ্যিক বেঙ্কবিলাকে আগৰ দৰেই মুনাফাৰ লক্ষ্য লৈয়েই পৰিচালিত হৈ আছে। গাঁৱলীয়া ৰাইজে সঘনে আৰু অলপ দূৰত পাব পৰাকৈ এতিয়াও শাখা সম্প্ৰসাৰণ হোৱা নাই। বেঙ্কত এটা জমা থবলৈ ১০।১৫।২০ মাইল বাটকুৰি বাই অহা মানুহৰ সংখ্যা আমাৰ দেশত অতি কম। গতিকে গাঁৱলীয়া অঞ্চলত সঞ্চয়ৰ সুবিধাৰ অভাৱত সঞ্চয় সমূলি নহয়। যি যিমান আয় কৰে তাক খৰচ কৰে। দ্বিতীয়তে কাগজৰ নোটত মানুহৰ

মঁৰম নাই। এই নোটবোৰ সাঁচি থবও নোৱাৰে। গাঁৱলীয়া পৰিস্থিতিত, পানী, বতাহ লাগি নষ্ট হোৱা, উই আদিয়ে খাই শেষ কৰা ইত্যাদি আশঙ্কাত মানুহে কাগজৰ টকা সাঁচি থবলৈ সাহস নকৰে। গতিকে এই দুই কাৰণ বশতঃ গাঁৱলীয়া অঞ্চলত যি আয়ৰ উদ্ভৱ হয়, সি সম্পূৰ্ণভাৱে খৰচ হৈ যায়। গতিকে কাগজৰ টকা প্ৰচলিত আৰু সঞ্চয়ৰ সুবিধাৰ অভাৱ এই দুয়োটাই গাঁৱলীয়া বাইজৰ চাহিদা বৃদ্ধি কৰাত কিছু অৰিহণা যোগাইছে। কিন্তু ই অবাৰিত মূল্য বৃদ্ধিৰ প্ৰধান কাৰণ নহয়।

অতিপাত নোট বা কাগজৰ টকাৰ প্ৰচলন ভাৰতত আগতেও হৈছে। দ্বিতীয় মহাযুদ্ধৰ সময়ত বিভিন্ন ধৰণৰ উৎপাদন, প্ৰশাসনীয় আৰু প্ৰতিৰক্ষাৰ ব্যয় বহন কৰিবলগীয়া হোৱাত কাগজৰ টকাৰ প্ৰচলন অতি বেচি হৈছিল। এই সময় ছোৱাত খাদ্য সামগ্ৰী প্ৰতিৰক্ষাৰ কাৰণে ৰক্ষণাবেক্ষণ কৰিব লগা হোৱাত অসামৰিক ৰাইজৰ কাৰণে অলপ পৰিমাণৰ সামগ্ৰীহে মুকলি কৰি দিয়া হৈছিল। কিন্তু এনে অৱস্থাতো খাদ্য পৰিস্থিতি আৰু মূল্যমান নিয়ন্ত্ৰিত অৱস্থাত ৰাখিব পৰা গৈছিল। কিন্তু বৰ্ত্তমান খাদ্য বা ভোগ্য সামগ্ৰীৰ উৎপাদন বৃদ্ধি হোৱা সত্বেও, অভাৱ অনাটন আৰু মূল্যমান ক্ৰমে ঊৰ্দ্ধমুখী হৈছে। ইয়াৰ কাৰণ হৈছে চৰকাৰৰ ভুল বিতৰণ নীতি আৰু মূল্যৰ ওপৰত নিয়ন্ত্ৰণহীনতা। মূল্যমান বৃদ্ধি হলেই আমাৰ চৰকাৰে মধ্যকালীন সাহায্য, বেতন বৃদ্ধি ইত্যাদি কিছুমান সহজ পন্থা গ্ৰহণ কৰিছে। কিন্তু এনে পন্থাৰ ফলাফল ক্ৰমে ভয়াবহহে হৈ পৰিছে। মধ্যকালীন সাহায্য, বেতন বানচ বৃদ্ধি কৰি এক অতি সামান্য সংখ্যক লোকক যি সহায় আগবঢ়োৱা হৈছে, সি বুমিৰেং (boomerang) হৈ এই সাহায্য প্ৰাপ্তসকলক হেঁচা দিয়াৰ উপৰিও অন্যলৈও বিয়পি পৰিছে। এনে অদূৰদৰ্শী নীতিৰ ফলত ভাৰতত বেতন বৃদ্ধি, মূল্য বৃদ্ধি, আকৌ বেতন বৃদ্ধি এনে বৃত্তাকাৰ পৰিস্থিতিৰ সৃষ্টি

হৈছে আৰু ইয়াৰ পৰা মুক্ত হ'বলৈ আমাৰ চৰকাৰ শক্তিহীন হৈ পৰিছে। তাৰোপৰি এনেদৰে বেতন, মূল্য বৃদ্ধিৰ ফলত উৎপাদন ব্যয় বাঢ়ি গৈছে আৰু সমগ্ৰ ৰাজ্যতে উচ্চ ব্যয় মূল্য পৰিস্থিতিৰ সৃষ্টি হৈছে। গতিকে উৎপাদনত বাধাৰ উদ্ভৱ হৈছে। চাকৰিয়াল বা শ্ৰমিকে বিচৰামতে বেতন বানচ বৃদ্ধি নকৰি চৰকাৰে এটা স্থিতিশীল মূল্য নীতি গ্ৰহণ কৰাহেঁতেন এতিয়াৰ দুৰ্ভাগ্যজনক পৰিস্থিতিৰ উদ্ভৱ নহ'লহেঁতেন। ক্ৰমান্বয়ে বেতন বানচ বৃদ্ধি কৰাৰ পৰিবৰ্ত্তে শ্ৰমিক চাকৰিয়ালক ৰেহাই মূল্যত নিত্য প্ৰয়োজনীয় সামগ্ৰী যোগান ধৰা হ'লে সমবিতৰণ আৰু মূল্য বৃদ্ধি নিয়ন্ত্ৰণ দুয়োটাই সম্ভৱ হ'লহেঁতেন। শ্ৰমিক চাকৰিয়ালক যুদ্ধৰ দিনত দিয়াৰ বিনা মূল্যত ৰেচন আৰু পৰিয়ালৰ প্ৰয়োজনৰ জোখাৰে নিয়ন্ত্ৰিত মূল্যত খাদ্য সামগ্ৰী যোগান ধৰাত চৰকাৰৰ যি ব্যয় হ'লহেঁতেন সেই ব্যয়ৰ পৰিমাণ এতিয়াৰ ক্ৰমান্বয়ে বেতন বানচ বৃদ্ধি কৰা আৰু ইয়াৰ ফলত মূল্যৰ ওপৰত হেঁচা পৰি উৎপাদন হোৱা ব্যয়তকৈ বহুতো কম হ'লহেঁতেন। বেতন বানচ বৃদ্ধি কৰি মূল্য বৃদ্ধিৰ সমস্যা সমাধান কৰিবলৈ চেষ্টা কৰা কোনো বিজ্ঞ চৰকাৰৰ নীতি নহয়; ই চেনি সনা কুইনাইনৰ বৰিৰ দৰে। গতিকে আকৌ ৰেচন ব্যৱস্থাৰ প্ৰৱৰ্ত্তন কৰি আৰু বিতৰণ ব্যৱস্থাৰ ওপৰত নিয়ন্ত্ৰণ আৰোপ কৰিলেহে মূল্য বৃদ্ধিৰ গতি ৰোধ কৰিব পৰা যাব।

অতীতৰ অভিজ্ঞতাৰ পৰা যি দেখা গৈছে তাৰ পৰা অনুমান হয় যে ভাৰতত কোনো কালেই এটা সুস্থ মূল্যনীতি অনুসৰণ কৰা হোৱা নাই। দেশত প্ৰয়োজনীয় সামগ্ৰীৰ নিৰ্দ্ধাৰণ বেপাৰী বণিক গোষ্ঠিৰ লোকসকলৰ ওপৰত মুক্তভাৱে এৰি দিয়া হৈছে। ৰাষ্ট্ৰীয় উন্নয়ন নীতি, উদ্যোগ নীতি আৰু পৰিকল্পনা নীতিৰ সামঞ্জস্য ৰাখি মূল্যনীতি স্থিৰ কৰিব নোৱাৰিলে পৰিকল্পনাৰ উদ্যম, পৰিশ্ৰম বিফলে যাব। এই ক্ষেত্ৰত আমাৰ ৰিজাৰ্ভ বেঙ্কৰ ভূমিকা

অতি গুৰুতৰ। বিজাৰ্ভ বেঙ্কৰ বাহিৰে অন্য কোনো অনুষ্ঠানেই দেশৰ বিত্ত বজাৰৰ গতি গোত্ৰৰ ভূ-ভা ৰাখিব নোৱাৰে। গতিকে এই অনুষ্ঠানটোক সক্ৰিয় কৰি তোলা অতি প্ৰয়োজন। বৰ্ত্তমান অৱস্থাত এনে অনুমান হয় যে বিজাৰ্ভ বেঙ্ক কেন্দ্ৰীয় বিত্ত দপ্তৰৰ অংশ মাথোন। ই যেন ইয়াৰ প্ৰভুত্ব আৰু নিজস্বতা হেৰুৱাই পেলাইছে। এই অনুষ্ঠানটোৰ স্বয়ং ক্ৰিয়তাৰ ওপৰত দেশৰ মূল্যমান আৰু ভৱিষ্যৎ উন্নয়নৰ গতি নিৰ্ভৰ কৰিছে। সেই কাৰণে এই দিশটোৰ প্ৰতিও ব্যৱস্থা লোৱা উচিত।

———

# অসমৰ অৰ্থনৈতিক উন্নতিত আঞ্চলিক বৈষম্য

অৰ্থনৈতিক উন্নয়নত অসম ভাৰতৰ বহুতো ৰাজ্যতকৈ পিচ-পৰা। আকৌ যিকণ উন্নতি হৈছে তাকো সকলো অঞ্চলতে সমান নহয়। বিভিন্ন পৰিকল্পনাৰ ফলত ভাৰতৰ বিভিন্ন অঞ্চলৰ যিদৰে অৰ্থনৈতিক বৈষম্যৰ সৃষ্টি হৈছে, ঠিক একেদৰেই আভ্যন্তৰীণ উন্নয়নৰ ক্ষেত্ৰটো অসমৰ বিভিন্ন অঞ্চলত বৈষম্য সৃষ্টি হৈছে। অসমৰ মুঠ দহখন জিলাৰ ভিতৰত পাঁচখনকেই, যেনে-গোৱালপাৰা, কামৰূপ, নগাঁও, কাছাৰ, মিকিৰপাহাৰ আৰু উত্তৰ কাছাৰ জিলাক ভাৰত চৰকাৰে অনুন্নত অঞ্চল বুলি স্বীকাৰ কৰিছে। সৰ্বভাৰতীয় বিত্তীয় অনুষ্ঠানবিলাকে এই জিলাকেইখনত, বিশেষকৈ গোৱালপাৰা জিলাত ৰেহাই হাৰত ঋণ আদি দিয়াৰ ব্যৱস্থাও গ্ৰহণ কৰিছে।

## অসমৰ বিভিন্ন জিলাৰ উন্নতিৰ তুলনা

তিনিখনকৈ পাঁচ বছৰীয়া পৰিকল্পনা, তিনিখন বছেৰেকীয়া পৰিকল্পনা শেষ হোৱাৰ পিচতো অসমৰ ৰাইজৰ অৰ্থনৈতিক অৱস্থা অকণো ভাল হোৱা নাই বুলিয়েই ক'ব পাৰি। গতিকেই অসমৰ ৰাইজৰ মনত এটা নিৰাশাৰ ভাব সৃষ্টি হৈছে। এই নিৰাশা ভাবৰ সুযোগ লৈ কেইবাটাও ৰাজনৈতিক দল আৰু ব্যক্তি বিশেষে অঞ্চল বিশেষত ৰাইজৰ মাজত নানান প্ৰৰোচনাৰে বিভেদকামী আন্দোলন গঢ়ি তুলিবলৈ চেষ্টা কৰিছে। উজনি অসমত "আহোম

বাণিজ্যিক পৰিষদ," পশ্চিম অসমত কমতাপুৰ দাবী এনে প্ৰৰোচনা আৰু ভুল তথ্য প্ৰচাৰৰ ফলতেই উদ্ভৱ হৈছে। আমি এই প্ৰবন্ধত অসমৰ জিলা কেইখনৰ অৰ্থ নৈতিক আৰু সামাজিক প্ৰগতিৰ হিচাব দেখুৱাবলৈ চেষ্টা কৰিছোঁ। এনে তথ্য ভৱিষ্যতৰ উন্নয়ন আঁচনি প্ৰস্তুত কৰাত বৰ সহায়ক হ'ব। কিয়নো যি কেইখন জিলা বেচিকৈ পিচপৰি আছে, সেই জিলা কেইখনত ভৱিষ্যতৰ পৰিকল্পনা আঁচনি যুগুত কৰোঁতে বিশেষ গুৰুত্ব দিব লাগিব যাতে এই পিচপৰি থকা জিলাকেইখনৰ অৱস্থা উন্নত জিলাকেই-খনৰ সমপৰ্য্যায়লৈ আনিব পৰা যায়।

তালিকা নং—১ (জনসংখ্যা)

(১৯৭১ চনৰ জন পিয়লৰ হিচাব মতে)

| | জনসংখ্যা | পুৰুষ | মহিলা | *বসতিৰ ঘনতা | শতকৰা বৃদ্ধি হাৰ |
|---|---|---|---|---|---|
| অসম | ১৪৯৫২১০৮ | ৭৮৬৩৭২৫ | ৭০৮৮৩৮৩ | ১৫০ | ৩৪.৩৭ |
| গোৱালপাৰা | ২২২০৬৪৪ | ১১৫০৪২৭ | ১০৭০২১৭ | ২১৪ | ৪৩.৮৩ |
| কামৰূপ | ২৮৬৫৭০৬ | ১৫১২৫৯৫ | ১৩৫৩১১১ | ২৯১ | ৩৮.৯৪ |
| দৰং | ১৭৩৩৩১১ | ৯১৬৫৭০ | ৮১৬৭৩১ | ১৯৮ | ৩৪.৪০ |
| লক্ষীমপুৰ ডিব্ৰুগড় | ২১১৮৩৮৬ | ১১৩৩০৮০ | ৯৮৫৩০৬ | ১৬৬ | ৩৫.৪৬ |
| নগাঁও | ১৬৭৬৯৬৫ | ৮৮০৪১৬ | ৭৯৬৫৪৯ | ৩০২ | ৩৮.৫১ |
| শিৱসাগৰ | ১৮৩১১৪১ | ৯৬৮৭৪৪ | ৪৬২৩৯৭ | ২০৪ | ২১.৪০ |
| মিকিৰ পাহাৰ | ৩৭৭৭৫৮ | ২০১০৬৬ | ১৭৬৬৯১ | ৩৬ | ৬৭.৫৯ |
| উত্তৰ কাছাৰ | ৭৫৭৩৯ | ৪১০৮৫ | ৩৪৬৫৪ | ১৫ | ৩৯.৪৩ |
| কাছাৰ | ১৭১১৯৫৩ | ৮৮৯১৫৫ | ৮২২৭৯৮ | ২৪৬ | ২৪.১৯ |

*ঘনবসতি—প্ৰতি বৰ্গ কিলোমিটাৰত।

ওপৰৰ এক নম্বৰ তালিকাৰ পৰা দেখা যায় নগাঁও জিলা

অসমৰ ভিতৰত অতি ঘনবসতিপূৰ্ণ এলেকা। তাৰ পিচতে কামৰূপ, কাছাৰ, গোৱালপাৰা, শিৱসাগৰ আৰু দৰং। এই আটাই-কেইখন জিলাৰ বসতি সৰ্বভাৰতীয় প্ৰতি বৰ্গ কিলোমিটাৰত থকা জন সংখ্যাতকৈ বেচি। ১৯৭১ চনৰ পিয়লৰ হিচাব মতে ভাৰতত প্ৰতি বৰ্গমাইলত বসতিৰ ঘনতা হৈছে ১৮২। অন্যহাতে ১৯৬১-৭১ দশকটোত মিকিৰ পাহাৰ জিলাত জনসংখ্যা বৃদ্ধিৰ হাৰ আটাইতকৈ বেচি। এই দশকত ভাৰতত জন-সংখ্যা বৃদ্ধিৰ হাৰ হৈছে ২৪'৫৭ শতাংশ আৰু অসমৰ হাৰ হৈছে ৩৪'৩৭ শতাংশ। ইয়াৰ পিচতে জনসংখ্যা বৃদ্ধিৰ হাৰ গোৱালপাৰা জিলাৰ বেচি। কামৰূপ, নগাঁও আৰু উত্তৰ কাছাৰ জিলাতো জন-সংখ্যা বৃদ্ধিৰ হাৰ অন্য অঞ্চলতকৈ বেচি।

৩ নং তালিকাৰ পৰা দেখা যায় যে শিৱসাগৰ জিলাতেই শিক্ষিতৰ সংখ্যা আটাইতকৈ বেচি। ইয়াতেই মহিলা শিক্ষিতৰ সংখ্যাও বেচি। অন্যহাতে মিকিৰ পাহাৰ জিলা শিক্ষাত অতি পিচপৰা। গোটেই অসমতে পুৰুষৰ তুলনাত মহিলা শিক্ষিতৰ সংখ্যা খুব কম। গতিকে তিৰোতাৰ শিক্ষাৰ কাৰণে বিশেষ যত্নৰ প্ৰয়োজন। ২ নং তালিকাত নগৰ আৰু গাঁৱৰ জনসংখ্যা দেখুৱা হৈছে।

৪নং তালিকাৰ পৰা দেখা যায় যে অসমত প্ৰকৃত কৰ্মৰত মানুহৰ সংখ্যা অতি কম। ইয়াৰ আগৰ দশকত (১৯৫১-৬১) এনে মানুহৰ সংখ্যা আছিল শতকৰা ৪২'৬ আৰু মহিলাৰ সংখ্যা আছিল শতকৰা ২৯'৮। জিলা কেইখনৰ ভিতৰত উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰত তুলনামূলকভাৱে কৰ্মৰতৰ সংখ্যা বেচি। উত্তৰ কাছাৰত তিৰোতা কৰ্মীৰ সংখ্যাও বেচি।

মন কৰিবলগীয়া যে ৫নং তালিকা ১৯৬১ চনৰ পিয়লৰ হিচাব মতে অসমত কৃষকৰ পৰিমাণ আছিল ৬৩'৮, ১৯৭১ চনত ইয়াৰ পৰিমাণ হয় ৫৬'৪ ; কৃষি বনুৱাৰ সংখ্যা কাছাৰ জিলাত আটাইতকৈ

বেচি। ইয়াৰ পিচতে নগাঁও আৰু গোৱালপাৰা জিলা। শিৱসাগৰ জিলাত কৃষকতকৈ অন্য কৰ্মীৰ সংখ্যা বেচি। অন্যহাতে মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ জিলাৰ কৃষকৰ পৰিমাণ বেচি।

৬নং তালিকাত বিভিন্ন জিলাত জনমূৰী (প্ৰতিজন কৃষক) খেতি কৰিব পৰা ভূমি আৰু জনমূৰী প্ৰকৃততে শস্য লগোৱা ভূমিৰ পৰিমাণ দেখুৱা হৈছে। ৬নং তালিকাখন ১৯৬৬-৬৭ চনৰ অৱস্থাৰ ভিত্তিত প্ৰস্তুত কৰা হৈছে।

৬নং তালিকাখনৰ পৰা দেখা যায় যে প্ৰতিজন কৃষকৰ ভাগত এক হেক্টৰতকৈও কম মাটিহে অসমত আছে আৰু এনে অৱস্থাত কৃষকৰ অৰ্থনৈতিক উন্নতি অন্য বিকল্প ব্যৱস্থা নললে সম্ভৱ হোৱা কঠিন। ইয়াৰ পৰা পৰিষ্কাৰ হয় যে গড় হিচাবে একো একোজন কৃষকৰ ভাগত ৩ বিঘাতকৈ কম মাটিহে আছে। এনে অৱস্থাত কৃষি অৰ্থনৈতিকভাৱে লাভবান নহয়। আকৌ অসমত শস্য বছৰটোত মাত্ৰ এবাৰহে লগোৱা হয়। একাধিকবাৰ শস্য লগোৱা ভূমিৰ পৰিমাণ অতি কম। দেখা যায় যে গোৱালপাৰা জিলাত মুঠ শস্য লগোৱা মাটিৰ মাত্ৰ ৩৪.২ শতাংশ, কামৰূপ জিলাত ৩০·৩ শতাংশ, দৰং জিলাত ১৪·৪ শতাংশ, নগাঁও জিলাত ২১·৩ শতাংশ, শিৱসাগৰ জিলাত ৬·৭ শতাংশ, লক্ষীমপুৰ জিলাত ১০·১ শতাংশ, কাছাৰত ৩০·০ শতাংশ আৰু মিকিৰ পাহাৰত ৯·০ শতাংশ কৃষি কৰা ভূমিত একাধিকবাৰ ফচল লগোৱা হয়। অসমৰ কৃষিৰ উৎপাদন ক্ষমতা অতি কম। তাতে মাত্ৰ এবাৰ শস্য লগোৱাৰ কাৰণে কৃষিকাৰ্য্য অৰ্থনৈতিকভাৱে লাভবান নহয়। কৃষকৰ অৱস্থা উন্নত কৰিবলৈ হলে একাধিকবাৰ শস্য লগোৱাৰ সা-সুবিধাৰ ব্যৱস্থা হাতত লোৱা উচিত। আমি ৭নং তালিকাখনত জনমূৰী (গ্ৰাম্য অঞ্চলত থকা জনসংখ্যাত) কৃষিজাত সামগ্ৰীৰ মূল্য দেখুৱাইছো। ইয়াৰ পৰাই কৃষকৰ আয়ৰ নমুনা পোৱা যাব। তালিকাখন চলিত মূল্যমান আৰু স্থায়ী মূল্যমানত (১৯৪৮-৪৯ চনৰ মূল্যৰ

ভিত্তিত ) দেখুৱা হৈছে।

এই বছৰটোত (১৯৬৬-৬৭) চলত অসমৰ জনমূৰী আয় হৈছে চলিত মূল্যমানত ৪৯৯.৯ টকা আৰু ১৯৪৮-৪৯ চনৰ মূল্যমানত হৈছে ২৭১.৪ টকা। এই বছৰটোত সৰ্বভাৰতীয় জনমূৰী আয় ৪৭০.৮ টকা। গতিকে দেখা যায় যে মিকিৰপাহাৰ আৰু উত্তৰ কাছাৰ জিলাৰ বাহিৰে অন্য জিলা কেইখনত জনমূৰী আয়ৰ পৰিমাণ অসমৰ গড় হিচাবত পোৱা জনমূৰী আয়তকৈ কম। আকৌ কাছাৰ, কামৰূপ, নগাঁও আৰু গোৱালপাৰা জিলাৰ জন-মূৰী কৃষকৰ আয় অন্য অঞ্চলৰ কৃষকৰ আয়তকৈ কম।

তালিকা নং—২

এই তালিকাত প্ৰতিখন জিলাত নগৰত থকা মানুহ আৰু গ্ৰাম্য অঞ্চলৰ মানুহৰ পৰিমাণ সৰ্বমুঠ জন সংখ্যাৰ শতকৰা হিচাবত দেখুৱা হৈছে।

| | নগৰৰ জন-সংখ্যা (সৰ্বমুঠ সংখ্যাৰ শতাংশ) | গাঁৱৰ জন-সংখ্যা |
|---|---|---|
| অসম | ৮.৩৯ | ৯১.৬১ |
| গোৱালপাৰা | ৭.৬৯ | ৯২.৩১ |
| কামৰূপ | ১০.৫৮ | ৮৯.৪২ |
| দৰং | ৫.৮১ | ৯৪.১৯ |
| লক্ষীমপুৰ | ১১.৪৮ | ৮৮.৫২ |
| নগাঁও | ৬.৯১ | ৯৩.০৯ |
| শিৱসাগৰ | ৬.২৪ | ৯৩.৭৬ |
| মিকিৰ পাহাৰ | ২.৬৯ | ৯৭.৩১ |
| উত্তৰ কাছাৰ | ৬.৮৮ | ৯৩.১২ |
| কাছাৰ | ৭.৯৩ | ৯২.০৭ |

তালিকা নং—৩

এই তালিকাত শিক্ষিতৰ সংখ্যা সৰ্বমুঠ জনসংখ্যাৰ শতকৰা হিচাবত দেখুৱা হৈছে।

| | শিক্ষিতৰ সংখ্যা (শতাংশ হাৰত) | পুৰুষ (শিক্ষিত) | মহিলা (শিক্ষিত) |
|---|---|---|---|
| অসম | ২৮·৮ | ৩৭·৭ | ১৮·৯ |
| গোৱালপাৰা | ২২·০ | ৩০·৬ | ১২·৭ |
| কামৰূপ | ২৯·২ | ৩৯·২ | ১৮·০ |
| দৰং | ২৩·৪ | ৩১·২ | ১৪·৫ |
| লক্ষীমপুৰ | ২৯·৭ | ৩৮·৫ | ১১·৬ |
| নগাঁও | ২৯·০ | ৩৭·৫ | ১৯·৬ |
| শিৱসাগৰ | ৩৬·৮ | ৪৫·১ | ২৭·৪ |
| মিকিৰ পাহাৰ | ১৯·১ | ২৭·৬ | ৯·৫ |
| উত্তৰ কাছাৰ | ২৬·২ | ৩৪·৬ | ১৬·৩ |
| কাছাৰ | ৩০·৩ | ৪০·৪ | ১৯·৪ |

তালিকা নং—৪

এই তালিকাত সৰ্বমুঠ মানুহৰ কিমান অংশ প্ৰকৃত কৰ্মী (economically active population) দেখুৱা হৈছে। তালি-কাত কৰ্মৰতৰ সংখ্যা সৰ্বমুঠ জনসংখ্যাৰ শতাংশ হিচাবত দেখুৱা হৈছে।

| | মুঠ কৰ্মী (শতাংশ হিচাবত) | পুৰুষ | মহিলা |
|---|---|---|---|
| অসম | ২৮·৬ | ৪৮·৯ | ৬·২ |
| গোৱালপাৰা | ২৭·১ | ৫০·৬ | ১·৯ |
| কামৰূপ | ২৬·৭ | ৪৭·৭ | ৩·৩ |
| দৰং | ২৯·৩ | ৫০·২ | ৫·৮ |
| লক্ষীমপুৰ | ২৯·২ | ৪৬·৪ | ৯·৩ |
| নগাঁও | ২৭·৬ | ৫০·৪ | ২·৪ |
| শিৱসাগৰ | ২৮·৭ | ৪৫·৭ | ৯·৭ |

| | | | |
|---|---|---|---|
| মিকিৰ পাহাৰ | ৩১·৯ | ৫৩·৯ | ৬·৯ |
| উত্তৰ কাছাৰ | ৪২·৩ | ৫৬·৯ | ২৫·১ |
| কাছাৰ | ২৮·৭ | ৫০·৪ | ৫·২ |

তালিকা নং—৫

এই তালিকাত আমি কৃষক, কৃষি বনুৱা আৰু অন্য বনুৱাৰ হিচাপ দেখুৱাইছোঁ। (মুঠ জন-সংখ্যাৰ শতকৰা হিচাবত)।

| | কৃষক | কৃষি-বনুৱা | অন্য-কৰ্মী |
|---|---|---|---|
| অসম | ৫৬·৪ | ৯·৪ | ৩৪·২ |
| গোৱালপাৰা | ৬৫·১ | ১২·৭ | ২২·২ |
| কামৰূপ | ৬০·৩ | ৭·৭ | ৩২·০ |
| দৰং | ৫৫·৯ | ৮·৩ | ৩৫·৮ |
| লক্ষীমপুৰ | ৪৪·১ | ৪·৬ | ৫১·৩ |
| নগাঁও | ৬৩·৭ | ১২·৯ | ২৩·৪ |
| শিৱসাগৰ | ৪৫·১ | ৫·৬ | ৪৯·৩ |
| মিকিৰ পাহাৰ | ৭৬·৫ | ৬·৬ | ১৬·৯ |
| উত্তৰ কাছাৰ | ৬৮·৮ | ৪·৫ | ২৮·৭ |
| কাছাৰ | ৪৬·৫ | ১৯·৬ | ৩৩·৯ |

তালিকা নং—৬

জনমূৰী খেতি কৰিবপৰা ভূমিৰ পৰিমাণ আৰু শস্য লগোৱা ভূমিৰ পৰিমাণ (হেক্টৰৰ হিচাবত)।

| | খেতি কৰিবপৰা ভূমিৰ পৰিমাণ | শস্য লগোৱা ভূমিৰ পৰিমাণ |
|---|---|---|
| গোৱালপাৰা | ০·৭৩ হেক্টৰ (জনমূৰী) | ০·৫৯ হেক্টৰ (জনমূৰী) |
| কামৰূপ | ০·৮১ ,, | ০·৬৭ ,, |
| দৰং | ০·৮৪ ,, | ০·৫৯ ,, |
| নগাঁও | ০·৭৯ ,, | ০·৬২ ,, |
| শিৱসাগৰ | ০·৮৭ ,, | ০·৫৯ ,, |
| লক্ষীমপুৰ | ০·৮৭ ,, | ০·৪৪ ,, |

| | | |
|---|---|---|
| কাছাৰ | ০·৮৯ „ | ০·৫৯ „ |
| মিকিৰ পাহাৰ | ০·৪৫ „ | ০·৪৫ „ |
| উত্তৰ কাছাৰ | | |
| অসম | ০·৭৬ „ | ০·৫৭ „ |

তালিকা নং—৭

| | চলিত মূল্যমান (টকাৰ হিচাবত) | স্থায়ী মূল্যমান (১৯৬৫-৬৬) চনলৈকে ১৯৪৮-৪৯ চনৰ মূল্যত আৰু ১৯৬৬-৬৭ চনৰ মূল্য ১৯৬০-৬১ চনৰ ভিত্তিত |
|---|---|---|
| | ১৯৬৬-৬৭ | ১৯৬৬-৬৭ |
| গোৱালপাৰা | ৩৬৭·৬৩ | ১৭৭·৭৩ |
| কামৰূপ | ৩০৯·১৮ | ১৫০·৬৫ |
| দৰং | ৪০৪·২৬ | ২৪৬·৮৬ |
| নগাঁও | ৩২৪·৬৩ | ১৭০·৯২ |
| শিৱসাগৰ | ৩৭৬·৩৯ | ২২৬·৭০ |
| লক্ষীমপুৰ | ৩৯৮·০৯ | ২৫০·২৮ |
| কাছাৰ | ২৮৯·৪৯ | ১৫২·৯০ |
| মিকিৰ পাহাৰ | ৬৬৪·৬৪ | ৩৭৯·৬৬-৩৩৫·০৬ |
| অসম | ৩৮৭·০৭ | ২০৯·৪৭ |

৮নং তালিকাখনত আমি বিভিন্ন জিলাত থকা নানান ধৰণৰ বস্তু তৈয়াৰ কৰা আৰু মেৰামত কৰা অনুষ্ঠানৰ সংখ্যা দেখুৱাইছোঁ। এই তালিকাত যিবোৰ অনুষ্ঠানে বিজুলীশক্তি ব্যৱহাৰ কৰে সেইবোৰৰ সংখ্যাহে দেখুৱা হৈছে আৰু ১৯৬৬-৬৭ চনৰ পৰিস্থিতিহে দেখুৱা হৈছে।

তালিকা নং—৮

বিজুলীশক্তি ব্যৱহাৰ কৰা বস্তু বনোৱা আৰু মেৰামত কৰা অনুষ্ঠানৰ সংখ্যা ( ১৯৬৬-৬৭ )।

গোৱালপাৰা—৯৩ ; কামৰূপ—২২৭ ; দৰং—১৭৪ ; নগাঁও —১১০ ; শিৱসাগৰ—৩০৭ ; লক্ষীমপুৰ—৩৯৪ ; কাছাৰ—১৫০ ; মিকিৰ পাহাৰ—২৫ । ইয়াৰ পৰা দেখা যায় যে মিকিৰ পাহাৰ, গোৱালপাৰা, নগাঁও আৰু কাছাৰত বস্তু তৈয়াৰ কৰা বা মেৰামতি কৰা অনুষ্ঠানৰ সংখ্যা অতি কম আৰু ফলস্বৰূপে এনে অনুষ্ঠানত নিয়োজিতৰ সংখ্যাও অতি কম। এনে অনুষ্ঠানবিলাক শিক্ষিত আৰু অৰ্ধশিক্ষিত যুৱকৰ নিয়োগৰ সুবিধা সৃষ্টি কৰে।

৯নং তালিকাখনত আমি প্ৰতিলাখ মানুহৰ ভিতৰত কিমানে ফেক্টৰীত কাম কৰে দেখুৱাইছোঁ।

এই তালিকাখনৰ পৰা দেখা যায় যে গড় হিচাবে একলাখ মানুহৰ ভিতৰত মাত্ৰ ২০৭ জনহে ফেক্টৰী আদিত কাম কৰে। আকৌ মিকিৰ পাহাৰ, কাছাৰ আৰু নগাঁও জিলাত এনে ফেক্টৰীত কাম কৰা মানুহৰ সংখ্যা অতি কম। গতিকেই সৰ্বাধিক মানুহ কৃষিৰ ওপৰত নিৰ্ভৰশীল হ'ব লগা হৈছে। ইয়াৰ দ্বাৰা প্ৰমাণ হয় যে এইবোৰ জিলাত কৃষি ভিন্ন অন্য নিয়োগৰ অনুষ্ঠান গঢ়ি উঠা নাই।

১০নং তালিকাখনত আমি প্ৰতি ১০০০ বৰ্গমাইল অঞ্চলত আৰু প্ৰতি লাখ জনসংখ্যাৰ কাৰণে থকা ৰাস্তাৰ পৰিমাণ দেখুৱাইছোঁ।

ৰাস্তা পথ একো একোটা অঞ্চল উন্নয়নৰ পৰিচায়ক। ইয়াৰ দ্বাৰা অকল যে যাতায়াতৰ সুবিধাই হয়, এনে নহয়, নতুন বজাৰৰ সৃষ্টি

তালিকা নং—৯

(প্ৰতি লাখৰ ভিতৰত ফেক্টৰীত কাম কৰাৰ সংখ্যা)

১৯৬৭

| | চাহ বাগানত কাম কৰাৰ সংখ্যা সহ | চাহ বাগানত কাম কৰা বনুৱাক বাদ দি |
|---|---|---|
| গোৱালপাৰা | ২৪১ | ২১০ |

| | | |
|---|---|---|
| কামৰূপ | ৩০৫ | ২৮৮ |
| দৰং | ৬৬০ | ১০৬ |
| নগাঁও | ১৮৯ | ৮৬ |
| শিৱসাগৰ | ৯৭৭ | ১৮৫ |
| লক্ষীমপুৰ | ১৫৪১ | ৪০৬ |
| কাছাৰ | ৪০১ | ৪৪ |
| মিকিৰ পাহাৰ | ১৫৪ | ৬৬ |
| অসম | ৫৬৭ | ২০৭ |

তালিকা নং—১০

| | প্ৰতি ১০০০ বৰ্গ-কিলোমিটাৰ অঞ্চল (১৯৬৭—৬৮) | প্ৰতি লাখ জনসংখ্যা (১৯৬৭—৬৮) |
|---|---|---|
| গোৱালপাৰা | ৪০.৪ কিলোমিটাৰ | ২২.৪ |
| কামৰূপ | ৫১.০ | ২৩.১ |
| দৰং | ৬০.০ | ৩৩.৮ |
| নগাঁও | ৫৩.০ | ২০.৬ |
| শিৱসাগৰ | ৮৭.৪ | ৪২.০ |
| লক্ষীমপুৰ | ৫৩.৭ | ৩৬.০ |
| কাছাৰ | ৪৯.০ | ২০.৪ |
| মিকিৰ পাহাৰ উত্তৰ কাছাৰ | ৬.৫ | ২৯.৩ |
| অসম | ৩৭.৩ | ৩১.৫ |

হৈ যোগান চাহিদাৰ বিস্তৃতি সাধন হৈ মানুহৰ অৰ্থনৈতিক উন্নয়নৰ সহায়ক হয়। ওপৰৰ তালিকাৰ পৰা দেখা যায় যে ৰাস্তা-পথৰ ক্ষেত্ৰত মিকিৰ পাহাৰ, গোৱালপাৰা, কাছাৰ বৰ পিচপৰি আছে। ভৱিষ্যত পৰিকল্পনা আঁচনিত এই অঞ্চলবোৰৰ পথ উন্নত কৰা আৰু সম্প্ৰসাৰিত কৰাৰ আঁচনিত গুৰুত্ব দিয়া প্ৰয়োজন।

১১নং তালিকাখনত আমি ৬-১১ বছৰ আৰু ১১-১৪ বছৰৰ ল'ৰা-ছোৱালীৰ কিমান পঢ়াশালিত ভৰ্তি হ'ব পাৰিছে আৰু শিক্ষা পাইছে তাক দেখুৱাইছোঁ।

তালিকা নং—১১

| | ৬-১১ বছৰৰ স্কুলত ভৰ্তি-হোৱাৰ পৰিমাণ | | | ১১-১৪ বছৰৰ স্কুলত ভৰ্তি-হোৱাৰ সংখ্যা | |
|---|---|---|---|---|---|
| | ১৯৬৬-৬৭ | | | ১৯৬৬-৬৭ | |
| | ল'ৰা | ছোৱালী | | ল'ৰা | ছোৱালী |
| | শতাংশৰ হিচাবত | | | | |
| গোৱালপাৰা | ৭০·২ | ৪৪·৪ | .. | ৩৭·৩ | ১৫·০ |
| কামৰূপ | ৮১·০ | ৫৫·৪ | .. | ৫২·২ | ২৪·৩ |
| দৰং | ৬৪·৪ | ৪৭·৮ | .... | ৩৩·৩ | ১৬·৩ |
| নগাঁও | ৮০·৯ | ৬১·৮ | ... | ৫০·৯ | ৩০·০ |
| শিৱসাগৰ | ৭১·০ | ৬৪·০ | ... | ৫০·৭ | ৩৬·২ |
| লক্ষীমপুৰ | ৬৪·৪ | ৪৮·৫ | ... | ৪০·৮ | ২৫·৯ |
| কাছাৰ | ৬২·২ | ৪২·৫ | .... | ৪০·০ | ২০·৪ |
| মিকিৰ পাহাৰ | ৭৬·৭ | ৪৮·০ | .... | ৩৩·৩ | ৯·১ |
| অসম | ৭২·৮ | ৫৩·২ | ... | ৪৩·০ | ২৪·৩ |

এই তালিকাৰ পৰা দেখা যায় যে অসম সকলোকে প্ৰাইমাৰী শিক্ষা দিয়া লক্ষ্যৰ পৰা বহুতো আঁতৰত। এতিয়াও প্ৰায় এক চতুৰ্থাংশ ল'ৰা আৰু আধা ছোৱালীয়ে স্কুলত ভৰ্তি হোৱাৰ সুবিধা পোৱা নাই। এই ক্ষেত্ৰত দৰং, লক্ষীমপুৰ আৰু কাছাৰ অতি পিচপৰা। গোৱালপাৰা, দৰং, কাছাৰ আৰু লক্ষীমপুৰত ছোৱালীৰ সৰ্বাধিক সংখ্যক স্কুলৰ বাহিৰত। ১১-১৪ বছৰৰ ক্ষেত্ৰতো শিৱসাগৰ, নগাঁও আৰু কামৰূপৰ বাহিৰে অন্য জিলাৰ অৱস্থা অতি দুখ লগাকৈ পিচপৰা। এই বয়সৰ ছোৱালী স্কুলত ভৰ্তি হোৱাৰ পৰিমাণ আটাইকেউখন জিলাতে নগণ্য। মহিলা শিক্ষাৰ

ওপৰত বেটি গুৰুত্ব দিয়াৰ প্ৰয়োজন এই হিচাবে প্ৰমাণ কৰে।

১২নং তালিকাখনত আমি বিভিন্ন জিলাত থকা হস্তশিল্প প্ৰশিক্ষণ আৰু কাৰিকৰী বিত্যা প্ৰশিক্ষণ সুবিধাৰ পৰিমাণ দেখুৱাইছো।

তালিকা নং—১২

হস্তশিল্প প্ৰশিক্ষণৰ কাৰিকৰী প্ৰশিক্ষণৰ

প্ৰতিলাখ মানুহৰ মাজত থকা আসনৰ সংখ্যা।

| | | |
|---|---|---|
| গোৱালপাৰা | ১৬ খন | — |
| কামৰূপ | ২৯ ··· | ৮ |
| দৰং | ২৩ ··· | — |
| নগাঁও | ২৭ ··· | ৮ |
| শিৱসাগৰ | ৪৩ ··· | ১০ |
| লক্ষীমপুৰ | ১৪ ··· | ৩ |
| কাছাৰ | ২৬ ··· | ৭ |
| মিকিৰ পাহাৰ | ৩১ ··· | — |
| অসম | ২৮ ··· | ৫ |

তালিকা নং—১৩

প্ৰতিলাখ মানুহৰ কাৰণে হস্পিটেলত থকা বিছনাৰ সংখ্যা (১৯৬৭-৬৮)।

গোৱালপাৰা—২৭, কামৰূপ—৫০, দৰং—৮১, নগাঁও—১৪, শিৱসাগৰ—২৬, লক্ষীমপুৰ—৫৬, কাছাৰ—৫৬, মিকিৰ পাহাৰ—৬৪ আৰু অসম—৪৫ খন। ইয়াৰ পৰা দেখা যায় যে কেইখনমান জিলাত ৰোগী চিকিৎসাৰ কাৰণে হস্পিটেলত থকা আসন (বিছনা) অতি কম। এইবোৰৰ অৱস্থাও উন্নত কৰা প্ৰয়োজন।

এই প্ৰবন্ধৰ বিভিন্ন তালিকাসমূহৰ দ্বাৰা অসমৰ অৰ্থনৈতিক আৰু অন্যান্য উন্নয়নৰ এটা থূলমূল প্ৰতিচ্ছবি দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। এইবোৰৰ পৰা দেখা যায় যে অসমৰ উন্নতি কোনো

দিশতে লেখত লবলগীয়া হিচাবে হৈ উঠা নাই। তদুপৰি ৰাজ্য-খনত থকা বিভিন্ন অঞ্চলসমূহত উন্নতিৰ ক্ষেত্ৰত বৈষম্যৰ উদ্ভৱ হৈছে। এনে উন্নয়ন বৈষম্যই খিয়লাখিয়লি, হিংসা আৰু ক্ৰোধ, হতাশাৰ সৃষ্টি কৰে। এনে ভাবসমূহ দেশৰ সংহতিৰ ক্ষতিসাধক। তদুপৰি দেহৰ একাংশ বা এক অঙ্গ ৰোগীয়া হলে; গোটেই শৰীৰত পীড়া দিয়াৰ দৰে, দেশৰ এটা বা একাধিক অংশ পিচ-পৰি থাকিলে, অন্য অঞ্চলৰ উন্নতিত বাধা জন্মায়। সম-পৰ্য্যায়ৰ উন্নতি যদিও কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰৰ ঘোষিত নীতি, তথাপিও ৰাজনৈতিক হেঁচা, টনা-আজোঁৰা আৰু অৰ্থনৈতিক উন্নয়নত অগ্ৰসৰ হোৱাৰ সুবিধা ইত্যাদি কিছুমান কাৰণবশতঃ দেশত সকলো অঞ্চলতে সমপৰ্য্যায়ত উন্নতি সাধিত হোৱা নাই। কিন্তু এনে বৈষম্যতা দেশৰ জাতীয় সংহতি আৰু ঐক্যৰ ক্ষতি সাধক। গতিকে- ভৱিষ্যতৰ আঁচনি যোজনা আদি প্ৰস্তুত কৰোঁতে এনে বৈষম্য আঁতৰ কৰি, সকলো অঞ্চলকে সম-পৰ্য্যায়লৈ আনিবলৈ চেষ্টা কৰা উচিত। অসমতো এই সম্পৰ্কে বিশেষ লক্ষ্য দিয়া উচিত।

———

# ৰাষ্ট্ৰীয় খাদ্যনীতিৰ পটভূমিকা

ভাৰতত একেৰাহে হৈ থকা খাদ্য নাটনিৰ কাৰণ এহাতে প্ৰাকৃতিক আৰু আনহাতে কৃত্ৰিম বুলিব পাৰি। প্ৰাকৃতিক এই অৰ্থত যে ভাৰতীয় কৃষিয়ে ঘাইকৈ প্ৰকৃতিৰ কৰুণাতে নিৰ্ভৰ কৰিবলগীয়া হয়। কিছুদিন আগৰ পৰা ভাৰতত প্ৰতিকূল বতৰ অৱস্থা চলি আহিছে। ১৯৬৪ চনৰ প্ৰবল শীত, ১৯৬৫ চনৰ অনাবৃষ্টিজনিত অৱস্থা, ১৯৬৮ চনৰ আগ ভাগত হোৱা প্ৰলয়ংকৰী বানপানী আৰু শেষ ভাগৰ খৰাং বতৰে কৃষি উৎপাদনত তীব্ৰ বাধাৰ সৃষ্টি কৰে। কৃত্ৰিম এই অৰ্থত দেশত উৎপাদন হোৱা খিনিয়েই উপযুক্তভাৱে সংগৃহীত হোৱা নাই আৰু তাক বিভিন্ন অঞ্চলৰ মাজত বিতৰণ কৰা হোৱা নাই। খাদ্য শস্যৰ উৎপাদন, বিতৰণ আৰু মূল্য নিৰ্ণয় কৰা দৃঢ় নীতি এটাৰ অবিহনে বজাৰৰ খাদ্য যোগান লুভীয়া ব্যৱসায়ী আৰু অসৎ দালালসকলৰ ইচ্ছানুসৰি বঢ়া টুটা হয়। সেই বাবে খাদ্য শস্যৰ বুজন অংশ এটা প্ৰত্যক্ষভাৱে বজাৰলৈ নাহি লুপ্ত হৈ থকাটো একো অস্বাভাৱিক নহয়।

খাদ্য শস্যৰ যোগান সমস্যাক বিচ্ছিন্ন হিচাপে সমাধান কৰিব নোৱাৰি। উৎপাদন, সংগ্ৰহ, বিতৰণ আৰু মূল্য ব্যৱস্থা যিহেতু প্ৰত্যক্ষভাৱে জড়িত, সেই বাবে ৰাষ্ট্ৰীয় খাদ্য নীতিৰ লক্ষ্য হোৱা উচিত—

(১) দেশত খাদ্য শস্যৰ উৎপাদন সৰ্ব্বোচ্চ কৰি তোলা।

(২) বাজ্যসমূহৰ সংগ্ৰহো সৰ্ব্বোচ্চ হব লাগে।

(৩) বিভিন্ন অঞ্চলৰ মাজত সম বিতৰণ।

(৪) খাদ্য শস্যৰ স্থিৰ মূল্য গাঁথনি যাতে শস্য মূল্যৰ ঋতুগত আৰু প্ৰবল উত্থান-পতন ৰোধ কৰিব পৰা যায়।

প্ৰথম লক্ষ্যটো আকৌ কৃষি ভূমিখণ্ড, খেতিৰ কৌশল, সাৰ পানী যোগান আদি সমস্যাৰে গঁথা কৃষি ভূমি খণ্ড আচলতে কিমান ডাঙৰ হব লাগে তাক ঠিক মতে কব নোৱাৰি। মাৰ্কিন যুক্ত-ৰাজ্যত ডাঙৰ খণ্ডৰ পোষকতা কৰা হয়, কাৰণ সিবোৰত অৰ্থনাতি সম্মতভাৱে আৰু কাৰিকৰীভাৱে খেতি কৰা হয়। যন্ত্ৰ পাতিৰে কৰা খেতিয়ে আমাৰ কৃষি উৎপাদন যে বঢ়াব তাত কোনো সন্দেহ নাই। কিন্তু খেতিয়েই সৰহ সংখ্যক লোকৰ জীৱিকা হৈ থকা আমাৰ দেশত কিমান পৰিমাণে সি সম্ভৱপৰ বা বাঞ্ছনীয় তাক কব নোৱাৰি। যুক্তৰাজ্যত জনসংখ্যা অনুপাতে মাটি যথেষ্ট। কিন্তু তাৰ বিপৰীত অৱস্থা হল ভাৰতত। বৃহৎ খণ্ডৰ পৰা ভূমি অধিগ্ৰহণ কৰিলে হাজাৰ হাজাৰ সৰু খেতিয়ক স্থানচ্যুত হব। এই ভূমি-হীন লোকসকলক বিকল্প নিয়োগ সুবিধা দিব নোৱাৰিলে নিবনুৱা সমস্যা ভয়াবহৰূপে দেখা দিব। সেই বাবে সম্প্ৰতি বৃহৎ খণ্ডলৈ পুনৰ গঠন কৰাটো অসম্ভৱ। কিন্তু কৃষি ভূমিখণ্ড আকৌ খণ্ড বিখণ্ড হোৱাটো ৰোধ কৰিবলৈ জৰুৰী ব্যৱস্থা লোৱা দৰকাৰ। শুনা যায় যে জাপানৰ দৰে এখন দেশতো আনকি সৰু খণ্ডবোৰত বৰ সফলভাৱে খেতি কৰা হয়। অৱশ্যে দুয়োখন দেশৰ অৱস্থা বেলেগ বেলেগ। ভাৰতীয় খেতিয়কসকল অকল অজ্ঞ আৰু ভাগ্য-বাদীয়েই নহয়, তেওঁলোকৰ উন্নত আহিলা-পাতিও নাই। ইয়াৰ ফল হল নগণ্য উৎপাদন, দাৰিদ্ৰ আৰু নাটনি।

এজন ব্যক্তি বা যৌথ পৰিয়াল এটাই সৰ্ব্বোচ্চ আৰু সৰ্ব্বনিম্ন হিচাপে কিমান মাটি ৰাখিব পাৰে তাক নিৰূপিত কৰি কৰা আইন কৃষি উন্নতিৰ পথত আৱশ্যকীয় ব্যৱস্থা। সমগ্ৰ ৰাজ্যতে

সেই সীমা এক ধৰণৰ হোৱাটো বাঞ্ছনীয়। বিভিন্ন ৰাজ্যত ভূমি-খণ্ডৰ উচ্চ সীমা নিৰূপিত কৰি দিয়া বৰ্তমানৰ আইন কানুনসমূহ দুৰ্ভাগ্যজনক ভাৱে এই ক্ষেত্ৰত যথোচিত হোৱা নাই।

এইবোৰ আইন এনেধৰণে কৰা হৈছে যে ব্যৱস্থাসমূহ সহজে উলংঘা কৰিব পাৰি। আকৌ প্ৰতিখন ৰাজ্যত বিভিন্ন সৰ্ব্বোচ্চ সীমা আছে।

উৎপাদনশীল ব্যৱহাৰত মাটি থকুৱাৰ বাবে মালিকী স্বত্বৰ ভাব শ্ৰেষ্ঠ উদগনি হব। প্ৰকৃত খেতিয়কে তেওঁৰ শ্ৰম আৰু বিনিয়োগৰ বাবে দৰাচলতে অতি সামান্যহে পায় দেখি, তেওঁলোক স্বাভাৱিকতে প্ৰকট খেতিলৈ উদাসীন হব। মাটি মালিকানাত থকা বৰ্তমানৰ ক্ৰুটি দূৰ কৰাৰ বাবে খেতিৰ মাটিবোৰ সমাজ বা ৰাষ্ট্ৰৰ হ'ব লাগে বুলি কিছুমানে পোষকতা কৰে। কিন্তু সংখ্যাধিক লোকেই ইয়াক পছন্দ নকৰে, ই এটা চৰম ব্যৱস্থা। তদুপৰি "সম্পত্তিৰ মালিকী স্বত্ব" সম্পৰ্কীয় সাংবিধানিক ব্যৱস্থাও ই উলংঘা কৰিব। বৰং সমবায় ভিত্তিত যৌথ পাম ব্যৱস্থা সংগঠিত কৰাৰ বাবে ব্যৱস্থা লব লাগে। ইয়াৰ সুবিধা এয়ে যে মালিকী স্বত্ব এৰিব লগা নোহোৱাকৈয়ে সকু খেতিয়কে বৃহদায়তন খেতি ব্যৱস্থাৰ মিতব্যয়িতা ভোগ কৰে। চৰকাৰী মাটি, পতিত মাটি (কিন্তু খেতি কৰিব পৰা) আৰু ভূমি খণ্ডৰ সৰ্বোচ্চ সীমা বলবৎ কৰাৰ ফলত অতিৰিক্ত হোৱা মাটি ব্যক্তিগত হিচাপে মানুহক দিব নালাগে। এইবোৰ মাটি একীভূত খণ্ড হিচাপে সংগঠিত কৰিব লাগে আৰু উন্নত বীজ উৎপাদন কৰা বা চৰকাৰৰ নিয়ন্ত্ৰণত যন্ত্ৰ পাতিৰে খেতি কৰাৰ বাবে সেই মাটি ব্যৱহাৰ কৰিব লাগে।

ভাৰতীয় কৃষি অনিশ্চিত মৌচুমী বৰষুণৰো বলিস্বৰূপ। প্ৰলয়ংকৰী বানপানী সৃষ্টি কৰা অতিপাত বৰষুণ বা অনাবৃষ্টিৰ সৃষ্টি কৰা পাতল বৰষুণ ভাৰতীয় মৌচুমী বৰষুণৰ বিশেষ লক্ষণ।

যোৱা তিনিটা পৰিকল্পনা কালত কেইটামান বৃহৎ জলসিঞ্চন আৰু বহুমুখী আঁচনি সমাপ্ত কৰা হৈছে। কিন্তু ব্যয়ৰ তুলনাত বহু কেইটা তেনেকুৱা আঁচনিয়ে এতিয়াও ফল দিব পৰা নাই।

দামোদৰ আঁচনি তেনে এটা উদাহৰণ। জলসিঞ্চন আৰু বান-নিয়ন্ত্ৰণৰ ক্ষেত্ৰত এই আঁচনিবোৰৰ কাৰ্য্যকৰী উপযোগিতা এতিয়াও দেখিবলৈ পোৱা নাই। এইবোৰ বৃহৎ আঁচনিত বহু ধন আৰু সময় লোৱা হৈছে। ইয়াৰ বিপৰীতে ক্ষুদ্ৰ জলসিঞ্চন আঁচনি-সমূহত কম ব্যয়ো পৰিছে অথচ ইবোৰ অধিক উৎপাদনক্ষম। যথেষ্ট শ্ৰমিক থকা ভাৰতত তেনে শ্ৰমিক প্ৰধান আঁচনিবোৰ অধিক বাঞ্ছনীয়। আনহাতে প্ৰাকৃতিক বৰষুণৰ ওপৰত বেছিকৈ নিৰ্ভৰ নকৰি পথাৰত যথোচিত পৰিমাণে পানী যোগান ব্যৱস্থা কৰিলেহে খাদ্য স্বাৱলম্বিতা পোৱাৰ নিশ্চিত পথ লোৱা হ'ব। তেনেদৰে আৱশ্যকীয় আৰু উপযুক্ত পৰিমাণে সাৰ দিলে উৎপাদন নিসন্দেহে বাঢ়িব। কিন্তু বৈজ্ঞানিক সাৰত বেছি ব্যয় পৰে কাৰণে দুখীয়া খেতিয়কে ঠিক মতে কিনিব নোৱাৰে। তদুপৰি সেই সাৰৰ প্ৰতিকূল প্ৰতিক্ৰিয়াও আছে। মাটিৰ উপযুক্ত বিশ্লেষণ নকৰাকৈ বৈজ্ঞানিক সাৰ লগালে মাটিৰ গুণৰ অপূৰণীয় ক্ষতি হব পাৰে। উৎপাদন বঢ়োৱাৰ মানসে কৃষি পুনৰ সংগঠন কৰাটো এটা কাৰিকৰী। কাম দুৰ্ভাগ্যবশতঃ ৰাজনীতিবিদ আৰু বৈজ্ঞানিকসকলে উন্নত দেশত লোৱা পদ্ধতি নকল কৰি এই কাম সমাধা কৰিব বিচাৰিছে। বিভিন্ন দেশত জলবায়ু, মাটিৰ গুণাগুণ আদি অৱস্থা বেলেগ বেলেগ। সেই বাবে সিবোৰ কৌশল আৰু পদ্ধতি আমাৰ দেশত তাৰ উপযোগিতা বিশ্লেষণ নকৰাকৈ প্ৰয়োগ কৰিলে অনিষ্টকৰহে হ'ব। অলপতে চৰকাৰে টাইচুং নেটিভ—১ নামে উচ্চ উৎপাদনশীল ধান এবিধ প্ৰৱৰ্তন কৰিছে। কিন্তু নিয়ন্ত্ৰিত জলসিঞ্চন থকা ঠাইতহে ইয়াৰ সঁহাৰি পোৱা যাব। নিয়ন্ত্ৰিত জলসিঞ্চন নহ'লে ধানৰ ঠাইত পাতহে হয়।

তেনেদৰে মনোহৰ নামৰ উচ্চ উৎপাদনশীল জাতৰ ধানৰ খেতিতো দ ঠাই লাগে আৰু তাত নিয়ত জলসিঞ্চন ব্যৱস্থা নালাগে। কিন্তু দুৰ্ভাগ্যবশতঃ কোনোৱে ভাৰতীয় অৱস্থাৰ লগত এই দুবিধ ধানৰ উপযোগিতা স্থাপিত কৰিবলৈ পৰীক্ষা কৰা নাই।

কৃষি বনুৱাৰ সমস্যাটোও এতিয়াও অৱহেলিত হৈ আছে। স্বাধীনতাৰ পিচত ভাৰতত নগৰ চহৰৰ সংখ্যা অভূতপূৰ্ব্বভাবে বাঢ়িছে। নগৰে চহৰে ঘাইকৈ ডেকাসকলক আকৰ্ষিত কৰে যাৰ ফলত গাঁৱলীয়া অঞ্চলত খেতিৰ কামৰ বাবে সমৰ্থলোক নোহোৱা হব ধৰিছে। প্ৰকৃততে ৪০ বছৰৰ দেওনা পাৰ হোৱা সকলেহে খেতি কৰিছে। সেই বাবে গাঁৱত শিক্ষা, আমোদ-প্ৰমোদ, নিয়োগ আদিৰ সুবিধা দি চহৰমুখী সোঁত ৰোধ কৰিবলৈ এতিয়াই ব্যৱস্থা নললে কেই বছৰমানৰ ভিতৰতে সমস্ত কৃষি অভিযান আপেক্ষিক দুৰ্ব্বল চামৰ ওপৰত পৰিবগৈ।

তদুপৰি উৎপাদন পৰ্য্যায়ত ঘোৰ আঞ্চলিক প্ৰভেদ থকা নাটনি সুস্থ অৰ্থনীতিত চৰকাৰৰ সৰ্ব্বোচ্চ সংগ্ৰহেই একমাত্ৰ নিৰ্ভৰযোগ্য উপায়। কিন্তু দুৰ্ভাগ্যবশতঃ কোনোখন ৰাজ্য চৰকাৰে, এই ক্ষেত্ৰত স্পষ্ট নীতি নাই। কৰ ব্যৱস্থা আৰু একচেটিয়া সংগ্ৰহ ব্যৱস্থা আদি বিভিন্ন উপায়েৰে সংগ্ৰহৰ চেষ্টা দিয়া হৈছে, কিন্তু কেতবোৰ ত্ৰুটিৰ বাবে কোনোটোৱেই কৃতকাৰ্য্য হোৱা নাই। উৎপাদনৰ পিয়ল নহলে কৰ ব্যৱস্থা (লেভী) কাৰ্য্যকৰীভাৱে প্ৰৱৰ্ত্তন কৰিব নোৱাৰি। তদুপৰি বিষয়ববীয়াসকলে ইয়াৰ অপপ্ৰয়োগ কৰে। আকৌ বাধ্য-বাধকতাৰ প্ৰশ্নটোৱে সাধাৰণ খেতিয়কক বিৰক্ত কৰে। আনহাতে একচেটিয়া সংগ্ৰহ তেনে ত্ৰুটিৰ পৰা মুক্ত। কিন্তু এক চেটিয়া শব্দটো উচিতাৰ্থত ব্যৱহাৰ কৰা হোৱা নাই দেখি আৰু নিয়ন্ত্ৰিত বজাৰৰ লগতে খাদ্য শস্যৰ অনিয়ন্ত্ৰিত বজাৰ চলি থাকিবলৈ দিয়া হৈছে কাৰণে এই ব্যৱস্থাৰেও সংগ্ৰহ লক্ষ্যত উপনীত হ'ব পৰা নাই। চাউল ধানৰ মুকলি বজাৰ চলি থাকিব দিয়া

হ'লে, একচেটিয়া সংগ্ৰহ ব্যৰ্থ হবই।

মুকলি বজাৰত ধান চাউলৰ দাম নিয়ন্ত্ৰিত বজাৰতকৈ বেছি কাৰণে খেতিয়কে বা মজুতকাৰীয়ে মুকলি বজাৰতে বেছিবলৈ আগবাঢ়ে, ফলত কৰ্তৃত্বশীল প্ৰতিষ্ঠনবোৰে লক্ষ্যত উপনীত হ'ব নোৱাৰে। প্ৰশাসনীয় যন্ত্ৰৰ মন্দ গতিৰ ফলত কেতবোৰ ৰাজ্যত অলপতে সংগ্ৰহ পৰিমাণ ইমান কমলৈ আহিছিল যে ভাৰত প্ৰতি-ৰক্ষা বিধিৰ ব্যৱস্থাৰে ৰাইজক চৰকাৰৰ ওচৰত ধান বিক্ৰী কৰিবলৈ বাধ্য কৰোৱা হৈছিল। একচেটিয়া সংগ্ৰহ কৃতকাৰ্য্য হোৱাৰ পথত দুটা বিকল্প ব্যৱস্থা আছে: এটা হল মূল্য ব্যৱস্থা আৰু আনটো হল চাউল আৰু আটা-ময়দা কলৰ ৰাষ্ট্ৰীয়কৰণ। সংগ্ৰহ মূল্য এনে ধৰণে ধাৰ্য্য কৰিব লাগে যাতে খেতিয়কে চৰকাৰৰ ওচৰত ধান আদি বেচোঁতে বঞ্চিত হোৱা বুলি অনুভৱ নকৰে।

বিভিন্ন অঞ্চলৰ মাজত সমবিতৰণ ৰাষ্ট্ৰীয় খাদ্যনীতিৰ তৃতীয় লক্ষ্য। মধ্য প্ৰদেশ, উৰিষ্যা, হাৰিয়ানা, পঞ্জাব আদি কেইখন মান ৰাজ্য অতিৰিক্তকৈ উৎপাদন হোৱা ৰাজ্য আৰু বাকীবোৰত সীমামূৰীয়াকৈ উৎপাদন হয়। অৱশ্যে কেৰালা আৰু পশ্চিম বঙ্গত একেবাৰে ঘাটি পৰি আছে। সম্প্ৰতি ভাৰতৰ ৰাজ্যবোৰে পৰস্পৰে পৰস্পৰৰ সুখ দুখৰ ভাগ লোৱাত সহযোগ দেখুৱাবলৈ আগ্ৰহান্বিত নহয়। সেইবাবে বৰ্ত্তমানৰ খাদ্য অঞ্চল ব্যৱস্থা কাৰ্য্যতঃ নিস্ফল হৈছে। খাদ্য বিতৰণ নিৰ্ণায়ক একে নীতি বলবৎ কৰাটো অতি কঠিন হলেও হেচা, আলোচনা বা ৰাজনৈতিক দৃষ্টি কোণেৰে এক প্ৰকাৰ ঐক্যমতত উপনীত হোৱাৰ চেষ্টা চলোৱা উচিত।

আকৌ সম্প্ৰতি কোনো ৰাজ্য চৰকাৰে এনে মূল্য নীতি নাই—যাক যুক্তিসঙ্গত বুলি কব পাৰি। কৃষি সামগ্ৰীৰ মূল্য পাৰিশ্ৰমিক ধৰ্মী হোৱা উচিত যাতে খেতিয়কে অধিক উৎপাদনৰ উৎসাহ পায়। তদুপৰি বজাৰৰ আন সামগ্ৰীৰ দামৰ লগত সংগতি ৰাখিব তেনে মূল্য ধাৰ্য্য কৰিব লাগে যাতে গ্ৰাহকে বেছি

যোজা মূৰ পাতিব লগা হোৱা বুলি অনুভৱ নকৰে। ধান চপোৱা সময়ৰ আগেয়েই উচিত ভাৱে মূল্য নির্দ্ধাৰণ কৰিব লাগে আৰু তাক স্থায়ীভাবে ধাৰ্য্য কৰিব নালাগে। বজাৰৰ যোগান আৰু চাহিদাৰ ধাৰা হিচাপে প্ৰতি বছৰে কৃষি সামগ্ৰীৰ মূল্য বিশ্লেষণ কৰি নিৰূপণ কৰিব লাগে। এনে নীতিয়ে বজাৰত স্থিৰতা আনিব।

পোনতে প্ৰতি বছৰে অতিৰিক্তকৈ উৎপাদন হোৱা ৰাষ্ট্ৰবোৰৰ পৰা বহু পৰিমাণৰ খাদ্য আমদানি কৰিবলগীয়া হৈছে। স্থানীয় খাদ্য যোগানত যথেষ্ট ঘাটি পৰা আমাৰ দৰে ৰাষ্ট্ৰ এখনত খাদ্য শস্যৰ আমদানি অপৰিহাৰ্য্য। কিন্তু দেশীয় উৎপাদনত যাতে কোনো প্ৰতিকূল ক্ৰিয়া সৃষ্টি নহয় তালৈ মন কৰি আমদানি নিয়ন্ত্ৰিত কৰিব লাগে।

আটাইবোৰ ৰাজ্য চৰকাৰৰ সহযোগিতা বিনে খাদ্য সমস্যা কৃত-কাৰ্য ত'বে সমাধান কৰিব পৰা নহয়, বৰ্দ্ধিত উৎপাদনেই এই সমস্যাৰ মূল কথা। কৃষি, জলসিঞ্চন, ভূমি জৰীপ, সংগ্ৰহ, বিতৰণ, মূল্য ব্যৱস্থা আৰু জনসংখ্যা নিয়ন্ত্ৰণ সাঙুৰি ব্যাপক আঁচনি ল'লেহে সমস্যা সমা-ধানৰ পথ দেখা যাব। কিন্তু দুৰ্ভাগ্যবশতঃ কোনো এটা কৰ্তৃপক্ষৰ তেনে একীভূত আঁচনি ৰূপায়িত কৰি তাক বলবৎ কৰাৰ ক্ষমতা নাই। সংবিধানৰ ব্যৱস্থা অনুসৰি খাদ্য আৰু কৃষি ৰাজ্যিক বিষয় আৰু ৰাজ্য চৰকাৰৰ ওপৰত সিদ্ধান্ত জাপি দিবলৈ কেন্দ্ৰৰ কোনো কৰ্তৃত্ব নাই। ভূমি জৰীপ, সংগ্ৰহ, কৃষি মূল্য আদিত থকা বৰ্তমানৰ ত্ৰুটিসমূহ দূৰ কৰিবৰ বাবে কেন্দ্ৰীয় আইন বিধিৰ দৰকাৰ যাৰ দ্বাৰা এইবোৰ বিষয়ত এক ধৰণৰ অৱস্থা আনিব পৰা হয়। শান্তি, স্থিৰতা আৰু প্ৰগতিৰ বাবে যথেষ্ট পৰিমাণৰ খাদ্য যোগান গুৰুত্বপূৰ্ণ। ন্যায়পূৰ্ণভাৱে ৰচিত আৰু নিষ্ঠাৰে কাৰ্য্যকৰী কৰা ৰাষ্ট্ৰীয় খাদ্য নীতিহে সেই কাম কৰিব পাৰি। উৎপাদন বৃদ্ধিৰ লক্ষ্যত খাদ্য নীতিয়ে জোৰ দিব লাগিব। জনসংখ্যাৰ ভয়া-বহ বৃদ্ধি ৰোধ কৰিবলৈও ব্যৱস্থা লোৱা দৰকাৰ। সেইয়া নহলে খাদ্য স্বাৱলম্বিতাৰ লক্ষ্য আকৌ পিচ পৰি থাকিব।

## পৰিকল্পনাৰ ওঠৰ বছৰৰ পিচত অসমৰ অৱস্থা

এখন এখনকৈ তিনিখন পাঁচ বছৰীয়া পৰিকল্পনা শেষ হৈ যোৱাৰ পিচত তদৰ্থ বছেৰেকীয়া পৰিকল্পনা শেষ হৈ গৈছে। এই ওঠৰ বছৰৰ ভিতৰত আমাৰ অৰ্থনৈতিক অৱস্থাৰ কি কি পৰিৱৰ্ত্তন হল আৰু শেষ হৈ যোৱা পৰিকল্পনাৰ আঁচনিবোৰ যুগুত আৰু কাৰ্য্যকৰী কৰোঁতে কেনে ধৰণৰ আসোঁৱাহ বা ভুল ভ্ৰান্তি থাকি গৈছে তাৰে এটা চমু আভাস দিবলৈ চেষ্টা কৰা হৈছে। পাৰ হৈ যোৱা পৰিকল্পনাৰ আঁচনিবোৰ পুঙ্খানুপুঙ্খ ৰূপে বিশ্লেষণ কৰাৰ প্ৰয়োজন অতি লাগতিয়াল। কিয়নো অতীতৰ ভুল ভ্ৰান্তি আৰু বৰ্ত্তমানৰ অভিজ্ঞতা এই দুয়োটাৰে আলম লৈ ভৱিষ্যতৰ আঁচনি প্ৰস্তুত কৰিব লাগিব, নহলে আমাৰ উন্নয়নত যি আসোঁৱাহ ৰৈ গৈছে আৰু যি আন্তঃ আঞ্চলিক বৈষম্যৰ সৃষ্টি হৈছে তাক দূৰ কৰা অসুবিধা হব।

### আঁচনি প্ৰস্তুত কৰা নীতি

মন কৰিবলগীয়া যে আমাৰ দেশ গণতন্ত্ৰৰ ভেঁটিত শাসিত আৰু পৰিচালিত যদিও অৰ্থনৈতিক উন্নয়নৰ ক্ষেত্ৰত বিশেষকৈ পৰিকল্পনা সম্পৰ্কত একাকী। পৰিকল্পনাৰ খচৰা প্ৰাদেশিক চৰকাৰবিলাকেই যুগুত কৰে যদিও, এনে পৰিকল্পনাৰ অৰ্থনৈতিক সম্ভাব্যতা, কাৰ্য্যকৰী কৰাৰ সুবিধা অসুবিধা, ৰাষ্ট্ৰীয় নীতিৰ লগত

সামঞ্জস্যতা থকা নথকা ইত্যাদি বিভিন্ন দিশ পৰীক্ষা কৰি আঁচনিখ চূড়ান্ত ৰূপ দিয়া কেন্দ্ৰীয় পৰিকল্পনা আয়োগৰ কর্তৃত্বাধীন। এনে হোৱাৰ কাৰণে বহুতো প্ৰাদেশিক আঁচনিৰ ৰূপ অদল বদল হৈ প্ৰকৃত প্ৰয়োজনীয় আঁচনিৰ ঠাইত কম প্ৰয়োজনীয় বা পিচুত হাতত লব-লগীয়া আঁচনিয়ে অগ্ৰাধিকাৰ পাইছে। আঞ্চলিক বৈষম্যতা বা দুৰ্ব্বল খণ্ডবোৰত উন্নয়নৰ গতি লেহেম হোৱাৰ প্ৰধান কাৰণ হৈছে এইটো। আমি স্বীকাৰ কৰো যে ৰাষ্ট্ৰীয় পৰিকল্পনা আয়োগ অতি অভিজ্ঞ আৰু বিচক্ষণ লোকৰ দ্বাৰা গঠিত আৰু আঁচনিৰ চূড়ান্ত ৰূপ দিওঁতে তেখেত সকলে তন্ন তন্নকৈ পৰীক্ষা কৰি চায়। কিন্তু এইটো স্বীকাৰ কৰিব লাগিব যে থলুৱা সমস্যাৰ লগত অপৰিচিত লোক বিজ্ঞ, তীক্ষ্ণ আৰু দূৰদৰ্শী হলেও সমস্যাৰ প্ৰকৃত গুৰুত্ব অনুভৱ কৰিব নোৱাৰে। দ্বিতীয়তে ভাৰতীয় পৰিকল্পনা নীতিৰ বিশেষ লক্ষণ হৈছে ই সামগ্ৰিক উন্নয়ন নীতিমুখী (Macro-economic Planning)। এনে হোৱাৰ ফলত সামগ্ৰিক জাতীয় অর্থনৈতিক পৰিস্থিতিৰ ওপৰত বেছি গুৰুত্ব দিয়া হয় আৰু আঞ্চলিক দাবী বা প্ৰয়োজনীয়তা উপেক্ষিত হয়। তৃতীয়তে আমাৰ দেশ গণতান্ত্ৰিক নীতিৰ দ্বাৰা শাসিত হলেও প্ৰকৃতপক্ষে টনা আজোৰা, ৰাজনৈতিক প্ৰভাৱ বা যাৰ বল তাৰ স্থল ইত্যাদি নীতিৰ ভিতৰুৱা সোঁতৰ দ্বাৰা এতিয়াও পৰিচালিত। এনেবোৰ কাৰণ বশতঃ বহুতো অঞ্চলত, বিশেষকৈ অসমত অর্থনৈতিক উন্নয়নৰ আঁচনি প্ৰকৃত সমস্যাৰ সামঞ্জস্য ৰাখি যুগুত আৰু কাৰ্য্য-কৰী হোৱা নাই। ইয়াৰ ফল স্বৰূপে এই অঞ্চলটো ওঠৰ বছৰ পৰিকল্পনাৰ পিচতো অনুন্নত হৈয়েই আছে আৰু অন্য অঞ্চলৰ লগত ইয়াৰ অর্থনৈতিক বৈষম্যতা প্ৰকট হৈ উঠিছে।

## অসমৰ জাতীয় আয়

অসমত প্ৰথম, দ্বিতীয় আৰু তৃতীয় পাঁচ বছৰীয়া পৰিকল্পনাত

বিভিন্ন আঁচনিৰ শিতানত ব্যয় নিৰ্দ্ধাৰণ কৰা হৈছিল যথাক্ৰমে ১০.৮৫ কোটি, ৫৭.৭৪ কোটি আৰু ১২০ কোটি টকা। বিভিন্ন আঁচনিবোৰ কাৰ্য্যকৰী কৰোঁতে ব্যয় হল যথাক্ৰমে ২০.৫১, ৫৪.৪০ আৰু ১৩২.৪৪ কোটি টকা। ইয়াৰ পৰা দেখা গল যে প্ৰথম দুখন আঁচনিৰ যি ব্যয় নিৰ্দ্ধাৰণ কৰা হৈছিল তাক সম্পূৰ্ণৰূপে খৰচ কৰি যোজনাৰ আঁচনি পূৰ্ণভাৱে কাৰ্য্যকৰী কৰিবৰ ক্ষমতা অসম চৰকাৰৰ নহল। আকৌ তিনিখন বছেৰেকীয়া যোজনাত সৰ্ব্বমুঠ ৯০.২৫ কোটি টকা ধাৰ্য্য কৰা হৈছিল। ইয়াতো মাত্ৰ ৮৬.৩৯ কোটিহে খৰচ হ'ল। ইয়াৰ পৰাই এটা কথা পৰিষ্কাৰ হয় যে যি সামান্য ব্যয়যুক্ত আঁচনি পৰিকল্পনা আয়োগে মঞ্জুৰ কৰে তাকো আমাৰ প্ৰাদেশিক চৰকাৰে ছয় ভাগৰ এভাগ হ'ল পানীৰে ডুবগৈ থকা অঞ্চল। পথালিয়ে ঠায়ে ঠায়ে পঞ্চাশ মাইলৰো কম স্থল ভাগৰ উপত্যকা অঞ্চলতেই কিন্তু ৰাজ্য খনৰ শতকৰা ৯০ ভাগ লোকৰ বসতি। সমতল ভাগৰ আঠ ভাগৰ এভাগ দখল কৰি আছে ব্ৰহ্মপুত্ৰ আৰু বৰাক নদী আৰু সেই নদী দুখনৰ দুকুৰিৰো অধিক উপনৈয়ে। ইয়াৰোপৰি আৰু প্ৰায় দু:হেজাৰ কিলোমিটাৰ মাটি অনবৰতে পানীৰ তলতেই থাকে। সেই পানীৰে ভৰা দ অঞ্চলবোৰ বসবাস আৰু খেতিৰ বাবে সম্পূৰ্ণ অনুপযোগী। ভৈয়ামৰ বাকী ভাল অঞ্চলটোৰ আধাতকৈও অধিক ভাগে বছৰি এবাৰ ভুগিব লগা হয় বানপানীৰ অত্যাচাৰ।

যুগ যুগ ধৰি হিমালয় আৰু অসমৰ ভিতৰে বাহিৰে থকা বিভিন্ন সৰু বৰ পৰ্ব্বত পাহাৰৰ পৰা বৈ অহা নৈ উপনৈসমূহে অসমৰ ভৈয়াম অঞ্চললৈ অকল যে জল ধাৰাকে নমাই আনে এনে নহয়। সেই জল ধাৰাৰ লগতে পাহাৰৰ বোকা বালি আৰু পলসো নৈ বিলাকে ভৈয়ামলৈ বোৱাই আনে। এনে এটা সময় আছিল যেতিয়া ৰাজ্যখনত জনসংখ্যা আছিল আপেক্ষিক

ভাগে কম। তেতিয়া মানুহে হয়তো বানপানী আহিলেও সিমান চিন্তা কৰিব লগীয়া নহৈছিল। বানপানীয়ে দৌৰাত্ম্য কৰা অঞ্চলৰ পৰা আঁতৰি যাবলৈ তেওঁলোকৰ কাৰণে তেতিয়া অন্য ঠাইত উপযুক্ত মাটি আছিল পৰ্য্যাপ্ত পৰিমাণে। সময়ে সময়ে নৈবোৰে হয়তো গতি সলনি কৰি আছিল। আজি যিখন ঠাই কোনো নদীৰ দক্ষিণ পাৰে দেখা গৈছে, সেই ঠাই কেইশ মান বছৰৰ আগতে হয়তো উত্তৰ পাৰেহে আছিল। নৈবোৰে যেতিয়া পাৰ ভাঙি চলৰ লগতে বোকা বালি আনিছিল তাৰ উপকাৰ পাইছিল দ ঠাইবোৰে। পলস পৰি দ ঠাই বাম হৈছিল। সেয়েহে আগৰ দিনত বানপানী হৈছিল যদিও সি তেতিয়া সমস্যাৰ ৰূপ লোৱা নাছিল।

কিন্তু স্বাভাৱিক জন্মহাৰ বৃদ্ধি, পাকিস্তানৰ পৰা ভগনীয়াৰ আগমন আৰু আন কাৰণত অসমৰ জনসংখ্যা বাঢ়ি যোৱাৰ লগে লগে বানপানীৰ সমস্যাই অসমৰ ভৈয়ামবাসী ৰাইজক ৰাককৈয়ে জ্বলাকলা কৰিবলৈ ধৰিলে। বছৰ বছৰ ধৰি পাহাৰৰ পৰা পলস বালি কঢ়িয়াই আনি নৈবোৰ ক্ৰমে বাম হবলৈ ধৰিলে। ফলত পৰ্ব্বতত সাধাৰণ একোজাক বৰষুণ দিলেই নদীবোৰ ওফন্দি উঠে আৰু বানপানীৰ সৃষ্টি কৰে। ১৯৫০ চনৰ বৰ ভূঁইকঁপেই কিন্তু অসমৰ বহিৰ্পৃষ্ঠৰ গাঁথনি ভাবিব নোৱাৰাকৈ পৰিবৰ্ত্তন কৰি দিলে। ভূঁইকঁপৰ জোকাৰণীৰ ফলত ব্ৰহ্মপুত্ৰকে আদি কৰি প্ৰায় সকলো সৰু বৰ নৈৰ তলি ভাগ কম বেছি পৰিমাণে ওখ হৈ পৰিল। তাতে সম্পূৰ্ণ কৰিবলৈ অপাৰগ হয়। হয়তো প্ৰাদেশিক চৰকাৰৰ এই অক্ষমতাৰ কাৰণেই অসমৰ সমস্যাই কেন্দ্ৰৰ বিভিন্ন স্তৰত উপেক্ষিত হৈছে।

এখন দেশৰ জাতীয় আৰু জনমূৰি আয়, সেই দেশৰ প্ৰকৃত অৰ্থনৈতিক অৱস্থা মাপ কৰাৰ একমাত্ৰ বেৰ'মিটাৰ। আকৌ ভাৰতৰ নিচিনা দেশত য'ত বিভিন্ন দিশত সম্পাদিত কাৰ্য্যক্ৰমৰ

কোনো সুব্যৱস্থিত জৰীপ নাই আৰু য'ত বিভিন্ন আঁচনিৰ কৃত-কাৰ্য্যতা সৰ্ব্বমুঠ ব্যয়মাত্ৰাৰ দ্বাৰা স্থিৰ কৰা হয়, এনে দেশত জাতীয় আৰু জনমুৰি আয়ৰ বাহিৰে দেশৰ উন্নতি অৱনতি পৰীক্ষা কৰাৰ অন্য নিৰ্ভৰশীল পন্থা নাই। গতিকে ইয়াত আমি জাতীয় আয়কে উল্লেখ কৰি অসমৰ পৰিবৰ্ত্তনৰ কিছু আভাস দিছো। ১৯৫০-৫১ চনত, যোজনাৰ বছৰত অসমৰ জাতীয় আয় আছিল (১৯৪৮-৪৯ চনৰ মূল্যমান অনুসৰি) ২২৩'৬ কোটি। ১৯৫৫-৫৬ চনত, প্ৰথম পৰিকল্পনাৰ শেষত ইয়াৰ পৰিমাণ হয় ২৬৭'৯ কোটি। দ্বিতীয় পৰিকল্পনাৰ শেষত ই (১৯৬০-৬১) ২৯৬'২ কোটি টকালৈ বৃদ্ধি হয়। ১৯৬৫-৬৬ চনত ইয়াৰ পৰিমাণ হয় ৩৬৯'৯ কোটি। ১৯৬৮-৬৯ চনত জাতীয় আয়ৰ পৰিমাণ হয় ৪১০ কোটি। ইয়াৰ পৰা দেখা গ'ল যে ওঠৰ বছৰৰ পিচত ১৯৪৮-৪৯ চনৰ মূল্য-মানত অসমৰ জাতীয় আয় ১৮৬'৪ কোটি বৃদ্ধি হয়। প্ৰথম পৰিকল্পনাৰ কালছোৱাত অসমৰ জাতীয় আয় স্থিতিশীল মূল্যমান অনুসৰি ১৯'৮ শতাংশ, দ্বিতীয় পৰিকল্পনাত ১০ ৬ শতাংশ তৃতীয় পৰিকল্পনাৰ সময়ত ২৪'৯ শতাংশ আৰু তাৰ পিচত ৮'৩ শতাংশ হাৰত বৃদ্ধি হয়। যিহেতু জাতীয় আয় এটা সামগ্ৰিক পৰিমাপ; ইয়াৰ দ্বাৰা দেশৰ অৱস্থা পৰিস্ফুট হলেও ব্যক্তি বিশেষৰ অৱস্থাৰ আভাস পোৱা নাযায়। গতিকে ইয়াৰ কাৰণে আমি তলত জনমুৰি আয় দেখুৱাইছো।

### অসমৰ জনমুৰি আয়

১৯৫০-৫১ চনত স্থানীয় মূল্যমান অনুসৰি অসমৰ জনমুৰি আয় আছিল ২৫৫'৫ টকা। এই বছৰত সৰ্ব্বভাৰতীয় গড় আছিল ২৪৭'৫ টকা। ১৯৫৫-৫৬ চনত ইয়াৰ পৰিমাণ অসমত ২৬৮ আৰু ভাৰতৰ ২৬৭'৮ টকা হয়। ১৯৬০-৬১ চনত অসমত জন-মুৰি আয় হয় ২৫৩'৫ টকা আৰু ভাৰতৰ হয় ২৯৩'২ টকা।

১৯৬৫-৬৬ চনত অসমৰ পৰিমাণ হয় ২৭৫'৮ টকা আৰু ভাৰতৰ ২৯৯'৪ টকা। ১৯৬৭-৬৮ চনত অসমৰ জনমুৰি আয় হয় ২৮২'৬ টকা আৰু ভাৰতৰ হয় ৩২৪'৪ টকা। ইয়াৰ পিচৰ বছৰত অসমৰ আয় ২৮১'৯ টকা। আমি ইয়াত চলিত মূল্যমানত (Current Prices) জনমুৰি আয় দেখুৱা নাই। কিয়নো অসমৰ চলিত মূল্যমান ইমান উচ্চ যে ইয়াৰ দ্বাৰা যুগুত কৰা পৰিসংখ্যা আচল অৱস্থাৰ পৰিচায়ক নহয়, বৰং এনে পৰিসংখ্যাৰ দ্বাৰা জাতীয় স্বাৰ্থ ক্ষুণ্ণ হোৱাৰহে সম্ভাৱনা থাকে। উদাহৰণ স্বৰূপে অসমৰ ১৯৬৭-৬৮ চনত জনমূৰী আয় দেখুৱা হৈছে ৫২৬ টকা। ই ভাৰতৰ তৃতীয় উচ্চ স্থান অধিকাৰ কৰিছে। ১৯৬৫-৬৬ চনত পঞ্জাবৰ জনমূৰী আয় ৬১৫ টকা, হাৰিয়ানাৰ ৫৮৮ টকা, আৰু ইয়াৰ পিচতে অসম। ইয়াৰ পৰা প্ৰমাণ হব যে অসমৰ অৰ্থনৈতিক অৱস্থা মহাৰাষ্ট্ৰ, গুজৰাট, তামিলনাডু, পশ্চিমবঙ্গ আদিৰ দৰে উন্নত প্ৰদেশ কেইখনতকৈও অধিক। গতিকে এনে এটা ভ্ৰান্তিমূলক পৰিসংখ্যা নলৈ স্থায়ী মূল্যমানৰ সহায় লবলৈ বাধ্য হৈছো।

মন কৰিবলগীয়া যে প্ৰথম পৰিকল্পনাৰ অন্তত অসমৰ জনমূৰী আয় ২৬৮ টকালৈ বৃদ্ধি হয়, কিন্তু দ্বিতীয় পৰিকল্পনাৰ অন্তত ইয়াৰ পৰিমাণ কম হৈ ২৫৩'৫ টকা হয়। তৃতীয় পৰিকল্পনাৰ অন্তত ই আকৌ বাঢ়ি গৈ ২৭৫'৮ টকা হয়; কিন্তু ১৯৬৬-৬৭ চনত ই আকৌ কমি গৈ ২৭১'৪ টকা হয়। তৃতীয় তদৰ্থ বাৰ্ষিক পৰিকল্পনাৰ অন্তত অসমৰ জনমূৰী আয় হয় ২৮১'৯ টকা। এটা কথা মন কৰিব লগীয়া যে পৰিকল্পনা আৰম্ভ হোৱাৰ আগতে অসমৰ জনমুৰি আয় (২৫৫'৫ টকা) সৰ্ব্বভাৰতীয় জনমূৰী আয়তকৈ ( ২৪'৭৫ ) বেছি আছিল। কিন্তু ওঠৰ বছৰ পৰিকল্পনাৰ পিচত ভাৰতৰ জনমূৰী আয় (১৯৬৭-৬৮) ৩২৪.৪ টকালৈ বৃদ্ধি হয় আৰু অসমৰ আয় ২৮১ টকাহে হয়। পৰিকল্পনা আৰম্ভ হোৱাৰ পৰাই অসমৰ অৰ্থনৈতিক উন্নতি সৰ্ব্বভাৰতীয় গড়ৰ সমানে সমানে আগবাঢ়িব পৰা নাই। অসমৰ

পৰিকল্পনাৰ এইটোৱেই চমকপ্ৰদ লক্ষণ। ১৮ বছৰ পৰিকল্পনাৰ পিচত ভাৰতৰ জনমূৰী আয় ৭৬·১ টকা বৃদ্ধি হ'ল; কিন্তু অসমৰ বেল্যা বৃদ্ধি হ'ল মাত্ৰ ২৬·৪ টকা। ইয়াৰ মানে হ'ল যে উন্নতিৰ পথত আমি অন্ততঃকৈ ২/৩ ভাগ পিচ পৰি আছো আৰু আমি সন্দেহ কৰো এই ন্যূনতা পূৰণ হোৱাৰ সম্ভাৱনা অতি কম।

## কৃষি উন্নয়নৰ গতি

অসমৰ অৰ্থনীতিৰ এটা প্ৰধান বৈশিষ্ট হৈছে এয়ে যে ইয়াত কৃষি প্ৰাধান্যতা অতি বেছি। উন্নয়নৰ সকলো আঁচনি কৃষি উন্নয়নৰ লগত সাঙোৰ খোৱা। গতিকে কৃষি উন্নয়নৰ দ্বাৰাইহে অসমৰ প্ৰকৃত উন্নয়ন সাধিত হব। ১৯৫১-৫২ চনৰ পৰা এতিয়ালৈকে সৰ্ব্বমুঠ খেতি কৰা মাটিৰ পৰিমাণ ১৭৫৪ হাজাৰ হেক্টৰৰ পৰা (১৯৬৭-৬৮) ২১৩৮ হাজাৰ হেক্টৰলৈ সম্প্ৰসাৰিত হৈছে আৰু সৰ্ব্বমুঠ উন্নয়ন (খাদ্যশস্য) ১৯৫১-৫২ চনত ১৫৩৮ হাজাৰ টনৰ পৰা ১৯৬৭-৬৮ চনত ১৯৭১ হাজাৰ টনলৈ বৃদ্ধি হৈছে। খাদ্যশস্যৰ উৎপন্নৰ যি বৃদ্ধি সি সম্পূৰ্ণ কৃষি সম্প্ৰসাৰণৰ কাৰণেহে সম্ভৱ হৈছে আৰু উৎপন্নৰ নিৰিখ বৃদ্ধি হোৱাৰ কাৰণে নহয়। কিয়নো ১৯৫১-৫২ চনত প্ৰতি হেক্টৰত ধান উৎপন্ন হৈছিল ৯১৮ কিলোগ্ৰাম, ১৯৫৫-৫৬ চনত ইয়াৰ পৰিমাণ হয় ৯৮০ কিলোগ্ৰাম, ১৯৬৫-৬৬ চনত হয় ৯৭২ কিলোগ্ৰাম। ১৯৬৬-৬৭ চনত প্ৰতি হেক্টৰত উৎপন্নৰ পৰিমাণ ৯০৪ কিলোগ্ৰামলৈ কম হৈ ১৯৬৭-৬৮ চনত আকৌ ৯৬৫ কিলোগ্ৰাম হয়। ওপৰৰ বিৱৰণীত এইটো স্পষ্ট হৈছে যে কৃষি উৎপাদনৰ বৰ্দ্ধিত গতি ক্ৰমান্বয়ে উৰ্দ্ধমুখী হোৱা নাই। কেতিয়াবা উৎপাদন বৃদ্ধি হৈছে আৰু কেতিয়াবা কমি গৈছে। ইয়াৰ মানে হল যে পৰিকল্পিত আঁচনিৰ কোনো প্ৰভাৱ কৃষি ক্ষেত্ৰত প্ৰতিফলিত হোৱা নাই। পৰিকল্পনাৰ পূৰ্ব্বৰ অৱস্থাৰ দৰেই অসমত কৃষি এতিয়াও প্ৰাকৃতিক অৱস্থাৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীল আৰু বছৰ ভাল

হলেই খেতি ভাল হৈছে আৰু বতৰ বেয়া হলেই কৃষি উৎপাদন কমি গৈছে।

সেই একে পৰিস্থিতিয়েই পৰিলক্ষিত হয় মৰাপাট, মাহ আদিৰ ক্ষেত্ৰটো। ১৯৫১-৫২ চনত মৰাপাট প্ৰতি হেক্টৰত উৎপন্ন হৈছিল ১০৮৩ কিলোগ্ৰাম আৰু ১৯৬৭-৬৮ চনত হৈছে ১২৯৩ কিলোগ্ৰাম। মাহ আদি ১৯৫১-৫২ চনত উৎপন্ন হৈছিল ৩৯২ কিলোগ্ৰাম আৰু ১৯৬৭-৬৮ চনত হৈছে ৪১২ কিলোগ্ৰাম। অন্য শস্য যেনে কুঁহিয়াৰ, সৰিয়হ আৰু আলুৰ ক্ষেত্ৰটো একেই অৱস্থা।

## উদ্যোগ বিকাশৰ আঁচনি

উদ্যোগৰ ঘৰত অসমৰ নামত শূন্য। বিভিন্ন পাঁচ বছৰীয়া পৰিকল্পনাবোৰত এবাৰ চকু ফুৰালে উদ্যোগ সম্পৰ্কত নিৰাশ-জনক ভাৱে হতাশ হ'ব লগা হয়। কেন্দ্ৰীয় খণ্ডত স্থাপন কৰা এটা সাৰ কাৰখানা, এটা পুতুলা সদৃশ শোধনাগাৰ, প্ৰাদেশিক চৰকাৰে স্থাপন কৰা ক্ষুদ্ৰ আয়তনৰ এটা চিমেণ্ট কাৰখানা আৰু কেইটামান ধানবনা কলৰ বাহিৰে অসমৰ উদ্যোগ খণ্ডত একো উন্নতি হোৱা নাই। ইয়াত আমি চাহ শিল্পৰ কথা উনুকিওৱা নাই। চাহ শিল্প অসমত অৱস্থিত হৈছে, ই অসমৰ নহয়। থলুৱা মানুহে অসমত পৃথিৱীৰ ভিতৰত বেছি চাহ উৎপন্ন কৰে। এই গৌৰৱৰ বাহিৰে শিল্পৰ পৰা ফুটা পাই এটাও পোৱা নাই আৰু এই শিল্পই অসমৰ অৰ্থনৈতিক উন্নতিত একো অৰিহণাও যোগোৱা নাই। বিভিন্ন পৰিকল্পনাৰ সময়ত অসমত উদ্যোগ স্থাপনৰ কাৰণে বাহিৰৰ পুঁজিপতিক লাইচেন্স দিয়া হৈছিল। কিন্তু অসমৰ বাহিৰৰ পুঁজিপতিয়ে এনে লাইচেন্স যোগাৰ কৰিছিল ইয়াত উদ্যোগ স্থাপন কৰিবলৈ নহয়, উদ্যোগ স্থাপন বন্ধ কৰিবলৈহে। কিয়নো অসমৰ যি এখন বজাৰ তাত বাহিৰৰ শিল্পপতি, বণিক সাউদৰ যি একাধিপত্যতা আছে তাক অসমৰ ভিতৰতে শিল্প

স্থাপন কৰি নষ্ট কৰিবলৈ কোনো ব্যক্তিয়ে সহজে এৰি নিদিয়ে। গতিকে শিল্পৰ নামত লাইচেন্স দিয়া হল আৰু সিয়েই উদ্যোগ আঁচনিৰ চৰম কৃতকাৰ্য্যতা।

## পৰিকল্পনা বিফল হোৱাৰ কাৰণ

ওপৰৰ বিৱৰণীৰ পৰা পৰিষ্কাৰ হৈ এটা কথা ওলায় পৰে যে উন্নয়নৰ আঁচনি অসমত সফলকাম হোৱা নাই আৰু অন্য অঞ্চলৰ লগত অসমৰ অৰ্থনৈতিক বৈষম্যতা ক্ৰমে বৃদ্ধি হৈ আহিছে। এনে হোৱাৰ কাৰণ কেইবাটাও। কেন্দ্ৰীয় পৰিকল্পনাৰ দৰেই অসমৰ পৰিকল্পনাও সামগ্ৰিক উন্নতমুখী। একে লগে, একে সময়তে সকলো উন্নতিৰ আঁচনি প্ৰস্তুত কৰা হৈছে আৰু তাৰ কাৰণে যি ব্যয় ধাৰ্য্য কৰা হৈছে তাক গোটেই থনতে গঙ্গা জলৰ দৰে চটিয়াই দিয়া হৈছে। দ্বিতীয়তে সকলোবোৰ আঁচনি একে সময়তে কাৰ্য্যকৰী কৰিবলৈ অৰ্হতাপূৰ্ণ বিষয়া আছে নে নাই সেই বিষয়ে লক্ষ্য ৰখা হোৱা নাই। আঁচনিৰ লগে লগে বিভিন্ন বিভাগৰ সৃষ্টি হৈছে আৰু স্কুল, কলেজৰ পৰা ওলায় অহা অৰ্হতা-হীন, চঞ্চল ডেকা ল'ৰা কিছুমানক দায়িত্বপূৰ্ণ পদত মকৰল কৰি আঁচনি কাৰ্য্যকৰী কৰিবলৈ এৰি দিয়া হল। ফলত অৰ্থব্যয় হৈছে, উন্নতি হোৱা নাই। তৃতীয়তে আমাৰ যি পৰিকল্পনা সি হৈছে ৰাষ্ট্ৰীয় পৰিকল্পনাৰ 'কাৰ্বন ক'পি'। কেন্দ্ৰত বা অন্য প্ৰদেশত যি কৰিবলৈ লোৱা হৈছে আমাৰ ইয়াতো তাকেই যুগুত কৰা হৈছে। থলুৱা সমস্যা বা অৱস্থাৰ লগত ৰজিতা খুৱাই কোনো আঁচনিকে প্ৰস্তুত কৰা হোৱা নাই। কেন্দ্ৰীয় চৰকাৰ বা বাহিৰৰ মানুহৰ ধাৰণা যে অসমত অতিপাত বৰষুণ হয়। গতিকে ইয়াত জল সিঞ্চনৰ প্ৰয়োজন নাই। সেই কাৰণেই ক্ষুদ্ৰ জল সিঞ্চনৰ নামত ডেকো ভাওনা কৰি কিছুমান অৰ্থ অপব্যয় কৰাৰ বাহিৰে অসমত জল সিঞ্চনৰ কোনো আঁচনিয়েই কল্পনা কৰা হোৱা নাই।

অসমত মাত্ৰ চাৰি মাহ বৰষুণ হয় আৰু এই সময়তেই বানপানীৰ উৎপাতো বেছি হয়। গতিকে কৃষি খণ্ডৰ বহুতো ক্ষতি হয়। কিন্তু বাকী বৰষুণ নোহোৱা ৮ মাহত খেতি কৰিবৰ কোনো ব্যৱস্থা নাই। অন্য প্ৰদেশত বৃহৎ জলসিঞ্চন আঁচনি কাৰ্য্যকৰী হৈছে, বাৰমাহে জল সিঞ্চনৰ ব্যৱস্থা হৈছে, বিজুলী শক্তি উৎপাদনৰ ব্যৱস্থা হৈছে আৰু অসমত বৰষুণৰ ওপৰত নিৰ্ভৰ কৰি কৃষি উন্নয়নৰ আঁচনি প্ৰস্তুত হৈছে এখনৰ পিচত এখনকৈ।

কৃষি উন্নয়নৰ ওপৰত অধিক বা অতিমাত্ৰা গুৰুত্ব দি থাকিলে অসমৰ উন্নতি আশানুৰূপ হোৱাৰ সম্ভাৱনা নাই। কৃষিয়েই অসমৰ অৰ্থনীতিৰ প্ৰধান ধৰণী যদিও, এই খণ্ডৰ উন্নতি বিশেষ কিছুমান কাৰণত সীমায়িত। কৃষিভূমি বিস্তাৰিত কৰাৰ এটা সীমা আছে, ইয়াৰ উৎপাদিকা শক্তিও মানুহৰ ইচ্ছামতে বৃদ্ধি কৰিব নোৱাৰি। গতিকে কৃষি খণ্ডৰ উন্নতি আৰু সম্প্ৰসাৰণৰ এটা স্বাভাৱিক বাতাবৰণৰ সৃষ্টি কৰিবলৈ হলে ইয়াৰ ওপৰত এতিয়া যি হেঁচা পৰিছে তাক লাঘৱ কৰিব লাগিব আৰু সেই কাৰণে উদ্যোগ বিকাশৰ প্ৰয়োজন। অসমত উদ্যোগ নাই। অথচ কেন্দ্ৰীয় চৰকাৰে ভাৱে যে উদ্যোগত তৈয়াৰী মাল বিক্ৰী কৰিবলৈ বজাৰ নাই আৰু প্ৰাদেশিক চৰকাৰে হতাশৰ হা হুমুনিয়াহ কাঢ়ে মূলধন নাই বুলি। দুয়োটাই ভুল তথ্য। অসম, নেফা, মণিপুৰ, নগালেণ্ড, ত্ৰিপুৰা আৰু মেঘালয় এই বিৰাট অঞ্চলটোৰ মানুহৰ উপভোগ্য সামগ্ৰীৰ চাহিদা পূৰণ কৰিবলৈ বহুতো উদ্যোগৰ প্ৰয়োজন আৰু থলুৱা কেঁচামাল সৰবৰাহৰ দ্বাৰাই এনে উদ্যোগ চলাই যাব পাৰি। ইয়াৰ বাহিৰেও এই অঞ্চলটোৰ চাহিদা পূৰাবৰ কাৰণে প্ৰয়োজনীয় কৃষিৰ যন্ত্ৰপাতি, সাৰ, কীট পতঙ্গ নিবাৰক ঔষধ ইয়াতেই প্ৰস্তুত কৰিব পাৰি। আকৌ এই অঞ্চলত উদ্ভৈনদী হৈ থকা বনজ সম্পদ, খনিজ সম্পদ ইত্যাদিৰ ব্যৱহাৰ কৰিব পৰা বহুতো বিভিন্ন আকাৰৰ উদ্যোগ স্থাপন কৰিব পাৰি।

পাৰি। মূলধনৰ সমস্যাটো একো কঠিন সমস্যা নহয়। যি অঞ্চলত ক্ষুদ্র-সঞ্চয় আঁচনিত ৰেকৰ্ড সঞ্চয় সম্ভৱপৰ, তাত উপযুক্ত ব্যৱস্থা ললে মূলধন সঞ্চয় কিয় নহব আমাৰ বোধগম্য নহয়। মূলধন লাগে বুলি আকাশলৈ চাই থাকিলে মূলধন কেতিয়াও যোগাব নহয়। আমাৰ চৰকাৰে এতিয়ালৈকে কিমান কৰ কাটল লগাব পাৰি আৰু কিমান 'অভাৰ ড্ৰাফ্‌ট' লব পাৰি তাকেই শিকিলে। ইয়াৰ বাহিৰেও যে মূলধন সংগ্রহ বা অর্থ সংগ্রহৰ এশ একুৰি পন্থা আছে, তাক আমাৰ চৰকাৰৰ বোধগম্য হোৱা নাই।

আমাৰ পিচ পৰাৰ তৃতীয় কাৰণটো হৈছে এয়ে যে আমাৰ আঁচনি আৰু থলুৱা সমস্যাৰ লগত সামঞ্জস্যহীনতা। আঁচনি প্রস্তুত কৰোঁতে ৰাইজৰ দিহা পৰামর্শ লোৱাৰ কোনো ব্যৱস্থা নাই আৰু ৰাইজৰ সক্রিয় সহযোগিতা আদায় কৰাতো কার্য্যকৰী পন্থা গ্রহণ কৰা হোৱা নাই। কেন্দ্রীয় আঁচনিৰ নমুনাত যি প্রাদেশিক আঁচনি প্রস্তুত হৈছে—ইও অঞ্চলৰ ভিতৰতে অসমতা সৃষ্টি কৰিছে। এনে অৱস্থাৰ কাৰণেই মেঘালয়ৰ সৃষ্টি হল, এনে অসমতাৰ কাৰণে আজি কমতাপুৰ, আহোম, মঙ্গোলীয়া-টাই ৰাজ্যৰ দাবী উঠিছে। এনে অৱস্থাৰ অৱসান ঘটাবলৈ আঞ্চলিক বা ক্ষুদ্র উন্নয়ন-মুখী ( Micro-Economic Planning ) আঁচনিৰ প্রয়োজন। তাৰোপৰি গণতান্ত্রিক দেশত আঁচনি সফল হব, যদিহে সমাজৰ নিম্ন স্তৰৰ (Planning from below) পৰা আঁচনি প্রস্তুত কৰা হয়। নিম্ন স্তৰৰ পৰা যুগুত কৰা আঁচনিৰ দ্বাৰাহে সমপর্য্যায়ৰ অর্থ-নৈতিক উন্নতি সম্ভৱ হব। ভাৰতৰ দৰে মূলধন নোহোৱা দেশত, নিম্ন স্তৰত প্রস্তুত কৰা আঁচনিৰ দ্বাৰাই উন্নতি কম আয়াসতে সম্ভৱপৰ। কিয়নো এই আঁচনিৰ দ্বাৰা ধন সংগঠনৰ পৰিবর্ত্তে শ্রম-সংগঠন কৰি ক্ষুদ্র ক্ষুদ্র কার্য্যৰ সামগ্রিক মূল্য হয়তো বহুতো শ হাজাৰত উপনীত হব।

অসমৰ অর্থনৈতিক উন্নতি খাপচাৰা হোৱাৰ কাৰণে প্রাদেশিক

চৰকাৰ, কেন্দ্ৰীয় চৰকাৰ আৰু অসমৰ মানুহ এই আটাইবোৰ কম বেছি পৰিমাণে জগৰীয়া। প্ৰাদেশিক চৰকাৰ দুৰ্ব্বল আৰু অদূৰদৰ্শী। কোনো এটা বিষয়তে এওঁলোকৰ স্থিৰ সিদ্ধান্ত নাই। জোৰ দি তথ্যপূৰ্ণ আঁচনি প্ৰস্তুত কৰি এওঁলোকে এতিয়াও একো দাবী কৰিব পৰা নাই।

সীমান্তবৰ্ত্তী, ভেগু অঞ্চল এটাৰ উন্নয়ন বা তাত ব্যয় বহুল উদ্যোগ স্থাপনত কেন্দ্ৰীয় চৰকাৰে নানান অজুহাত উলিয়াই একাষৰীয়া কৰি থৈছে বা অৰ্থনৈতিক বা কাৰ্য্যকৰী অসুবিধা দেখুৱাই আঁচনি বদ কৰিছে। কিন্তু এই সকলোবোৰৰ কাৰণে দায়ী আমাৰ ৰাইজ। আমাৰ ৰাইজ সংগঠিত নহয়, আমাৰ মাত নাই, আমাৰ দেশত জনমত নাই। আমি বিচাৰিব নাজানো, দাবী কৰিব নাজানো বা আন্দোলন কৰিব নাজানো। আমাৰ প্ৰতিনিধিসকলো নিৰ্বাক, দুৰ্বল আৰু অদূৰদৰ্শী।

———

# অসমৰ পৰিকল্পনাৰ কেইটামান দিশ

ভাৰতৰ শাসন ব্যৱস্থা সংযুক্ত বিধি-ব্যৱস্থাৰ ভিত্তিত স্থাপিত হলেও কেন্দ্ৰীয় চৰকাৰক বেচি ক্ষমতাশালী কৰিবৰ হকে অতি গুৰুত্বপূৰ্ণ বিষয়বোৰৰ পৰিকল্পনাৰ দায়িত্ব কেন্দ্ৰীয় চৰকাৰৰ হাতত ন্যস্ত কৰাৰ কাৰণে, ভাৰতৰ চৰকাৰে প্ৰকৃতপক্ষে কেন্দ্ৰ-প্ৰধান চৰকাৰৰ দৰে কাৰ্য্য পৰিচালনা কৰিছে। বিশেষকৈ অৰ্থনৈতিক বিষয়ত এই কথাৰ সত্যতা সুদৃঢ়। গণতান্ত্ৰিক পৰিকল্পনাৰ ভিত্তিত ভাৰতত বিভিন্ন উন্নয়ন আঁচনি যুগুত আৰু কাৰ্য্যকৰী কৰাৰ সিদ্ধান্ত বহু বছৰৰ আগতে লোৱা সত্বেও, এতিয়ালৈকে, পৰিকল্পনাৰ ক্ষেত্ৰত কেন্দ্ৰীয় পৰিকল্পনা আয়োগ মূলতে সৰ্বেসৰ্বা। পৰিকল্পনাৰ খচৰা বিভিন্ন প্ৰাদেশিক চৰকাৰে যুগুত কৰে যদিও, এনে পৰিকল্পনাৰ অৰ্থনৈতিক সম্ভাৱ্যতা, কাৰ্য্যকৰী কৰাৰ সুবিধা-অসুবিধা, ৰাষ্ট্ৰীয় নীতিৰ লগত সামঞ্জস্যতা থকা নথকা, অৰ্থ সংগ্ৰহ ব্যৱস্থা ইত্যাদি বিভিন্ন দিশ পৰীক্ষা কৰি আঁচনিৰ চূড়ান্ত ৰূপ দিয়া কেন্দ্ৰীয় পৰিকল্পনা আয়োগৰ কৰ্তৃত্বাধীন। এনে হোৱাৰ কাৰণে প্ৰায়েই বহুতো প্ৰাদেশিক আঁচনিৰ ৰূপ অদল-বদল হৈ প্ৰকৃত প্ৰয়োজনীয় আঁচনিৰ ঠাইত কম প্ৰয়োজনীয় আঁচনি, বা পিচত হাতত লবলগীয়া আঁচনিয়ে অগ্ৰাধিকাৰ পাইছে। দ্বিতীয়তে ভাৰতীয় পৰিকল্পনা নীতি সামগ্ৰিক উন্নয়ন নীতিৰ ( macro Economic planning ) আধাৰত পৰিচালিত। এনে হোৱাৰ কাৰণে সামগ্ৰিক জাতীয় অৰ্থনৈতিক

পৰিস্থিতিৰ ওপৰত বেচি গুৰুত্ব দিয়া হয় আৰু ফলত আঞ্চলিক দাবী বা প্ৰয়োজনীয়তা উপেক্ষিত হয়। এইখিনিতে উল্লেখ কৰি থোৱা উচিত হ'ব যে ৰাষ্ট্ৰীয় পৰিকল্পনা আয়োগ অতি সুদক্ষ আৰু বিচক্ষণ লোকৰ দ্বাৰা গঠিত আৰু আঁচনিৰ চূড়ান্ত ৰূপ দিওঁতে তেওঁলোকে সকলো দিশ তন্ন তন্নকৈ পৰীক্ষা কৰি চায়। কিন্তু এইটোও স্বীকাৰ কৰিব লাগিব যে থলুৱা সমস্যাৰ লগত অপৰিচিত লোকে, বিজ্ঞ, তীক্ষ্ণ আৰু দূৰদৰ্শী হলেও সমস্যাৰ প্ৰকৃত গুৰুত্ব উপলব্ধি কৰিব নোৱাৰে। ভাৰতত আঞ্চলিক বৈষম্য বা দুৰ্বল খণ্ডৰ উন্নয়নৰ গতি লেহেম হোৱাৰ প্ৰধান কাৰণ হৈছে এইটো। আকৌ ভাৰতৰ শাসন ব্যৱস্থা গণতান্ত্ৰিক হলেও, প্ৰকৃতপক্ষে বহুতো সময়ত টনা-আঁজোৰা, ৰাজনৈতিক প্ৰভাৱ আৰু "যাৰ, বল তাৰ স্থল" ইত্যাদি নীতিত প্ৰভাৱান্বিত। ফলত দুৰ্বল চৰকাৰ শাসিত অঞ্চলবোৰ বা য'ত জনমত দুৰ্বল এনে অঞ্চলবোৰ এতিয়াও অৰ্থ-নৈতিক উন্নয়নত বহুতো পিচ পৰি আছে।

## অসমত পৰিকল্পনাৰ ফল

চতুৰ্থ পৰিকল্পনাৰ প্ৰথম তিনি বছৰৰ উপৰিও এতিয়ালৈকে তিনিখন পাঁচ বছৰীয়া পৰিকল্পনা, আৰু তিনিখন তদৰ্থ বছেৰেকীয়া পৰিকল্পনা শেষ হৈ গৈছে। অসমত প্ৰথম, দ্বিতীয় আৰু তৃতীয় পৰিকল্পনাত যথাক্ৰমে ১০·৮৫, ৫৭·৭৪ আৰু ১২০ কোটিৰ ব্যয় ধাৰ্য্য কৰা হৈছিল আৰু এইবোৰ কাৰ্য্যকৰী কৰোঁতে ক্ৰমে ২০·৫১ ৫৪·৪০ আৰু ১৩৭·৪৪ কোটি প্ৰকৃত ব্যয় হয়। আকৌ তিনিখন তদৰ্থ বছেৰেকীয়া যোজনাৰ কাৰণে সৰ্বমুঠ ৯০·২৫ কোটি ধাৰ্য্য কৰা হৈছিল আৰু ইয়াত সৰ্বমুঠ ৮৬·৩৯ কোটি ব্যয় হয়। মুঠতে তিনিখন পাঁচবছৰীয়া আৰু তিনিখন বছেৰেকীয়া যোজনাৰ বিভিন্ন আঁচনি কাৰ্য্যকৰী কৰাৰ কাৰণে অসমত সৰ্বমুঠ ৩৯৩·৭৪ কোটি ব্যয় কৰা হয়। ইয়াৰ ফল স্বৰূপে অসমৰ জাতীয় আয় (স্থায়ী

মূল্যমান হাবত) ১৯৫০-৫১ চনৰ ২২৩.৬ কোটিৰপৰা ১৯৫৫-৫৬ চনত (প্ৰথম পৰিকল্পনাৰ শেষ বছৰ) ২৬৭.৯ কোটিলৈ, ১৯৬০-৬১ চনত ২৯৬.২ কোটিলৈ আৰু ১৯৬৫-৬৬ চনত ৩৬৯.৯ কোটিলৈ বৃদ্ধি হয়। ইয়াৰ পিচত তিনিখন বছেৰেকীয়া পৰিকল্পনাৰ শেষত (১৯৬৮-৬৯) চনত অসমৰ জাতীয় আয় ৪১০ কোটিলৈ বৃদ্ধি পায়। ইয়াৰপৰা দেখা গ'ল যে অসমৰ জাতীয় আয় ওঠৰ বছৰ পৰিকল্পনাৰ শেষত মুঠ ১৮৬.৪ কোটি বৃদ্ধি হয়। প্ৰথম পৰিকল্পনাৰ সময়ত অসমৰ জাতীয় আয় (স্থিতিশীল মূল্যমান হিচাবত) ১৯.৮ শতাংশ দ্বিতীয় পৰিকল্পনাৰ সময়ত ১০.৬ শতাংশ, তৃতীয় পৰিকল্পনাৰ সময়ত ২৪৯ শতাংশ আৰু তাৰ পিচত ৮.৩ শতাংশ হাৰত বৃদ্ধি হয়।

জাতীয় আয় এটা সামগ্ৰিক হিচাব। আকৌ এখন সংযুক্ত ৰাষ্ট্ৰৰ এটা অংশৰ আয় গণিপিতি উলিয়াওঁতে বহুতো সময়ত একেটা বস্তুকে দোহৰাৰ সম্ভাৱনা থাকে। গতিকে ইয়াৰ দ্বাৰা সামগ্ৰিক অৱস্থা পৰিস্ফুত হলেও প্ৰকৃত অৱস্থাৰ আভাস পোৱা নাযায়। গতিকে জনমূৰী আয়ৰ সহায় লৈ উন্নতিৰ গতি বিশ্লেষণৰ চেষ্টা কৰা হৈছে। কিন্তু উল্লেখ কৰি থোৱা উচিত হব যে এই বিশ্লেষণও ভ্ৰান্তিমুক্ত নহয়।

## জনমূৰী আয়

১৯৫০-৫১ চনত স্থায়ী মূল্যমান অনুসৰি অসমত জনমূৰী আয়ৰ পৰিমাণ আছিল ২৫৫.৫ টকা। এই বছৰত সৰ্বভাৰতীয় জনমূৰী আয়ৰ পৰিমাণ হৈছে ২৪৭.৫ টকা। ১৯৫৫-৫৬ চনত অসমৰ জনমূৰী আয় হয় ২৬৮ টকা আৰু সৰ্বভাৰতীয় পৰিমাণ হয় ২৬৭.৮ টকা। ১৯৬০-৬১ চনত অসমৰ জনমূৰী আয় হয় ২৫৩.৫ টকা আৰু সৰ্বভাৰতীয় পৰিমাণ হয় ২৯৩.২ টকা। ১৯৬৫-৬৬ চনত অসমৰ জনমূৰী আয় হয় ২৭৫.৮ টকা আৰু সৰ্বভাৰতীয় পৰিমাণ হয় ২৯৯.৪ টকা। ১৯৬৭-৬৮ চনত অসমৰ জনমূৰী আয় হয় ২৮১.৯ টকা আৰু

সৰ্বভাৰতীয় পৰিমাণ হয় ৩২৪'৪ টকা। আমি জনমূৰী আয় চলিত মূল্যমানত দেখুওৱা নাই। কিয়নো চলিত মূল্যমানৰ হিচাবত অসমৰ আয়ৰ আকাৰ অতি বিকৃত হৈ ওকন্দি উঠে আৰু ই ভ্ৰান্তি-মূলক পৰিস্থিতিৰ ইংগিত দিয়ে। ওপৰত দিয়া তথ্যৰ পৰা দেখা যায় যে অসমৰ জনমূৰী আয়ৰ বৃদ্ধিৰ গতি ক্ৰমাৎ উৰ্ধমুখী হোৱা নাই। ক্ৰমাৎ উৰ্ধমুখী নহৈ আয়ৰ উত্থান-পতন গতিয়ে অৰ্থনৈতিক অৱস্থাৰ অস্থিৰতাৰ ইংগিত দিয়ে। এনে অৱস্থা সামগ্ৰিক কল্যাণৰ প্ৰতিকুল। দ্বিতীয়তে পৰিকল্পনাৰ ওঠৰটা বছৰত ভাৰতৰ সামগ্ৰিক আয় ২৪৭'৫ টকাৰ পৰা ৩২৪'৪ টকালৈ অৰ্থাৎ ৭৬'৯ টকা বৃদ্ধি হয় কিন্তু অসমৰ বেলিকা মাত্ৰ ২৬'৪ টকাহে বৃদ্ধি হয়। ইয়াৰপৰাই দেখা যায় যে উন্নতিৰ পথত আমি অন্যতকৈ প্ৰায় দুই তৃতীয়াংশ পিচপৰি আছোঁ আৰু এই সুৰুঙা পূৰণ হোৱাৰ সম্ভাৱনাও অতি কম।

## কৃষি উন্নতিৰ গতি

অসমৰ অৰ্থনীতিত কৃষিপ্ৰাধান্যতা অতি বেচি আৰু এই তথ্য উপলব্ধি কৰিয়েই ইয়াৰ বিভিন্ন পৰিকল্পনাত কৃষিখণ্ডৰ ওপৰত অধিক গুৰুত্ব দিয়া হৈছিল। প্ৰথম পৰিকল্পনাত অসমত কৃষিৰ শিতানত ৩৯.৩১৬ লাখ, দ্বিতীয় পৰিকল্পনাত ৭৯৪'৯৫ লাখ, তৃতীয় পৰিকল্পনাত ১৩১৮ লাখ আৰু তিনিখন তদৰ্থ পৰিকল্পনাত মুঠ ৬৬১'৬৭ লাখ ধাৰ্য্য কৰা হৈছিল। ইয়াৰ ক্ৰমে ৩৬২.৭৭ লাখ, ৭৩৭'৫৭ লাখ, ১২২০ লাখ আৰু ৬০১'৫৯ লাখ প্ৰকৃত ব্যয় হয়। ইয়াৰ ফলস্বৰূপে অসমত প্ৰথম পৰিকল্পনাৰ সময়ত কৃষি-উৎপাদন শতকৰা ১২ ভাগ, দ্বিতীয় পৰিকল্পনাৰ সময়ত শতকৰা ৩ ভাগ আৰু তৃতীয় পৰিকল্পনাৰ সময়ত শতকৰা ৮'৭ ভাগ বৃদ্ধি হয়। এই সময়ছোৱাত সৰ্বভাৰতীয় কৃষি-উৎপাদন বৃদ্ধিৰ হাৰ হৈছে ক্ৰমে শতকৰা ১৮ ভাগ, ১৮ ভাগ আৰু ১০

ভাগ। ১৯৫১-৫২ চনত অসমত সৰ্বমুঠ ১৫৩৮ হাজাৰ টন খাদ্য-শস্য উৎপাদন হৈছিল। ১৯৬৮-৬৯ চনত ইয়াৰ পৰিমাণ হয় ২১৯৮ হাজাৰ টন। কিন্তু এই বৃদ্ধি কৃষিখণ্ডৰ উৎপাদন ক্ষমতা বৃদ্ধি হোৱাৰ কাৰণে হোৱা নাই, ই সম্ভৱ হৈছে কৃষি সম্প্ৰসাৰণৰ কাৰণেহে; কিয়নো ১৯৫১-৫২ চনত সৰ্বমুঠ খেতি কৰা মাটিৰ পৰিমাণ আছিল ১৭৪৫ হাজাৰ হেক্টৰ; আৰু ১৯৬৭-৬৮ চনত ইয়াৰ পৰিমাণ হৈছে ২১৩৮ হাজাৰ হেক্টৰ। অন্যহাতে প্ৰতি হেক্টৰৰ উৎপাদন বৃদ্ধি পৰিলক্ষিত নহয়। ১৯৫১-৫২ চনত অসমত প্ৰতি হেক্টৰত ধান উৎপন্ন হৈছিল ৯১৮ কিলোগ্ৰাম, ১৯৫৫-৫৬ চনত ইয়াৰ পৰিমাণ হয় ৯৮০, ১৯৬০-৬১ চনত হয় ৯৬৭, ১৯৬৫-৬৬ চনত হয় ৯৭২ আৰু ১৯৬৭-৬৮ চনত হয় ৯৬৪ কিলোগ্ৰাম। গতিকে সৰ্বমুঠ উৎপাদনৰ বৃদ্ধি উৎপাদন ক্ষমতা বৃদ্ধিৰ কাৰণে হোৱা নাই বুলি কবলৈ যথেষ্ট স্থল আছে।

## উদ্যোগ বিকাশৰ গতি

উদ্যোগৰ ঘৰত অসমৰ নামত শূন্য বুলি কলেও অত্যুক্তি কৰা নহ'ব। বিভিন্ন পৰিকল্পনাবোৰ এবাৰ চকু ফুৰালে উদ্যোগ সম্পৰ্কে নিৰাশজনক ভাৱে হতাশ হ'ব লগা হয়। আনকি পৰিকল্পনাৰ আঁচনি যুগুত কৰাৰ সময়ত উদ্যোগ বিকাশৰ আঁচনি সম্পূৰ্ণভাৱেই বাদ দিছিল বুলি অনুমান হয়। প্ৰথম পাঁচবছৰীয়া পৰিকল্পনাত উদ্যোগ আৰু খনি শিতানত মাত্ৰ ১১·০৯ লাখ, দ্বিতীয় পৰিকল্পনাত ৫১৩·০০ লাখ, তৃতীয় পৰিকল্পনাত ৮৮৬ লাখ আৰু তিনিখন তদৰ্থ পৰিকল্পনাত ৫৭৯·৭১ লাখ ধাৰ্য্য কৰা হৈছিল। তাৰে মুঠ ক্ৰমে ৯·৬৪ লাখ, ৪৩৭·৫৯ লাখ, ৭৯০ লাখ আৰু ৫২৮·৪৭ লাখহে প্ৰকৃততে ব্যয় হয়। ফলত অসমত উদ্যোগ বিকাশ উপেক্ষিত হৈয়েই ৰ'ল। মুঠতে কেন্দ্ৰীয় খণ্ডত স্থাপন কৰা এটা পুতলাসদৃশ শোধনাগাৰ, এটা সাৰ কাৰখানা, প্ৰাদেশিক চৰকাৰে

স্থাপন কৰা চিমেণ্ট কাৰখানা (এতিয়া মেঘালয় চৰকাৰলৈ হস্তান্তৰ কৰা হৈছে) কেইখনমান অসমাপ্ত ঔদ্যোগিক পাম আৰু বেচৰকাৰী খণ্ডত চৰকাৰৰ সাহায্যত উৎসাহিত দুটামান উদ্যোগ (এতিয়া আটাইকেইটাই মৃতপ্ৰায়), কেইটামান ধানবনা আৰু তেলপেৰা কল, আৰু চৰকাৰী অনুদানেৰে পৰিপুষ্ট কেইটামান কাঠফলা আৰু প্লাই-উডৰ কাৰখানাৰ বাহিৰে অসমত সংগঠিত খণ্ডত উল্লেখযোগ্য শিল্প গঢ়ি উঠা নাই বুলিলেও অত্যুক্তি কৰা নহ'ব। আমি ইয়াত চাহ শিল্পৰ কথা সাঙুৰিব খোজা নাই, কিয়নো চাহ শিল্প অসমত অৱস্থিতহে, ই অসমৰ নহয়। "অসম চাহ শিল্পত অদ্বিতীয়" এই মনোধৰ্মী গৌৰৱৰ বাহিৰে অসমে চাহ শিল্পৰপৰা একো প্ৰতিদান পোৱা নাই।

## পৰিকল্পনা বিফল হোৱাৰ কাৰণ

ওপৰৰ বিৱৰণীৰপৰা দেখা যায় যে উন্নয়নৰ আঁচনি অসমত সফলকাম হোৱা নাই আৰু অন্য অঞ্চলৰ লগত অসমৰ অৰ্থ-নৈতিক উন্নয়ন বৈষম্য ক্ৰমে বৃদ্ধি হৈ আহিছে। এনে হোৱাৰ কাৰণ বহুতো। কেন্দ্ৰীয় পৰিকল্পনাৰ দৰে অসমৰ পৰিকল্পনাৰ সামগ্ৰিক উন্নয়নমুখী। গতিকে প্ৰকৃত প্ৰয়োজনৰ আধাৰত থলুৱা সমস্যাৰ লগত ৰজিতা খুৱাই আঁচনি যুগুত হোৱা নাই। এতিয়া-লৈকে প্ৰস্তুত হোৱা পৰিকল্পনাৰ আঁচনিবোৰ ৰাষ্ট্ৰীয় পৰিকল্পনাৰ "কাৰ্বন ক'পি" আৰু সেই কাৰণেই সেইবোৰৰ পৰা প্ৰকৃত সুফল পোৱা হোৱা নাই। অসমৰ অৰ্থনীতিত কৃষিখণ্ডৰ প্ৰাধান্যতা অতি বেচি আৰু ৰাজ্যখনৰ উন্নতি কৃষি উন্নতিৰ লগত অতি নিবিড়-ভাৱে জড়িত। কিন্তু তাৰ কাৰণে প্ৰকৃত উপযোগী আঁচনি এতিয়া-লৈকে যুগুত আৰু কাৰ্যকৰী ন'হল। প্ৰচলিত ধাৰণা যে যিহেতু অসমত অতিপাত বৰষুণ হয় ইয়াত কৃত্ৰিম জলসিঞ্চনৰ ব্যৱস্থা অপ্ৰয়োজন। কিন্তু বৰষুণ হয় মাত্ৰ চাৰিমাহ। তাকো সকলো

অঞ্চলতে সমান নহয়। আকৌ যি চাৰিমাহত বৰষুণ হয়, সেই সময়খিনিত সাধাৰণতে বানপানী হয়। এনে বানপানীয়ে বছৰি অসংখ্য ক্ষতি কৰি আহিছে। এতিয়ালৈকে বানপানী প্ৰতিৰোধৰ যি ব্যৱস্থা লোৱা হৈছে, সেই ব্যৱস্থা অৰ্থ অপব্যয়ৰ সাক্ষী হোৱাৰ বাহিৰে অন্য উপকাৰত অহা নাই। ব্ৰহ্মপুত্ৰ বান নিয়ন্ত্ৰণ আয়োগেও যে অচিৰে এই সম্পৰ্কত কি কৰিব পাৰিব তাত সন্দেহ কৰিবলৈ যথেষ্ট স্থল আছে। গতিকে খৰালি সময়খিনিত পানীযোগানৰ ব্যৱস্থা কৰি ৰাইজক খেতি কৰাৰ সুবিধা দিব লাগিব। এতিয়ালৈ ক্ষুদ্ৰ জলসিঞ্চনৰ নামত যি ভেকোভাওনা চলিছে, তাৰ দ্বাৰা খেতিয়ক ৰাইজ উপকৃত হোৱা নাই। কিয়নো জান-জুৰি খাল-দোং আদিত বৰষুণ হলেহে পানী থাকে আৰু খৰালি শুকাই যায়। গতিকে এইবোৰত অৰ্থ অপচয় নকৰি স্থায়ীভাৱে পানী যোগানৰ ব্যৱস্থা হাতত লোৱা উচিত।

অসমৰ অৰ্থনীতি কৃষি ভিত্তিক হলেও, কৃষি উন্নয়নৰ দ্বাৰা অঞ্চলটোৰ সম্পূৰ্ণ উন্নতি আশা কৰা ভুল হ'ব। কিয়নো কৃষি উন্নতি সদায়েই সীমিত। কৃষি ভূমি বিস্তাৰিত কৰা (প্ৰয়োজন অনুসৰি) অসম্ভৱ। ইয়াৰ উৎপাদিকা শক্তিও ইচ্ছামতে বৃদ্ধি কৰিব নোৱাৰি। গতিকে অৱস্থিত কৃষি খণ্ডবোৰ লাভৱান কৰিবলৈ হলে কৃষিৰ ওপৰত, জনসংখ্যাৰ যি হেঁচা তাক কমাবৰ আঁচনিৰ প্ৰয়োজন। অতীতৰ পৰিকল্পনাত এনে আঁচনি যুগুত কৰা হোৱা নাছিল। থলুৱা সম্পদৰ ভিত্তিত উদ্যোগ স্থাপন, বেপাৰ-বাণিজ্য সুসঙ্গত কৰি থলুৱা লোকক বেপাৰ বাণিজ্যৰ প্ৰতি আগ্ৰহান্বিত কৰা ইত্যাদি অতি প্ৰয়োজনীয় ব্যৱস্থা আগৰ পৰিকল্পনাৰ সময়ত বাদ পৰি থকাৰ কাৰণেই কৃষিৰ ওপৰত ক্ৰমান্বয়ে হেঁচা বেচি হৈ আহিছে। আমাৰ চৰকাৰৰ ধাৰণা আছিল যে অসমত মূলধনৰ অভাৱ আৰু ঔদ্যোগিক অৰ্হতা থকা লোকো নাই। গতিকেই বিভিন্ন পৰিকল্পনাৰ সময়ত বাহিৰৰ উদ্যোগপতিসকলক লাইচেঞ্চ

আদি দি অসমত উদ্যোগ স্থাপন কৰিবলৈ নানাৰ সুবিধা দিয়া হৈছিল। কিন্তু এই উদ্যোগপতি সকলে যথাৰ্থতে ইস্পাত-উদ্যোগ স্থাপন কৰিবলৈ লাইচেঞ্চ লোৱা নাছিল, তেওঁলোকে লাইচেঞ্চ লৈছিল ইয়াত উদ্যোগ স্থাপন বন্ধ কৰিবলৈ। কাৰণ বাহিৰৰ উদ্যোগপতি বণিক, সাউদ আদিৰ অসমৰ বজাৰৰ ওপৰত যি একাধিপত্য তাক ইয়াত উদ্যোগ স্থাপন কৰি নষ্ট হ'বলৈ দিয়া তেওঁলোকৰ উদ্দেশ্য নাছিল। গতিকেই অন্যৰ ওপৰত ভৰসা কৰি থকাৰ কাৰণেই বিভিন্ন ধৰণৰ কেঁচামাল উদ্ভৈনদী হৈ থকা সত্বেও, ইয়াত লেখত ল'বলগীয়াভাৱে উদ্যোগ গঢ়ি নুঠিল।

আকৌ দেখাক দেখি, উদ্যোগ স্থাপনৰ সহায়ক হিচাবে ইয়াৰ বিভিন্ন অৰ্থনৈতিক আৰু উদ্যোগ স্থাপন সহায়ক অনুষ্ঠান কৰা হ'ল। কিন্তু ভ্ৰান্তিমূলক পৰিচালনাৰ কাৰণে এনে অনুষ্ঠান উদ্যোগ স্থাপনৰ সহায়ক নহৈ, উদ্যোগৰ হেঙাৰহে হ'ল।

অসমত পৰিকল্পনা বিফল হোৱাৰ আৰু এটা ঘাই কাৰণ হৈছে ইয়াত যুগুত কৰা আঁচনিবোৰ প্ৰায়েই থলুৱা সমস্যাৰ লগত সামঞ্জস্য-হীন। আঁচনি প্ৰস্তুত কৰোঁতে ৰাইজৰ দিহাপৰামৰ্শ লোৱাৰ কোনো ব্যৱস্থা নাই আৰু ৰাইজৰ সক্ৰিয় সহযোগিতা আদায় কৰাবো কোনো কাৰ্য্যকৰী পন্থা লোৱা হোৱা নাই। কেন্দ্ৰীয় আঁচনিৰ নমুনাত যি প্ৰাদেশিক আঁচনি প্ৰস্তুত হৈছে, ইও অঞ্চলৰ ভিতৰতে অসমতা সৃষ্টি কৰিছে। এনে অসমতা দূৰ কৰিবলৈ অঞ্চলিক বা ক্ষুদ্ৰ উন্নয়ন-মুখী (Micro-economic planning) আঁচনিৰ প্ৰয়োজন। তদুপৰি গণতান্ত্ৰিক দেশত আঁচনিৰ সফলতা নিৰ্ভৰ কৰে ৰাইজৰ সহযোগিতাৰ ওপৰত। তাৰ কাৰণে ৰাইজৰ মতামত সপক্ষে নিম্নস্তৰৰপৰা আঁচনি প্ৰস্তুত কৰা প্ৰয়োজন। এনে হলেহে শ্ৰমবহুল দেশত শ্ৰমগঠনৰ দ্বাৰা অল্প মূলধনেৰেই বিভিন্ন ধৰণৰ আঁচনি কাৰ্য্যকৰী কৰিব পাৰি। কিন্তু আমাৰ দেশত এই দিশটো সম্পূৰ্ণভাৱে অৱহেলিত হৈ আছে।

এখন দেশৰ বা এটা অঞ্চলৰ উন্নতিমূলক আঁচনি প্ৰস্তুতৰ

কাৰণে ৰাজ্যখনৰ তথ্যপাতি আৰু পৰিসংখ্যাৰ প্ৰয়োজন। কিন্তু আমাৰ ইয়াত যি পৰিসংখ্যা বা তথ্যপাতি যুগুত হৈছে, আটাইবোৰেই ভ্ৰান্তিমূলক। ফলত প্ৰকৃত পৰিস্থিতিৰ সন্ধেদ পোৱা নহয়। অঞ্চল-টোৰ বিভিন্ন ধৰণৰ চাহিদা ইয়ালৈ অনা আৰু ইয়াৰপৰা বাহিৰলৈ পঠিওৱা বস্তু আদিৰ পৰিমাণ, নিয়োগ আৰু নিবনুৱাৰ প্ৰকৃত সংখ্যা, বিভিন্ন অঞ্চলত বসতি কৰা লোকৰ প্ৰকৃত উপাৰ্জন, পৰিকল্পনাৰ কিমান অংশ প্ৰকৃত অৰ্থনৈতিক কাৰ্যত নিয়োজিত, কৰৰ বোজা ইত্যাদি কিছুমান তথ্য পৰিকল্পনা আঁচনি যুগুতৰ কাৰণে অতি প্ৰয়োজন। কিন্তু এনে তথ্যৰ প্ৰকৃত যোগান এতিয়ালৈকে নোহোৱাত পৰিকল্পনাৰ আঁচনি প্ৰকৃত সমস্যামুখী কৰি তোলা সম্ভৱ হোৱা নাই।

অসমৰ অৰ্থনৈতিক অনুন্নত অৱস্থাৰ কাৰণে চৰকাৰ, আমাৰ নিৰ্বাচিত প্ৰতিনিধি আৰু ৰাইজ সকলোবোৰেই জগৰীয়া। অনুন্নত দেশ বা অঞ্চলৰ মানুহৰ এটা বিশেষ লক্ষণ হৈছে যে মানুহবোৰ প্ৰায়েই আত্মকেন্দ্ৰিক আৰু লাজুক। আমি সাধাৰণৰ ব্যক্তিগত স্বাৰ্থক বেচি গুৰুত্ব দিওঁ আৰু ৰাজহুৱা স্বাৰ্থক অৱহেলা কৰোঁ। ব্যক্তিগত স্বাৰ্থ আৰু ৰাজহুৱা স্বাৰ্থ বহুত ক্ষেত্ৰত বিপৰীতমুখী হোৱাত সাধাৰণতে ব্যক্তিগত স্বাৰ্থই প্ৰাধান্য লাভ কৰে। ফলত ৰাজহুৱা স্বাৰ্থ ক্ষতিগ্ৰস্ত হয়। আকৌ আমি নিজৰ অজ্ঞতা লুকুৱাই ৰাখিবলৈ অতি তৎপৰ। কেনেবাকৈ আমাৰ অজ্ঞতা প্ৰকাশ পাব ইয়াৰ ভয়ত পাৰিলে বিজ্ঞলোকৰ লগত আলোচনা পৰামৰ্শ আদি এৰাই চলোঁ। ইয়াৰ কাৰণেও আঁচনিৰ প্ৰকৃত গুৰুত্ব আমাৰ বিদিত নহয়। অতি উন্নত দেশবোৰত গুৰুত্বপূৰ্ণ বিষয়বোৰ বেচৰকাৰী বিশেষজ্ঞৰ লগত সদায়েই খোলোচাভাৱে আলোচনা কৰিহে কাৰ্য্যপন্থা স্থিৰ কৰে। কিন্তু আমাৰ দেশত তেনে ভাব আদৰ্শ আদান-প্ৰদানৰ বাতাবৰণ সৃষ্টি হোৱা নাই। গতিকে চৰকাৰে নিজেই সৰ্বজ্ঞৰ দৰে সকলো বিষয়ত সিদ্ধান্ত লয়। পৰিতাপৰ বিষয় যে আমাৰ

দেশত, বিশেষকৈ অসমত নির্বাচিত প্ৰতিনিধিসকলে এবাৰ চৰকাৰ গঠন কৰিবলৈ সুবিধা পালেই, তেওঁলোক তত্বালিকে সুৰক্ষা বা মহামানৱ হৈ পৰে। তেওঁলোক নিজে সকলো বিষয়ত অতি পাৰ্গত মনোভাৱাপন্ন হৈ তেওঁলোকৰ বাহিৰেও যে বিজ্ঞ বা অৰ্হতা সম্পন্ন মানুহ থাকিব পাৰে, তাক পাহৰি যায়। দেখা যায় যে অসমত যোৱা চাৰিখন পাঁচ বছৰীয়া পৰিকল্পনাৰ আঁচনি প্ৰস্তুত কৰোঁতে বেচৰকাৰী খণ্ডৰ কোনো ব্যক্তিৰ দিহা-পৰামৰ্শ লবলৈ চৰকাৰ যত্নবান হোৱা নাছিল। এতিয়াও, ভৱিষ্যত আঁচনি প্ৰস্তুতিৰ কাৰণে চৰকাৰ সেই দিশত সচেষ্ট নহয়। যেতিয়ালৈকে আমাৰ চৰকাৰে এনে মনোভাব পৰিত্যাগ কৰি ৰাইজক বিশ্বাস কৰি ৰাইজৰ আস্থা-ভাজন হ'বলৈ চেষ্টা নকৰে, তেতিয়ালৈকে চৰকাৰৰ প্ৰতিটো কাৰ্য্যক ৰাইজে সন্দেহৰ চকুৰে চাব। এনে হ'লে দেশৰ সৰ্বাঙ্গীন উন্নতি অসম্ভৱ।

আমি অনুন্নত হৈ থকাৰ আৰু এটা প্ৰধান কাৰণ হৈছে চৰকাৰী শাসন যন্ত্ৰৰ নিৰ্লিপ্ততা। আমাৰ ইয়াৰ বিষয়াসকল অকল আত্ম-স্বাৰ্থকেন্দ্ৰিকেই নহয়, তেওঁলোকৰ অঞ্চলটোৰ উন্নতি অৱনতিৰ ক্ষেত্ৰত অনুভূতিহীন যান্ত্ৰিক সজুঁলিৰ দৰে তেওঁলোকে কৰ্তব্য সম্পাদন কৰে, যাৰ ফলাফলৰ কাৰণে তেওঁলোক জবাবদিহী নহয়। এই নিৰ্লিপ্ততাৰ কাৰণে আঁচনিৰ প্ৰকৃত প্ৰয়োজনীয়তা উহ্য হৈ থাকে বা ৰাইজৰ প্ৰয়োজনীয় চাহিদা উপেক্ষিত হয়।

আমাৰ নিৰ্বাচিত প্ৰতিনিধি সকলো আমাৰ অনুন্নত অৱস্থাৰ কাৰণে কম বেচি পৰিমাণে দায়ী। তেওঁলোকে প্ৰতিনিধিত্ব কৰা অঞ্চলটোৰ বা ৰাজ্যখনৰ প্ৰকৃত সমস্যা সম্পৰ্কে তেওঁলোক প্ৰায়েই অবগত নহয় বা দলীয় অনুশাসন, স্বাৰ্থ আদিৰ কাৰণে বহুতো সময়ত মুখা-মুখীভাৱে ব্যক্ত কৰিবলৈও তেওঁলোকে শঙ্কিত হয়। গতিকে বহুতো ক্ষেত্ৰত আমাৰ সমস্যা যথাস্থানত অপ্ৰকাশিত হৈ থাকি যায়। এই একে কাৰণবশতঃ ৰাজ্য চৰকাৰেও বহুতো ক্ষেত্ৰত

কেন্দ্রৰ ওপৰত নিজৰ ন্যায্যবাদী প্ৰতিপন্ন কৰিব নোৱাৰে। দুৰ্বল চৰকাৰ বা কেন্দ্রৰ শুভ ইচ্ছাৰ ওপৰত বৰ্ত্তি থাকিবলগীয়া হোৱা কাৰণেই অসমে এতিয়াও নিজৰ ন্যায্যপ্ৰাপ্তিৰ পৰা বঞ্চিত হৈ আছে।

সৰ্বশেষত আমাৰ অনুন্নত অৱস্থাৰ কাৰণে আমি নিজেই দায়ী। আগতেই কৈ অহা হৈছে যে আমি আত্মস্বাৰ্থান্বেষী আৰু সহযোগিতাৰ উপকাৰিতা এতিয়াও আমাৰ অবগত হোৱা নাই। আমাৰ ৰাইজ সংগঠিত নহয়। আমি সমূহীয়া ভাৱে থিয় হ'বলৈ শিকা নাই। চৰকাৰৰ ভুল-ভ্ৰান্তিৰ প্ৰতিবাদ কৰিবলৈ এতিয়াও আমাৰ সাহস হোৱা নাই। শোষণ-শাসন–নিষ্পেষণ এতিয়াও আমি বিনা প্ৰতিবাদে সহ্য কৰি আছো। ফলত ৰাজ্যত একচেটিয়া স্বাৰ্থান্বেষীৰ একাধিপত্য চলিছে। যেতিয়ালৈকে এনে অৱস্থাৰ পৰিসমাপ্তি নহ'ব, তেতিয়ালৈকে অসমৰ সৰ্বাঙ্গীন উন্নতি অসম্ভৱ হৈ ৰব।

---

# অসমৰ উন্নতিৰ কেইটামান চৰ্ত

১৯৬৯ চনৰ কংগ্ৰেছ বিভাজনৰ পিচত শাসনত অধিষ্ঠিত কংগ্ৰেছ দলৰ দহদফীয়া আঁচনি কাৰ্যত ৰূপায়িত কৰিবৰ কাৰণে ভাৰতৰ ৰাইজে ১৯৭১ চনৰ লোকসভাৰ মধ্যকালীন নিৰ্বাচনত কংগ্ৰেছ দলক যি সমৰ্থন দিছিল, সেই একে আশা-উদ্দীপনাৰে ১৯৭২ চনৰ বিধানসভাৰ নিৰ্বাচনতো ৰাইজে কংগ্ৰেছ দলক সমৰ্থন আগবঢ়াইছে। গতিকে নব-নিৰ্বাচিত ৰাজ্যিক চৰকাৰ-সমূহৰ ওপৰত কংগ্ৰেছৰ প্ৰতিশ্ৰুতি বাস্তৱত ৰূপায়িত কৰাৰ দায়িত্ব আহি পৰিছে। ভাৰতৰ ৰাইজ অত্যন্ত সজাগ। স্বাধীনোত্তৰ একুৰি পাঁচবছৰৰ প্ৰতাৰণাৰ পিচত এতিয়া ৰাইজ অতি সচেতন। বাকচাতুৰ্য্যৰ দ্বাৰা আৰু ৰাইজক ভুৱা দি ঠগিবলৈ চেষ্টা কৰা চৰকাৰ বা দলক ৰাইজে সহ্য নকৰিব। গতিকেই শাসনত অধিষ্ঠিত কংগ্ৰেছ চৰকাৰ এটা বিৰাট প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে। এই প্ৰত্যাহ্বান কেৱল চৰকাৰৰ কাৰণেই নহয়, ভাৰতৰ ৰাজনৈতিক পদ্ধতি আৰু সামাজিক গঠনৰ স্থিৰতাও এই প্ৰত্যাহ্বান গ্ৰহণ কৰি বিভিন্ন সমস্যা সুচাৰুৰূপে সমাধান কৰাৰ ওপৰত নিৰ্ভৰ কৰিছে।

## অসমৰ উন্নতিৰ খতিয়ান

অসম সমস্যা-বহুল অঞ্চল। ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক সমস্যাই এই অঞ্চলটোক জুমুৰি ধৰি আছে। এতিয়ালৈকে

স্বৰ্গীয় বৰদলৈদেৱৰ মুখ্যমন্ত্ৰীত্বৰপৰা আৰম্ভ কৰি শ্ৰীযুত মেধি, তাৰ পিচত স্বৰ্গীয় চলিহা আৰু অতি কম সময়ৰ কাৰণে শ্ৰীযুত চৌধুৰীদেৱে ক্ৰমান্বয়ে ৰাজ্যখনৰ শাসনৰ দায়িত্ব গ্ৰহণ কৰিছিল। কিন্তু কোনো এজনেও অসমৰ সমস্যা সমাধানৰ প্ৰকৃত পন্থা অৱলম্বন নকৰি দল বা ব্যক্তি বিশেষক সন্তুষ্ট কৰি ৰাখি বা পিচলৈ থোৱা নীতি অৱলম্বন কৰা ইত্যাদি নীতি অনুসৰণ কৰিছিল। ফলত অসমৰ সমস্যা সমাধান হোৱাৰ পৰিবৰ্ত্তে সমস্যাৰ আকাৰ প্ৰকৃতি বাঢ়ি গৈ ক্ৰমাত জটিল হৈ উঠিল। নগাভূমি, মেঘালয়, অৰুণাচল, মিজোৰাম অসমৰপৰা আঁতৰি গ'ল, সীমা-বিবাদ ক্ৰমাৎ জটিল হৈ উঠিছে। নিজৰ অঞ্চলত ৰাজধানী নাই, পৰৰ ঘৰত আলহী থকাৰ দৰে লাজ-মান কাতি কৰি পৰৰ অঞ্চলৰপৰা ৰাজধানীৰ কাম চাবলগীয়া হৈছে। অৰ্থনৈতিক সমস্যা সমাধানৰ লেখত লবলগীয়া কোনো আঁচনিয়েই প্ৰস্তুত নহ'ল। দেখাক দেখি, বিভিন্ন পঞ্চ-বছৰীয়া পৰিকল্পনা যুগুত কৰা হ'ল কাৰ্য্যকৰী কৰা হ'ল, ফল হ'ল অৰ্থনৈতিক উন্নতিৰ পৰিবৰ্ত্তে অৰ্থনৈতিক অনুন্নতি। ৰাজ্যৰ চৰকাৰী বা বেচৰকাৰী কোনো এটা খণ্ডতেই ফলোৎপাদক এটা উদ্যোগ গঢ়ি নুঠিল। ঔদ্যোগিক উন্নয়নৰ সহায়ত বহুতো অনুষ্ঠান, নিগম সৃষ্টি কৰা হ'ল, কিন্তু উদ্যোগ উন্নয়নৰ পৰিবৰ্ত্তে, এইবোৰ অনুষ্ঠান কিছুমান বিষয়াৰ ক্ৰীড়া-ভূমি হ'ল। এবৈকশ বছৰৰ পৰিকল্পনাৰ পিচতো বানপানী নিয়ন্ত্ৰণৰ কোনো সুব্যৱস্থা নহ'ল। কিন্তু ব্ৰহ্মপুত্ৰ বান-নিয়ন্ত্ৰণ নিগম নামৰ অন্য এটা বগা হাতীৰ আৱিৰ্ভাব হ'ল। খৰালিকালত খেতি কৰিবলৈ এতিয়ালৈকে কোনো ব্যৱস্থাই গ্ৰহণ কৰা নহ'ল। অন্য ৰাজ্যত সেউজী বিপ্লৱ আৰম্ভ হ'ল, আমাৰ ইয়াত কঙ্কালী উৎসৱ এতিয়াও চলি আছে। ৰাজ্যত যোগান পৰিস্থিতি এতিয়াও অস্বচ্ছল। এটা বিশেষ গোষ্ঠীৰ হাতত ৰাজ্যৰ সমস্ত যোগান-ব্যৱস্থা এতিয়াও ন্যস্ত। মন কৰিবলগীয়া যে এই বিশেষ গোষ্ঠীটোৱে বিভিন্ন নিৰ্বাচনৰ

সমহন্ত নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰা "সমাজসেৱী" সকলক এনেদৰে অৰ্থ-সাহায্য আগবঢ়াই এওঁলোকৰ আনুগত্য কিনি ৰাখে, যে কোনো দিনেই কোনো প্ৰতিনিধি বা চৰকাৰে এওঁলোকৰ স্বাৰ্থ-বিৰোধী পন্থা অৱলম্বন কৰিবলৈ সাহস নকৰে। গতিকেই অসমৰ বাইজে প্ৰায় প্ৰতি মাহেই কিবা এটা নহয় এটা বস্তুৰ অনাটনৰ সন্মুখীন হ'ব লগা হয়। তদুপৰি নিত্যব্যৱহাৰ্য্য বস্তুৰ মূল্য এই গোষ্ঠীয়ে নিজে নিৰূপণ কৰে। চৰকাৰে বা চৰকাৰৰ প্ৰতিনিধিয়ে ইয়াত মৌন সম্মতি আগবঢ়ায়। নিবনুৱা সমস্যা অসম চৰকাৰৰ ভাবিবলগীয়া সমস্যা নহয়। মন্ত্ৰী বিষয়াৰ আত্মীয়-স্বজনে চাকৰি পালেই দেশৰ সমস্যা সমাধান হোৱা বুলি ধাৰণা কৰাই অসম চৰকাৰৰ নীতি। বিত্তীয় পৰিস্থিতি দিনক দিনে কাহিল হৈ আহিছে। "চৰকাৰ দেৱলীয়া হ'ব নোৱাৰে।" গতিকে এইপিনে লক্ষ্য কৰিবলৈ প্ৰয়োজন নাই। বছৰে বছৰে ঘাটি বাজেট উত্থাপন কৰা হৈছে, বছৰৰ শেষত খৰচৰ মাত্ৰা বেচি হৈছে আৰু পৰিপূৰক বাজেটৰ দ্বাৰা অনুমোদিত খৰচ গৃহীত কৰা হৈছে। ফলত ঘাটিৰ পৰিমাণ, ঋণৰ বোজা বাঢ়ি গৈছে। এইখিনিয়েই হ'ল মোটামুটিভাৱে অসমৰ উন্নতিৰ খতিয়ান।

## নতুন যুগৰ সূচনা

১৯৭২ চনৰ বিধানসভাৰ নিৰ্বাচনে অসমত এটা নতুন যুগৰ সূচনা কৰিছে। কেইজনমান প্ৰতিনিধিৰ বাহিৰে প্ৰায় সকলোখিনি নিৰ্বাচিত প্ৰতিনিধি দেখা-শুনাত কলঙ্কহীন। তদুপৰি প্ৰায়খিনিয়েই যুৱক। এওঁলোকৰ উৎসাহ, উদ্দীপনা আৰু দৃঢ়তা অতি আপুৰুগীয়া মূলধন। কিন্তু এওঁলোক অপৈণত আৰু অনভিজ্ঞ। গতিকেই এওঁলোকক সুপথে পৰিচালিত কৰিব পৰাৰ ওপৰতে নিৰ্ভৰ কৰিছে দেশৰ আৰু জাতিৰ ভৱিষ্যত। গতিকে মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহৰ ওপৰত আহি পৰিছে অতি গুৰু দায়িত্ব।

নিৰ্বাচিত প্ৰতিনিধিবিলাকৰ পৰিচালিত কৰা, ৰাজ্যৰ শাসনযন্ত্ৰক সক্ৰীয় কৰা, লাভখোৰ, ঘোচখোৰক নিৰ্মূল কৰা আৰু উন্নয়নৰ প্ৰকৃত ফলপ্ৰসূ আঁচনি প্ৰস্তুত আৰু কাৰ্য্যকৰী কৰাৰ দায়িত্ব এতিয়া সম্পূৰ্ণৰূপে ন্যস্ত হৈছে মুখ্যমন্ত্ৰীৰ ওপৰত। তেওঁক এই কাৰ্য্যত সহায় কৰিব তেওঁৰ মন্ত্ৰী-মণ্ডলীয়ে। গতিকে এই মন্ত্ৰী-মণ্ডলীও চেকাৰীম আৰু যোগ্যতাপূৰ্ণ হোৱা উচিত। কেৱল সাধুতা বা সততাৰ দ্বাৰা ৰাজ্যৰ শাসন পৰিচালনা সম্ভৱ নহয়। সততাৰ লগতে দক্ষতাৰ প্ৰয়োজন। নহলে শাসনযন্ত্ৰ সক্ৰিয় কৰা অসম্ভৱ। তদুপৰি দক্ষতা নহলে, সচিব, সঞ্চালকৰ চাতুৰ্যপূৰ্ণ ব্যাখ্যাৰ প্ৰকৃত অৰ্থ বুজা কঠিন হ'ব আৰু ফলস্বৰূপে প্ৰতিটো বিষয়তে মন্ত্ৰীয়ে সচিবৰ ওপৰত নিৰ্ভৰ কৰিব লগা হ'ব। এনে হলে বঙা-ফিটাৰ মেৰ-পাক আৰু বেচি হ'ব।

## ৰাইজ আৰু চৰকাৰৰ মাজৰ দূৰত্ব কমা নাই

ভাৰত স্বাধীন হোৱাৰ একুৰি পাঁচ বছৰ হ'ল। এই একুৰি পাঁচ বছৰেই নিৰ্বাচিত প্ৰতিনিধিয়ে দেশ শাসন কৰি আহিছে। কিন্তু নিৰ্বাচিত প্ৰতিনিধিৰ দ্বাৰা শাসিত হোৱা স্বত্বেও ভাৰতত ৰাইজ আৰু চৰকাৰৰ মাজৰ দূৰত্ব কমা নাই। ৰাইজ-চৰকাৰৰ মাজৰ দূৰত্ব বা ব্যৱধান আঁতৰ কৰিব নোৱাৰিলে ৰাইজৰ প্ৰকৃত সমস্যা, আশা-আকাংক্ষা চৰকাৰে বুজিব নোৱাৰে। এই দূৰত্বৰ কাৰণেই আজি ভাৰতত অৰ্থনৈতিক আৰু সামাজিক সমস্যাৰ উদ্ভৱ হৈছে। অৰ্থনৈতিক আৰু সামাজিক সমস্যা সমাধানৰ কাৰণে এতিয়ালৈকে যিবোৰ আঁচনি বা অনুষ্ঠান গঢ়ি উঠিছে এই আটাই-বোৰেই চহৰ-কেন্দ্ৰিক। তাত গ্ৰাম্য অঞ্চলৰ প্ৰতিনিধি নাই। গতিকেই বহুতো ক্ষেত্ৰত গ্ৰাম্য-অঞ্চলৰ সমস্যাত প্ৰয়োজনীয় গুৰুত্ব দিয়া হোৱা নাই বা বহুতো ক্ষেত্ৰত গ্ৰাম্য অঞ্চলৰ সমস্যা উপেক্ষিত হৈ ৰৈছে। ইয়াৰ ফল স্বৰূপে গ্ৰাম্য অঞ্চলৰ ৰাইজৰ চৰকাৰৰ

প্ৰতি আপোনজাৰ নোহোৱা হৈছে। গতিকে চৰকাৰ আৰু ৰাইজৰ মাজৰ দূৰত্ব বা ব্যৱধান কমোৱাৰ ব্যৱস্থা লোৱা নিতান্ত প্ৰয়োজন। এইটো সঁচা যে প্ৰতে,কখন আঁচনি প্ৰস্তুত কৰোঁতে গ্ৰাম্য অঞ্চলৰ ৰাইজৰ মতামত লোৱা অসম্ভৱ। কিন্তু তেওঁলোকৰ আশা-আকাংক্ষা বা অভাৱ-অনাটন ইত্যাদি সম্পৰ্কে বিশদভাৱে আলোচনা কৰি তাক চৰকাৰৰ দৃষ্টিগোচৰ কৰা অসম্ভৱ নহয়। আমি আশা কৰোঁ। এইবাৰ নিৰ্বাচিত প্ৰতিনিধিসকলে আজৰি সময়ত, তেওঁলোকৰ অঞ্চলৰ গাঁৱে-ভূঁয়ে পৰিভ্ৰমণ কৰি প্ৰতিখন গাঁৱৰ উন্নয়নৰ আঁচনি প্ৰস্তুত কৰি চৰকাৰৰ ওচৰত দাখিল কৰিব। এনে কৰোঁতে তেওঁলোকে গ্ৰাম্য অঞ্চলৰ ৰাইজৰ লগত আলোচনা কৰা উচিত। তেতিয়া হলে ৰাইজৰ সক্ৰিয় সহযোগিতা আশা কৰিব পাৰি। ভোট বিচৰা এম-এল-এ, নহৈ বা পাৰমিট, যোগাৰ কৰা এম-এল-এ নহৈ, আমাৰ নতুন প্ৰতিনিধিসকলে ৰাইজৰ প্ৰকৃত প্ৰতিনিধি হলে ৰাইজ-চৰকাৰৰ মাজৰ ব্যৱধানৰ দূৰত্ব কমি গৈ ৰাইজ-চৰকাৰ একগোট হোৱাৰ স্থল আছে।

## ৰাজ্যিক যোজনা পৰিষদ লাগে

অসমৰ অৰ্থনৈতিক অৱস্থা এতিয়াও অতি পিচপৰা। তিনিখন পাঁচ বছৰীয়া পৰিকল্পনা, তিনিখন তদৰ্থ বছেৰেকীয়া পৰিকল্পনা শেষ হৈ গ'ল। চতুৰ্থ পৰিকল্পনাৰো দুটা বছৰ শেষ হ'ল। এই একুৰি বছৰৰ পৰিকল্পনাৰ শেষতো অসমৰ অৰ্থনৈতিক অৱস্থা অতি দুৰ্বল হৈয়েই থাকিল। ইয়াৰ কাৰণ হৈছে যোজনাৰ সামঞ্জস্যহীনতা আৰু কাৰ্য্যকৰী কৰাত অমনোযোগিতা বা দৃঢ়তাহীনতা। অন্য ৰাজ্যত বা অঞ্চলত যোজনাৰ আঁচনি প্ৰস্তুত কৰিছে কাৰণে অসমতো আঁচনি প্ৰস্তুত কৰা হৈছিল ধাৰ কৰা আহিৰ ভিত্তিত। অসমৰ প্ৰকৃত সমস্যা কি, কি ক'ত লাগে, কোন আঁচনি কেনেকৈ প্ৰকৃত উন্নতিৰ সহায়ক হ'ব ইত্যাদি বিষয়ৰ সক্ৰিয় আঁচনি প্ৰস্তুত কৰিবৰ

সমীয়ত বিবেচনা হোৱা নাছিল। আকৌ যোজনাৰ প্ৰকৃত সাফল্য জোখা হৈছিল সৰ্বমুঠ অৰ্থব্যয়ৰ দ্বাৰাই। যোজনাৰ প্ৰকৃত লক্ষ্যত উপনীত হৈছেনে নাই তাৰ প্ৰতি কাৰো ভ্ৰুক্ষেপ নাই। মাত্ৰ তাৰ সফলতা জোখা হৈছিল কিমান টকা খৰচ কৰা হৈছে তাৰ দ্বাৰাই। গতিকে বহুতো ক্ষেত্ৰত বহু উচ্চপদস্থ বিষয়াই যধে-মধে অৰ্থব্যয় কৰি যোজনাৰ আঁচনি কাৰ্য্যকৰী কৰাৰ এটা বিশেষ লক্ষণ আছিল। এনে হোৱাৰ প্ৰধান কাৰণ হৈছে যে যোজনাৰ আঁচনি প্ৰস্তুত কৰোঁতে সূক্ষ্মভাৱে ফঁহিয়াই চাবলৈ আৰু আঁচনি কাৰ্য্যকৰী কৰোঁতে দৃঢ় নজৰ দিবলৈ ৰাজ্যৰ কোনো শক্তিসম্পন্ন অনুষ্ঠান নাছিল। উচ্চপদস্থ বিষয়াই তলতীয়া বিষয়াই যুগুত কৰা আঁচনি জুকিয়াই যোজনাৰ গঢ় দিয়া আৰু আকৌ তেওঁলোকেই তাক কাৰ্য্যকৰী কৰাৰ সুবিধা ন্যস্ত থকাৰ কাৰণে যোজনাসমূহ প্ৰকৃত ফলপ্ৰসূ হৈ উঠা নাই। এনে অৱস্থাৰ যাতে পুনৰাবৃত্তি নহয়, তাৰ কাৰণে উচ্চক্ষমতা সম্পন্ন ৰাজ্যিক পৰ্য্যায়ত প্ৰথমতে এখন যোজনা আয়োগ নিযুক্ত কৰা উচিত। এই আয়োগৰ সদস্য ৫ জন আৰু ৭ জনৰ ভিতৰত হোৱা উচিত, আৰু সৰহ সংখ্যক সদস্য বেচৰকাৰী হোৱা উচিত। এই আয়োগৰ বিভিন্ন দিশত অৰ্হতা থকা, বা বিশেষজ্ঞ সদস্যৰে গঠিত হোৱা উচিত। এই আয়োগে যোজনা প্ৰস্তুত কৰাৰপৰা কাৰ্য্যকৰী কৰালৈকে তত্বাৱধান লব লাগিব। এনে আয়োগ পিচত জিলা পৰ্য্যায়তো গঠন কৰা উচিত।

## দুৰ্বল বিত্তীয় পৰিস্থিতি

অসমৰ বিত্তীয় পৰিস্থিতি অতি দুৰ্বল। একেলানীয়ে কেইবা বছৰো ৰাজ্যিক বাজেটত ঘাটি উদ্বৃত্ত হোৱাই প্ৰমাণ কৰে। কিন্তু পৰিতাপৰ বিষয় হৈছে যে বছৰি বছৰি ঘাটি হোৱা সত্বেও ঘাটি পুৰাবৰ বাবে বা কম কৰিবৰ বাবে কোনো সুব্যৱস্থা এতিয়াও

লোৱা হোৱা নাই। অসমৰ অৰ্থনৈতিক অনুন্নত অৱস্থাই দেশৰ বিত্তীয় দুৰ্বলতাৰ কাৰণ বুলি চৰকাৰে ব্যক্ত কৰিছে, কিন্তু এই দুৰ্বলতা কেনেকৈ দূৰ কৰিব তাৰহে অ াচনিৰ আভাস দিয়া নাই। অসমৰ নিচিনা অৰ্থনৈতিক উন্নয়নত পিচপৰা অঞ্চলত আৰু অধিক কৰ লগাবলৈ স্থল নাই। কিন্তু চলিত কৰবপৰা আয়ৰ পৰিমাণ উন্নত কৰিবলৈ স্থল আছে। বছৰি বছৰি আনাদায় কৰৰ পৰিমাণ বেচি হৈ গৈছে। এই অনাদায় কৰবোৰ শীঘ্ৰে সংগ্ৰহৰ ব্যৱস্থা লোৱা উচিত। তদুপৰি চৰকাৰী ভঁৰালৰপৰা বিভিন্ন অনুষ্ঠান আৰু ব্যক্তিক দিয়া ঋণৰ পৰিমাণ যথেষ্ট বৃহৎ। এইবোৰো পৰিশোধ কৰাৰ ব্যৱস্থা লোৱা উচিত।

## অৰ্থ সংগ্ৰহৰ নতুন উপায়

অসমৰ নিচিনা অঞ্চল এটাই মদ-নিবাৰণীৰ নিচিনা অকৃতকাৰ্য্য ভেকোভাওনা এখন কৰি থকাৰ কোনো যুক্তি-যুক্ততা নাই। মদ নিবাৰণৰ নামত লক্ষ লক্ষ টকা খৰচ কৰা হৈছে, শুল্কৰপৰা বঞ্চিত হোৱা হৈছে, আনহাতে বে-আইনী মদৰ বেপাৰে গোটেই ৰাজ্য আকাশীলতাৰ দৰে চাটি ধৰিছে। মদ নিবাৰণৰ ভেকোভাওনাৰ পৰিবৰ্তে মদৰ ওপৰত উচ্চহাৰত শুল্ক বহুৱাই নিবাৰণী প্ৰত্যাহাৰ কৰিলে, ৰাজ্যিক ভঁৰাললৈ বছৰি কেইবা কোটি ৰাজহ আহিব। আকৌ খাৰুৱা তেলৰ ওপৰত ৰয়েলিটি বৃদ্ধি, বিহাৰলৈ নিয়া খাৰুৱা তেলৰ ওপৰত বিক্ৰি-কৰ বহুওৱা, প্লাইউড ফেক্টৰীত ব্যৱহৃত কাঠৰ ওপৰত লগোৱা কৰ বৃদ্ধি কৰা, চাহ-শিল্পৰ ওপৰত উন্নয়ন কৰ (Development Cess), মাটিৰ খাজনাৰ ওপৰত ওপৰঞ্চি কৰ— (১৫ বিঘাৰ কম মাটি থকা মানুহৰ ওপৰত এই কৰ লগাব নালাগে) আৰু স্থাৱৰ সম্পত্তি হস্তান্তৰৰ ওপৰত হস্তান্তৰ-কৰ আদি লগালে ৰাজ্যৰ কৰ-ৰাজহ উন্নত হোৱাৰ সম্ভাৱনা আছে।

### বিশেষ ব্যৱস্থাৰ প্ৰয়োজন

অসমৰ অৰ্থনৈতিক পৰিস্থিতি যিহেতু দুৰ্বল তাক উন্নত কৰিবলৈ বিশেষ ব্যৱস্থাৰ প্ৰয়োজন। কৰ-ৰাজহৰ পৰিমাণ উন্নত কৰিলেই ৰাজ্যৰ অৱস্থা সবল হ'ব নোৱাৰে যদিহে অপব্যয়ৰ মাত্ৰা কমাব পৰা নাযায়। অসমত অপব্যয়ৰ মাত্ৰা অতি বেচি। জাকে জাকে মন্ত্ৰী, সচিব, ঘোৱাই-নোঘোৱাই ভ্ৰমণ, লগাই নলগাই কৰ্মচাৰী নিয়োগ আৰু ব্যয়ৰ ওপৰত চোকা নজৰৰ অভাৱ, এইবোৰৰ কাৰণে অপব্যয়, অধিক ব্যয় আদি সম্ভৱ হৈছে। আমি ভাবোঁ যে অসমৰ নিচিনা ক্ষুদ্ৰ ৰাজ্য এখনত এজাক মন্ত্ৰী আৰু এপাল বিষয়া বা উচ্চপদস্থ বিষয়াৰ প্ৰয়োজন নাই। তদুপৰি এই মন্ত্ৰী আৰু বিষয়া সকলোকে (প্ৰায় সকলোৱে) চৰকাৰী গাড়ীৰ যোগান ধৰা, বাস-গৃহৰ সুবিধা দিয়া, চৰকাৰী খৰচত গৃহ-ভৃত্য ইত্যাদি সুবিধা দিয়া হৈছে। যিসকল মন্ত্ৰী আৰু বিষয়াক চৰকাৰী গাড়ী দিয়া হৈছে, তেওঁলোকক কোনো ভ্ৰমণ-বানচ দিয়া অনুচিত; মাত্ৰ পেট্ৰল-মবিলৰ দামহে (ৰচিদ জমা দিলে) দিয়া উচিত। এওঁলোকে মাত্ৰ অৱস্থান-ভাট্টা লোৱা উচিত। তদুপৰি বিষয়া-মন্ত্ৰী সকলৰ ভ্ৰমণ-প্ৰৱণতা কমোৱা উচিত। বিশেষ এৰাব নোৱৰা কামৰ বাহিৰে অন্য উদ্দেশ্যত ভ্ৰমণ বন্ধ কৰা উচিত। ইয়াৰ উপৰিও বিষয়াসকলক গৃহ-ভৃত্য দিয়াৰ প্ৰথা ব'দ কৰা উচিত। তদুপৰি উন্নয়নমূলক ব্যয়ৰ বাহিৰে অন্য অ-উন্নয়নমূলক (non-development) ব্যয় অন্ততঃ শতকৰা দহভাগ কৰ্তন কৰা উচিত। অসম চৰকাৰে ব্যয় সঙ্কোচ কৰা আঁচনি অতি জৰুৰীভাৱে গ্ৰহণ কৰা উচিত। তাকে নকৰিলে ৰাজ্যৰ বিত্তীয় পৰিস্থিতি সুস্থিৰ কৰা অসম্ভৱ হ'ব। ইয়াৰ উপৰিও ৰাজ্যিক খণ্ডত স্থাপন কৰা অনুষ্ঠান, যেনে বিদ্যুৎবৰ্ড, পৰিবহন নিগম, উদ্যোগ উন্নয়ন নিগম, বেচা-কিনা নিগম ইত্যাদিবোৰ যাতে আৰ্থিক ফলদায়ক হয় তাৰ ব্যৱস্থা লোৱা উচিত। তদুপৰি এই অনুষ্ঠানবোৰ যাতে ৰাইজৰ

প্ৰকৃত সেৱাৰ অনুষ্ঠান হয় তাৰো দিহা কৰা উচিত। কৃষি আৰু উদ্যোগ সঞ্চালকৰ অফিচ, ৰাজ্যিক বিত্তনিগম, উদ্যোগ উন্নয়ন নিগম এইবোৰ প্ৰকৃত কৰ্মস্থলৰপৰা ৬০।৭০ মাইল দূৰৈত ৰাখি চিলঙৰ ঠাণ্ডাত ঠেৰেঙা লাগি থাকিবলৈ নিদি, ভৈয়ামলৈ অনতি পলমে নমাই আনি সক্ৰিয় আৰু সজীৱ কৰি তোলা উচিত।

## অসাধু আৰু অকৰ্মণ্য বিষয়াক বাধ্যতামূলক অৱসৰ দিয়া উচিত

প্ৰশাসনীয় দক্ষতাৰ দিশৰপৰা অসমৰ শাসনযন্ত্ৰ যথেষ্টভাৱে দুৰ্বল। ইয়াৰ উপৰিও শাসনত অধিষ্ঠিত বহুতো উচ্চ বিষয়াই আত্ম স্বাৰ্থৰ বাহিৰে ৰাইজৰ স্বাৰ্থ বা ৰাজ্যৰ স্বাৰ্থৰ কথা বুজি নাপায়। তেওঁলোকে ধাহি-মুহি আত্মসাৎ কৰাতেই আছে। এনে অপদাৰ্থ আৰু অযোগ্য আৰু ঘোচখোৰ আৰু আত্ম-স্বাৰ্থকেন্দ্ৰী বিষয়াসকলক আঁতৰ কৰিব নোৱাৰিলে অসমৰ উন্নতি সহজসাধ্য নহ'ব। গতিকে অকৰ্মণ্য আৰু স্বাৰ্থান্বেষী বিষয়াসকলক বাধ্যতা মূলকভাৱে অৱসৰ দিয়া উচিত। অতি দৃঢ়ভাৱে আৰু কট্‌কটীয়া নীতি অনুসৰণ কৰি শাসন ব্যৱস্থাত ওলমি থকা গেলা-পঁচা অংশবোৰ আঁতৰাব নোৱাৰিলে, ইয়াক পুনৰ সক্ৰিয়, সবল কৰা কঠিন। ৰাইজে অতি আশাৰে, নতুনৰ সন্ধানত কংগ্ৰেছক এইবাৰ সমৰ্থন দিছে। ৰাজ্যত কংগ্ৰেছৰ গুৰি ধৰোঁতা আৰু নব-নিৰ্বাচিত মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহৰ নেতৃত্বই আমাৰ পিচপৰা অসমীয়া ৰাইজৰ আশা-আকাংক্ষা কিমান পূৰণ কৰে, তাৰ কাৰণে সকলোৱেই অতি আগ্ৰহেৰে অপেক্ষা কৰিছে।

———